# বিশ্বৰ নাৰী

জি. এলিছন ৰেমণ্ড

অনুবাদিকা—*বীণা ৰায়বৰ্মণ*



দত্ত বৰুৱা এণ্ড কোম্পানী

গুৱাহাটী-১ ঃ অসম

Assamese Translation
OF
HALF THE WORLD'S PEOPLE
by G. Alison Raymond



---

প্ৰকাশক :
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা এম. এ.
**দত্তবৰুৱা এণ্ড কোম্পানী**
গুৱাহাটী : অসম

প্ৰথম প্ৰকাশ :
জুলাই' ১৯৬৮ চন

বেটুপাত শিল্পী :
প্ৰসাদ বন্দোপাধ্যায়

মুদ্ৰক :
শ্ৰীতীৰ্থনাথ পাল
**নিউ শ্ৰীদুৰ্গা প্ৰেছ**
২।১, বিধান সৰণী,
কলিকতা—৬

---

**মূল্য—৩·০০ টকা মাত্ৰ**

### মোৰ ভনীলৈ

মোৰ কামৰ প্ৰতি যাৰ অসীম আগ্ৰহক মই যিমান মূল্য দিওঁ তাৰ পৰিমাণ তেওঁ কেতিয়াও ধাৰণা কৰিব নোৱাৰে ।

## এই কিতাপখন লিখাৰ কাৰণ

"এজন মানুহে আন সকলো মানুহৰ লগত বান্ধখাই আছে, যেনেকৈ আনসকলোৱেও তেওঁৰ লগত এনেকুৱা এখন জালৰ দ্বাৰা বান্ধ খাই আছে, যাৰ সূতাবোৰ কোনোৱে দেখা নাপায়, আৰু আঙুলিৰেও যাৰ জট ভাঙিব নোৱাৰে।"

—বিচাৰক লাৰ্নেড হেণ্ড, ১৯৩০ ॥

*　　*　　*　　*

"জগতখনৰ আধা-মানুহ" সম্পৰ্কে লিখিবলৈ লোৱাটো দুঃসাহসিকতা যেন দেখা যাব পাৰে। কাৰ ইমান সাহ আছে যে এনেকুৱা এটা কাম কৰিবলৈ চেষ্টা কৰিব ?

যদিও চকুত পৰাকৈ, বাহ্য পাৰ্থক্য আছে—পোছাক, খাদ্য, ঘৰ-বাৰী, বা ভাষাত,

যদিও তাতকৈ পাৰ্থক্য আছে ধৰ্মবিশ্বাস, কৃষ্টিগত অভিজ্ঞতা, পাৰিবাৰিক সম্পৰ্ক, কামৰ প্ৰতি মনোভাৱ, বা ৰাজনৈতিক বিশ্বাসৰ ক্ষেত্ৰত,—তথাপিও, মোৰ বিশ্বাস, জগতখনৰ আধা মানুহৰ অৰ্থাৎ নাৰীসকলৰ মূল চিন্তাৰ বিষয় একে, লৰা-ছোৱালী সম্পৰ্কেও একে আশা, আৰু তেওঁলোকৰ নিজ নিজ জাতিৰ প্ৰতি একে অৱদানকে তেওঁলোকে দিব পাৰে। তেওঁলোকে নিউ ইয়ৰ্ক, হেলচিঙ্কি, তেহৰাণ, দাৰ-এচ-চালাম, ৰিও-ডি-জেনিৰো, মাদ্ৰাজ, বা চিঙ্গাপুৰ যতে বাস নকৰক কিয়—তেওঁলোকৰ সম্পৰ্কে ওপৰত কোৱা কথাবোৰ খাটে বুলি মোৰ বিশ্বাস।

এই বিশ্বজনীন বিষয়বোৰও তেওঁলোকৰ চিন্তাৰ গণ্ডীৰ ভিতৰত পৰে ঃ

আত্মিক শক্তি ;

শান্তি আৰু নিৰস্ত্ৰীকৰণ ;

জাতিগত, ধৰ্ম্মগত, উপদলীয়, বৰ্ণ আৰু শ্ৰেণীগত বৈষম্য ;

ৰাষ্ট্ৰ-শাসন, ব্যৱসায়, ব্যক্তিগত জীৱন, এইবোৰত নীতি আৰু সততা ৰক্ষা ;

পৰিবৰ্ত্তনশীল জগতত ঐতিহ্যৰ স্থান ;

দ্ৰুতগতিত বাঢ়ি অহা মহা-নগৰবোৰৰ সমস্যা আৰু অসুবিধাবোৰ ;

জন সংখ্যা বৃদ্ধি ;

শিক্ষকৰ অভাব আৰু ছাত্ৰসংখ্যাৰ অতিৰিক্ত বৃদ্ধি হোৱা স্কুলবোৰ ;

কিশোৰ-উচ্ছৃঙ্খলতাৰ বৃদ্ধি ;

পাৰিবাৰিক জীৱনৰ দ্ৰুত পৰিবৰ্ত্তন ;

জীৱন-ধাৰণৰ-খৰচৰ উৰ্দ্ধগতি।

এই কিতাপখন এই বিশ্বাসতে লিখা যে সকলো তিৰোতাই এই গভীৰ সমস্যাবোৰৰ সম্পৰ্কে চিন্তিত। এই কিতাপে সামান্য পৰিমাণে হলেও এই তিনিটা কাম কৰিব পাৰিব বুলি আশা কৰিলোঁ ঃ

১। যি সকল লক্ষণীয় পৰিবৰ্ত্তনে দ্ৰুতগতিত জগতৰ মানুহৰ জীৱন প্ৰভাৱান্বিত কৰিব ধৰিছে সেইবোৰক ফহিঁয়াই দেখুওৱা ;

২। জগতত এই সকল সোঁত বোৱাৰ ফলত তিৰোতাসকলৰ জীৱনবোৰ কিভাবে পৰিবৰ্ত্তিত হব ধৰিছে তাক দেখুৱা ;

৩। তিৰোতাসকলে নিজে কেনেকৈ পৰিবৰ্ত্তন কৰাব ধৰিছে ; আৰু অকলশৰে, বা লগলাগি, বা পুৰুষৰ লগত কাম কৰি তেওঁলোকে কেনেকৈ এখন স্থিতিশীল জগতৰ প্ৰতি অৱদান দিব পাৰে তাক দেখুওৱা।

---



## আন্তৰিক কৃতজ্ঞতাৰে সৈতে

এখন সৰু কিতাপ লিখোঁতেও আন কি, মানুহে এই বিষয়ে গভীৰভাবে সচেতন হবলগীয়া হয় যে আমি প্ৰত্যেকে কিভাবে অসংখ্য মানুহৰ ওপৰত নিৰ্ভৰশীল।

এজন মানুহৰ চিন্তাবোৰ, দৃষ্টিভঙ্গী, উদাহৰণবোৰ, জ্ঞানৰ উৎসবোৰ, সকলো সময়তে, কথা-বতৰা, কিতাপ, বা আনৰ দাক্ষিণ্যৰ ফলত হোৱা অভিজ্ঞতাৰ দ্বাৰা প্ৰভাৱান্বিত হয়।

গতিকে মই মোৰ ঋণ আৰু কৃতজ্ঞতা সম্পূৰ্ণভাবে স্বীকাৰ কৰিবলৈ অক্ষম। মই কেৱল অলপ কেজনমানৰ কথা হে উল্লেখ কৰিব পাৰিম, যদিও, মই সচেতন যে আন বহুত মানুহৰ সমষ্টি, বা ব্যক্তিগত ভাবে বহুতৰে নাম অপ্ৰকাশিত হৈ যাব। তেওঁলোকেও মোক এই কিতাপখন লিখাত সহায় কৰিছে, জানিয়ে হওক, বা নজনাকৈয়ে হওক। তাৰ ভিতৰত পৰে বহুত মানুহ,—পৃথিৱীৰ নানা ঠাইৰেই ; তেওঁলোকে মোৰ প্ৰথমতে লিখা পাণ্ডুলিপি পঢ়ি চাইছে আৰু মতামত দিছে, বহুতে উদাহৰণ যোগাইছে, আৰু পৰামৰ্শ দিছে ; তেওঁলোকৰ বহুতৰে কথা মই উদ্ধৃত কৰিছোঁ। পৰৱৰ্ত্তী সকলৰ কথা মই যিমানখিনি পাৰোঁ উল্লেখ কৰিছোঁ। যদি মই কাৰোবাৰ কথিত বা লিখিত কথা উল্লেখ কৰি কৃতজ্ঞতা জনোৱা নাই, তেন্তে সি অনিচ্ছাকৃতভাবে হৈছে, আৰু মোৰ আশা, তেওঁ মোক ক্ষমা কৰিব বুলি।

যিয়ে নহওক, মই মোৰ বিশেষ কৃতজ্ঞতা জনাব খোজোঁ ঃ—মোৰ পিতৃ-মাতৃলৈ, যেয়ে মোৰ মনত থকাৰে পৰা মোৰ মনত জগতৰ একত্বৰ ধাৰণা সৃষ্টি কৰাইছে। কুমাৰী ৰুথ উডস্মললৈ,—জগতৰ নাৰীজাতিৰ প্ৰতি যাৰ উজ্জল বিশ্বাসৰ প্ৰগাঢ় প্ৰভাৱ মোৰ ওপৰতও পৰিছিল।

'কমিটি অব্ কৰেচ্পণ্ডেন্সলৈ, যাৰ লগত মই বহুত বছৰ ধৰি কাম কৰিছিলোঁ। এই কমিটিয়ে মোক সুযোগ, অভিজ্ঞতা আৰু স্মৃতি দিছে, তাৰ লগতে সমগ্ৰ জগততে বন্ধুত্ব পাতিবলৈ সুযোগ দিছে—যিবোৰ এতিয়াও সযত্নে মোৰ স্মৃতিত পালিত হয়। এইবোৰ নেপালে এই কিতাপখন কেতিয়াও লিখা নহলহেঁতেন।

---

# সূচীপত্র



## প্ৰথম খণ্ড

## কি কৰা যাব পাৰে

## দ্বিতীয় খণ্ড

## আমি ইয়াক কেনেকৈ কৰিম ?





## প্ৰথম খণ্ড

## কি কৰা যাব পাৰে

# ১

## বুঢ়ীআই, আই আৰু বৰ্ত্তমান ?

“মই যেতিয়া সৰু আছিলোঁ, সেই দিনত নিজৰ ঘৰৰ ওচৰৰ চহৰখন পাৰ হৈ যাব লাগিলেই এটি যথাযথ 'যাত্ৰা'ৰ আৱশ্যকতা হৈছিল। আমি অৱশ্যে ঘোঁৰাই টনা গাড়ীৰেই গৈছিলোঁ।

ফোনটো তুলি লৈ তুমি তোমাৰ বন্ধুৰ লগত কথা পতাও সম্ভৱ নাছিল—কাৰণ তেতিয়া ফোনেই নাছিল। গতিকে তুমি এখন সৰু চিঠি লিখি দিলাহেঁতেন, আৰু সামান্য প্ৰশ্ন এটিৰ উত্তৰ পাবলৈকেও দুদিন বা এদিন লাগিলহেঁতেন।

“পৃথিৱীৰ অন্যান্য অংশত কি ঘটিছে তাৰ বাতৰি কেতিয়াও আমি নেপাইছিলোঁ। অৱশেষত যেতিয়া পাইছিলোঁ, তেতিয়া ইমান পলম হৈছিল যে আমি জানিছিলোঁ যে ইতিমধ্যে ঘটনাৰ বহুত পৰিবৰ্ত্তন হৈ গৈছে। এই কাৰণতেই অনুমান হৈছিল যে পৃথিবীৰ অন্যান্য ঠাইবোৰ আমাৰ পৰা বহুত দূৰত আৰু সম্পৰ্কহীন।

“মোৰ জীৱনকালতেই গৃহস্থালীৰ কামবোৰ সহজতে কৰি লোৱাৰ সঁজুলিবোৰ আবিষ্কৃত হৈছে। কিন্তু মোৰ ধাৰণা, এফালৰ পৰা ভাবি চালে, পুৰণিকালৰ মাকবোৰৰ পক্ষে কাম কাজ কৰা আজিৰ দিনতকৈ সহজ আছিল, যদিও সেইদিনত আধুনিক যুগৰ 'পৰিশ্ৰম কমোৱা-উপায়বোৰ' নাছিল। লৰাছোৱালী বোৰক চোৱা-মেলা কৰাত কুমাৰী পেহীয়েক সকলে আৰু বুঢ়ীমাকে সহায় কৰিছিল। আজিৰ দিনৰ ডেকা মাকে লৰাছোৱালী তোলা দেখিলে মোৰ বেয়া লাগে।

“আমাৰ লৰালিকালৰ মন্থৰ গতিৰ ঘোঁৰাই টনা গাড়ীৰ যুগ পাৰ হোৱাৰ আগতেই মই ডাঙৰ হৈছোঁ। কিন্তু তাৰ পিছতেই কি হল চোৱা। কেইঘণ্টা

মানৱ ভিতৰতে তুমি পৃথিৱীৰ যি কোনো ঠাইলৈ যাব পৰা হলা। ভাবি চোৱা— আমি জাপান, ইজিপ্ট আৰু কঙ্গোৰ মানুহৰও মাত শুনিবলৈ পাওঁ, আৰু সেইবোৰ দেশৰ মানুহৰ মুখবোৰ আমাৰ বহা কোঠাৰ পৰ্দ্দাত দেখিবলৈ জানোঁ। আমি অভ্যস্ত হম ?"

এইবোৰ কথা মোৰ মাই কৈছিল। তেওঁৰ জীৱনকালৰ ভিতৰতে অৰ্থাৎ পঞ্চাশ বছৰৰ ভিতৰতে কেৰাচিনৰ চাকিৰ যুগৰ পৰা মহাকাশচাৰী মানৱৰ যুগলৈকে ঘটা অবিশ্বাস্য পৰিবৰ্ত্তনবোৰ ঘটিছিল। পৃথিৱীৰ প্ৰায় অধিকাংশ দেশতে একে ধৰণৰ অসাধাৰণ পৰিবৰ্ত্তন গতিবেগ, গতিশীলতা আৰু পাৰিবাৰিক জীৱনৰ ক্ষেত্ৰত আহি পৰিছে।

আমি, পাশ্চাত্যৰ মানুহবোৰে পঞ্চাশ বছৰ ধৰি নিজক এই পৰিবৰ্ত্তনৰ লগত খাপ খুৱাই আহিছোঁ। আজিৰ দিনৰ যি সকল দেশে পঞ্চাশ নহয়, মাথোন পাঁচ বা পোন্ধৰ বছৰৰ ভিতৰত নিজৰ জীৱনৰ আমূল পৰিবৰ্ত্তন আনিব ধৰিছে তেওঁলোকৰ সমস্যাবোৰৰ গুৰুত্ব বুজি পোৱা আমাৰ পক্ষে সহজ নহয়।

উদাহৰণস্বৰূপে ভাষাৰ প্ৰশ্নটো চোৱা যাওক। কথিত আছে যে কেৱল আফ্ৰিকাতেই আঠ শ ভাষা আছে। যেতিয়া মানুহে নিজৰ দলৰ ভিতৰত দৃঢ়ভাৱে গণ্ডীভুক্ত হৈ আছিল তেতিয়া ভাষাৰ সংখ্যাধিক্যৰ দ্বাৰা কোনো সমস্যাৰ উদ্ভৱ নহৈছিল। কিন্তু বৰ্ত্তমানত তেওঁলোকে বেছিকৈ স্থান পৰিবৰ্ত্তন কৰে, পঢ়াশালিত শিশুসকল একেলগ হয়। আগতে ঢুকি নোপোৱা ঠাইবোৰ সহজ-গম্য হৈ পৰে, ইয়াৰ ফলত ভাষাৰ বিভিন্নতা এটি বাস্তৱ সমস্যা হৈ পৰে। কল্পনা কৰি চাওক, আলি-পদূলি সাজোঁতে, যন্ত্ৰ-শিল্পৰ সংস্থাবোৰত, শিক্ষামূলক আঁচনিবোৰত বা হস্‌পিটালৰ ভিতৰত, কথাবতৰা পতাত কিমানখিনি অসুবিধা হব পাৰে।

মানুহ মাত্ৰৰেই নিৰাপদ বোধ কৰাৰ বাবে মূল অনুভূতি এটি আছে। যেতিয়া সমাজৰ বন্ধাধৰা নিয়মবোৰৰ হঠাৎ সালসলনি হৈ যায়, (লৰাছোৱালীয়ে খেলা কৰাৰ সজুলি কেলিডোস্কোপৰ ভিতৰত যেনেকৈ ৰঙবোৰ পৰিবৰ্ত্তিত হৈ থাকে) আৰু তাৰ বাবে নিজক সাজু কৰি লোৱাৰ বাবে যথেষ্ট সময় নাথাকে, তেতিয়া মানুহৰ এই নিৰাপত্তাবোধৰ অনুভূতি বৰকৈ জোকাৰ খাই উঠে। যাক ইমানদিনে নিৰাপদ বুলি ভবা হৈছিল সি হঠাৎ ভাঙি পৰে; যিটো বস্তুক এটি সজোৱা নক্সা বুলি ধৰি লোৱা হৈছিল—সি দাঁত উলিয়াই খেদি আহে, যাক



ইমানদিনে নৈতিকতাই মানিছিল হঠাৎ সি অসমৰ্থিত হয়—যাক পবিত্ৰ বুলি ধৰিলোৱা হৈছিল—তাত শূন্যতাই দেখা দিয়ে। ইয়াৰ ফলত মনলৈ অস্থিৰতা, অস্থায়িত্ব, সন্দেহ, প্ৰশ্ন আৰু সময়ে সময়ে নিজকে বচোৱাৰ প্ৰবৃত্তি বা ভাব আহে।

এই সত্যটোৰ পৰাই এটা প্ৰধান অসুবিধা হয়, যে কৃষ্টি বা সভ্যতাবোৰৰো তাৰ দ্বাৰা সৃষ্টি মানুহৰ নিচিনা কুসংস্কাৰ আছে, যিহে তাক পিছলৈ টানে—আৰু তাৰ ফলত নতুনৰ লগত খাপ খুৱাই লোৱাৰ পথ কঠিন হয়।

আৰৱ জগতত উন্নতিৰ পথত বাধা সম্বন্ধে লিখোতে ডঃ মোহেই এল. দিন. চেবাৰে মনৰ এই ধৰণৰ বৈষম্যৰ ফাললৈ আঙুলিয়াইছে।

"একে সময়তে এই দুটা কথা মানি লোৱা টান, যে মাইক্ৰোবৰো অস্তিত্ব আছে, অৰ্থাৎ জীবাণুও আছে আৰু পুৰণি কিংবদন্তীত উল্লেখ কৰা যিজনে অসুখত ভুগিছে—তেওঁ ডাক্তৰতকৈও জ্ঞানী হয় ?" বা বেঙ্কৰ আৱশ্যকতা মানি লোৱা আৰু তাৰ লগতে এই বিশ্বাস ৰখা যে সুদ লোৱা অন্যায় বা পাপ; বা তিৰোতাক শিক্ষাদান কৰা আৰু তেওঁলোকক ওৰণিৰ তলত বা ঘৰত আবদ্ধ ৰাখিবলৈ চেষ্টা কৰা।"

বাস্তৱ ঘটনাবোৰ যেতিয়া ঐতিহ্যতকৈ খৰগতিত ঘটে তেতিয়া কি হয় ?

এটা বস্তু হয়, বয়সৰ প্ৰতি শ্ৰদ্ধা টুটে। নতুন পৰিবৰ্ত্তনবোৰ নবীন নেতা-সকলেহে বুজি পায়। গাৱঁৰ ডেকা শ্ৰোতা সকলে তেওঁলোকৰ কথাহে শুনে। অশিক্ষিত বৃদ্ধতকৈ শিক্ষিত ডেকাসকলকক নতুন ঘটনবোৰ বুজাবলৈ মতা হয়।

নতুন মূল্যবোধ জগতত বিয়পি পৰাৰ লগে লগে সামাজিক ভাৰসাম্যৰ গুৰি লৰিবও পাৰে। নতুন মূল্যবোধৰ দ্বাৰা এনেধৰণৰ ব্যৱহাৰৰ বা ধৰণৰ সৃষ্টি হব পাৰে যিটোৱে ঐতিহ্যগত প্ৰথাৰ বিৰোধিতা কৰে। সকলোৱে পৰিবৰ্ত্তনও নিবিচাৰে। উদাহৰণ স্বৰূপে স্বাস্থ্য-ৰক্ষা, ঘৰ সজাৰ ব্যৱস্থা, শিক্ষা ইত্যাদিৰ সুবিধা সমাজৰ ফালৰ পৰা ব্যক্তি বিশেষলৈ আগবঢ়োৱাৰ দায়িত্বৰ ধাৰণাটো নতুন। গতিকে পৃথিৱীৰ বহুত ঠাইতে, যত আৰম্ভণিৰে পৰা মানুহে নিজেই নিজৰ জীৱন নিয়াইছে—আৰু মৃত্যুও হৈছে তেনেকৈয়ে, তাত মানুহৰ পক্ষে ধাৰণা কৰাও টান যে কোনো নিৰ্ব্যক্তিক 'সমাজ-আঁচনিবিদৰ' এই বিষয়ে দায়িত্ব আছে।

সমাজ কেনে ধৰণৰ মানুহৰ দ্বাৰা গঠিত তাক চোৱা যাওক। তাত কেৱল নগৰৰ শিক্ষিত মানুহেই নাই, উটৰ নোমেৰে তৈয়াৰ কৰা তম্বুত থকা বেডুইনও

আছে, জঙ্গলত থকা প্ৰায় উলঙ্গ মানুহও আছে, যিসকল খেতিয়কে এন্টিবায়োটিক দৰৱতকৈ মাদুলীত বেচি বিশ্বাস ৰাখে তেনে মানুহও আছে। যাক জীৱনৰ গ্ৰহণযোগ্য মান বুলি ধৰা হয় সেই মানতকৈ বহুত তলত লাখ লাখ মানুহ বাস কৰে। উন্নত বাসস্থান, মানবুক্ত কাপোৰ, ভাবসাম্যযুক্ত খাদ্য, উপযুক্ত চিকিৎসা ব্যৱস্থা আদি সহজতে গ্ৰহণ কৰিব পৰা হোৱাৰ আগতে তেওঁলোকৰ মূল্যবোধৰ ধাৰণাৰ কিমানখিনি পৰিবৰ্ত্তন হব লাগিব সেইটো ভাবি চাবলগীয়া।

সুখ এটি সূক্ষ্ম বস্তু, ই মানুহৰ উদ্দেশ্য আৰু লক্ষ্য, যিহে তেওঁৰ জীৱন প্ৰভাবান্বিত কৰে তাৰ লগত গভীৰভাবে জড়িত, আৰু সেই লক্ষ্য লাভ কৰাত তেওঁ কিমানখিনি সফল হৈছে তাৰ ওপৰত নিৰ্ভৰ কৰে। আঁচনি কৰোঁতা সকলে জীৱনৰ মান উন্নত কৰাৰ বাবে যিসকল পৰিবৰ্ত্তন অনাৰ কথা ভাবে, তাৰ দ্বাৰা কিছুমান শ্ৰেণীৰ মানুহৰ জীৱনত প্ৰধান ভেটিতেই আলোড়ন তুলিব পাৰে বা বিক্ষুব্ধ কৰিব পাৰে। পৰিবৰ্ত্তন আৰু যাক 'প্ৰগতি' বুলি ধৰি লোৱা হয় দুয়োটা বস্তু সহজতে অপৰিহাৰ্য্যভাবে নাহে।

নগৰৰ উৎপত্তিৰ দ্বাৰা সমাজত প্ৰভূত পৰিবৰ্ত্তন আহে। সমগ্ৰ পৃথিৱীতে মানুহে নগৰলৈ কাম বিচাৰি ঢাপলি মেলে। তেওঁলোক আগতে যি সমাজত বাস কৰিছিল, তাত সকলোৱে তেওঁলোকক জানিছিল। তেওঁলোকৰ ব্যৱহাৰ আদিলৈ সকলোৱে মনযোগ দিছিল আৰু শিশুৰ বৃদ্ধিও সকলোৱে লক্ষ্য কৰিছিল। নগৰলৈ আহি হঠাতে প্ৰত্যেক মানুহ নাম গোত্ৰহীন হৈ পৰে। তেওঁৰ প্ৰতি আৰু কোনোৱে মনোযোগ নিদিয়ে। সকলো ধৰণৰ নতুন প্ৰলোভনে তেওঁক বেড়ি ধৰে। তেওঁৰ আগৰ জীৱন সৰলতৰ আছিল, তেতিয়াৰ ধৰা বন্ধা উচিত অনুচিতবোৰ অস্পষ্ট আৰু লাগবান্ধ নোহোৱাৰ নিচিনা হৈ পৰে।

অবিবাহিতা তিৰোতা সকলেও নতুন জীৱন বিচাৰি নগৰলৈ আহে। তেওঁলোকে কেৱল পুৰুষ সঙ্গী নিবিচাৰে, তেওঁলোকে আকৰ্ষণীয় জীৱন বিচাৰে আৰু জীবিকাৰ উপায়ৰ প্ৰতিও মনযোগ দিয়ে। বহুত দেশতে স্বাধীনভাবে জীবিকা অৰ্জা অবিবাহিতা তিৰোতাসকলক আজিৰ দিনতো সমাজৰ বয়স্ক লোকসকলে সন্দেহৰ চকুৰে চায়। নতুন ধৰণৰ জীৱনক গ্ৰহণ কৰোঁতে আৰু সমৰ্থন কৰোঁতে সমাজৰ সময় লাগে। মুঠতে, আজিৰ যুগৰ পৰিবৰ্ত্তনবোৰৰ অসুবিধাবোৰ পুৰুষতকৈ নাৰীৰ বেছি, কাৰণ অতীতত নাৰীয়ে বেছি বাধা-



নিষেধৰ দ্বাৰা আবদ্ধ আছিল—আৰু সেই কাৰণে নতুন জীৱনৰ লগত খাপ খাওঁতে বেছি অসুবিধাৰ সন্মুখীন হয়।

নগৰত অকলশৰীয়া বা অবিবাহিতা মহিলাসকল ক'ত থাকিব ? জীবিকা অৰ্জাৰ বাবে আৱশ্যকীয় বিদ্যা যেনে টাইপ কৰা, হিচাব-ৰখা বা চিলাই কৰা আদি কত শিকিব ?

যদি তেওঁলোকে কামো নাপায় বা পৰিয়ালৰ লগতো নাথাকে বা থাকিবলৈ উপযুক্ত ঠাইও নাপায় তেন্তে নৈতিক মান কেনেদৰে বজায় ৰাখিব ?

তেওঁলোকে যেতিয়া পূৰ্ব্বপুৰুষৰ ঘৰ-মাটি এৰি আহে আৰু জীবিকা অৰ্জাৰ বাবে বাট মুকলি নাপায় তেতিয়া তেওঁলোকৰ কি হয় ?

প্ৰত্যেক দেশে দেশে নাৰীৰ জীৱনৰ কেন্দ্ৰ পৰিবৰ্ত্তিত হৈ আহিছে। কোৰিয়াৰ এগৰাকী মহিলাই লিখিছে :—

"আমি স্বাধীন হোৱাৰ পিছত আমাৰ দেশৰ তিৰোতা সকলে তেওঁলোকৰ দেশৰ প্ৰতি থকা দায়িত্ব সম্বন্ধে সচেতন হব ধৰে, আৰু তেওঁলোকৰ নিজৰ অৱস্থাৰ উন্নতি কৰাৰ সম্বন্ধেও সচেতন হয়। তেওঁলোকে বুজিব ধৰে যে দেশৰ উন্নতিৰ ক্ষেত্ৰত তেওঁলোকৰ গুৰুত্বপূৰ্ণ অংশ আছে। তেওঁলোকে আজিকালি কেৱল তেওঁলোকৰ স্বামীৰ ওপৰতে নিৰ্ভৰ কৰি থাকিব নোখোজে।"

"মোৰ আইতাৰ যুগত তেওঁলোকৰ দৈনন্দিন জীৱন ঘৰৰ চাৰিবেৰৰ ভিতৰতে আবদ্ধ আছিল। তেওঁ তেওঁৰ জীৱনকালত তিনিজন পুৰুষৰ কথামতে চলিব লাগিছিল—তেওঁৰ পিতাক, তেওঁৰ স্বামী আৰু ডাঙৰ পুতেক। একোতেই তেওঁৰ অধিকাৰ নাছিল। কিন্তু ১৯৪৫ চনত মুক্তিলাভৰ পিছত, জগতত হোৱা পৰিবৰ্ত্তনৰ ফলত কোৰিয়াৰ তিৰোতাসকলৰ মাজতো ডাঙৰ পৰিবৰ্ত্তন আহিছে। যদিও তিৰোতাৰ বাবে জীবিকা অৰ্জাৰ পথ এতিয়াও ঠেক, বেছিভাগ ছোৱালীয়ে শিক্ষা শেষ কৰাৰ পিছত কাম লবলৈ ইচ্ছা কৰে।"

থাইলেণ্ডৰ পাণিনি রুদ্ৰবণিজাই কৈছে :—

"১৯২১ চনত এখন আইন প্ৰবৰ্ত্তিত হয় যে সাত বছৰৰ পৰা বাৰ বছৰৰ ভিতৰত থকা সকলো শিশুই পঢ়াশালিলৈ যাব লাগিব, আৰু তাৰ দ্বাৰাই আমাৰ মাজত আটাইতকৈ ডাঙৰ পৰিবৰ্ত্তন হয়। তিৰোতাসকল যে ঘৰতে সোমাই থাকিব লাগিব, এই বিশ্বাসৰ লগত এই আইনৰ বিৰোধিতা থকা কাৰণে ইয়াক কামত খটোৱাত অলপ সময় লাগিছিল। এতিয়া আপোনাৰ কি ধাৰণা ?

কলেজৰ পৰা যিমান ছাত্ৰছাত্ৰীয়ে স্নাতক হৈ ওলাইছে তাৰ ভিতৰত শতকৰা ৩৮ জনীতকৈও বেছি ছোৱালী—আৰু এই সংখ্যা এচিয়াৰ ভিতৰত সৰ্ব্বোচ্চ। যুক্তৰাষ্ট্ৰত এই সংখ্যা কিমান জানেনে? মাত্ৰ শতকৰা ৩৫। জগতত সকলোতকৈ ওখ অনুপাত সংখ্যা হল—শতকৰা ৪৪। তাৰ পিছতে থাইলেণ্ডৰ স্থান—আমাৰ স্থান জগতত দ্বিতীয়। ছোৱালীবোৰে স্কুলীয়া শিক্ষা লাভ কৰিলে কি হয় চাওক!"[৩]

কেবল কোৰিয়াতেই তিৰোতাসকলে চাৰিবেৰৰ মাজৰ অস্তিত্বৰ পৰা বাহিৰ ওলোৱা নাই, কেবল থাইলেণ্ডতেই ছোৱালীবোৰে তেওঁলোকৰ ভায়েকৰ লগত স্কুললৈ যোৱা নাই। জগতৰ অধিকাংশ দেশৰ তিৰোতাসকলৰ সম্বন্ধে এই কথা কব পাৰি।

যন্ত্ৰকৌশল সম্পৰ্কীয় পৰিবৰ্ত্তনবোৰেই যিকোনো দেশত সহজে চকুত পৰে—যেনে, টেলিফোন, ৰেডিও, জলবিদ্যুৎশক্তি, শীততাপ নিয়ন্ত্ৰণ, জেট-চালিত যান আদিৰ যাদু। এনে ধৰণৰ উন্নতিৰ ফলাফলবোৰ এতিয়াও বহুতেই ঢুকি পোৱা নাই। পৃথিবীৰ অধিকাংশ মানুহেই এতিয়াও তেওঁলোকৰ পুৰণি ধৰণৰ নাঙলেৰেই খেতি কৰে, ধূলিৰ মাজেৰে খোজ কাঢ়ি কাঢ়ি, বা পৰিশ্ৰান্ত পিঠি বা মূৰৰ ওপৰতে বোজা লৈ লৈ যায়। কিন্তু বিদ্যুৎশক্তিয়ে বিশাল খুটিবোৰৰ ওপৰেদি ক্ৰমে পৃথিবীৰ নানা ঠাইৰ ওপৰেদি আগুৱাই গৈ আছে? নতুন নতুন বাট পৰ্বত বগাই উঠি গৈছে—আৰু পাক খাই উপত্যকাৰে নামি গৈছে, লাখ লাখ মানুহৰ মাজলৈ নতুন নতুন চিন্তাধাৰা ৰেডিওযোগে বিয়পি যায়। আনকি তেনেই অকলশৰীয়া খেতিৰ ফাৰ্মতো পৰিয়ালবোৰে গোট খায় বহিৰাকাশৰ পৰা আলৌকিক উপায়েৰে খুন্দা খুৱাই ওভোটাই অনা বেতাৰ-প্ৰচাৰ শুনিবলৈ।

এটি সম্পূৰ্ণ বৈপ্লবিক ধাৰণাই বৰ্ত্তমান জগতত আলোড়ন তুলিছে,—পুৰুষানুক্ৰমে ধৈৰ্য্যেৰে সৈতে মানি লোৱাৰ পিছত হঠাৎ মানুহে উপলব্ধি কৰিছে 'যে সকলো কামেই সদায় ইমান কঠোৰ হোৱা উচিত নহয়।' দৰিদ্ৰ মানুহ সদায় ইমান দৰিদ্ৰ হৈ থকা উচিত নহয়। ক্ষুধাৰ্ত্ত মানুহে কথাষাৰ শুনাৰ পিছত ভাবে যে তেওঁলোকৰ লৰাছোৱালীবোৰ ভোকত প্ৰাণ হেৰুৱা উচিত নহয়। এই নতুন সচেতনতাই মানুহৰ আত্মাক জগাই তুলিছে। ৰেডিও, বিদ্যুৎ, গতি এইবোৰ বস্তু আমাৰ আৰু আমাৰ বুঢ়ীআইৰ যুগৰ মাজৰ পাৰ্থক্য নহয়,—আচল পাৰ্থক্য হল আজিৰ মানুহৰ দ্ৰুত পৰিবৰ্ত্তনৰ প্ৰতি আকাঙ্ক্ষা।



সমগ্ৰ এচিয়াতে সাধাৰণ খেতিয়ক একোজনৰ মাত্ৰ অলপ কেইএকৰমানকৈ মাটি আছে, আৰু এচিয়াতেই পৃথিবীৰ আধাতকৈ বেচি মানুহ বাস কৰে। সাধাৰণতে তেওঁ নিজেই তেওঁৰ ভাৰবাহী জন্তু বা বহুত সময়ত তেওঁৰ ঘৈণীয়েকেই সেই কাম কৰে। তেওঁলোকৰ খেতি-পথাৰত ওপজা শস্য তেওঁলোকে পিঠিতকৈ বৈ লৈ গৈ বিক্ৰী কৰে, আৰু বজাৰত যি সামান্য বস্তু-বাহানি কিনে তাকো নিজৰ থকা ঠাইলৈ বৈ লৈ যায়। সীমাহীন ক্লান্তিৰ মাজতে দিনটো নিয়ায়।[৩] পামত তেওঁলোকৰ থকা ঠাইও অতি সাধাৰণ, যত কোনোমতে সাধাৰণ খাদ্য খায়, আৰু পিছদিনাৰ কাম আৰম্ভ কৰাৰ আগলৈকে মাটিৰ ওপৰৰ টান বিছনাত শোৱে। কিন্তু এই বৈচিত্ৰ্যহীনতাৰ মাজতো সচেতনতা বাঢ়ি আহে। বহুতৰ গাৱঁতে আজিকালি ৰেডিও আছে। সমসাময়িক বাতৰিও মানুহৰ কাণলৈ আহে, লগতে গীতবাদ্য আৰু নতুন চিন্তা বা ধাৰণাও।

মানুহে আজিকালি নিজৰ সৰু গাওঁখনিৰ বাহিৰৰ অন্য কথাও ভাবে। যদি উত্তৰ গ্ৰীচৰ দূৰ পৰ্ব্বতৰ ওপৰৰ গাৱঁত তিৰোতা এজনীক বা আন্দিজ পৰ্ব্বতত বাস কৰা দীঘল-চুলীয়া খেতিয়ক এজনক বা নীলনদৰ পাৰৰ 'ফেলাহিন' বা খেতিয়ক এজনক সোধা হয় "তোমাৰ সতি-সন্ততিৰ বাবে তুমি কি বিচৰা?" তেওঁ উত্তৰ দিব "স্কুল"।

"কিয়?"

"তেওঁলোকৰ জীৱন আমাৰ জীৱনতকৈ উন্নত হব।"

বহুত শতাব্দী ধৰি পৃথিবীৰ লাখ লাখ মানুহে ভবা নাছিল যে তেওঁলোকৰ জীৱনতকৈ তেওঁলোকৰ লৰাছোৱালীৰ জীৱন বেলেগ ধৰণৰ হব পাৰে। এতিয়া তেওঁলোকে ভাবে। যদিও মানুহৰ স্বাভাৱিক সংৰক্ষণশীলতাই আৰু কিছুমান নেতাৰ প্ৰচাৰবাণীয়ে পৰিবৰ্ত্তনৰ বিৰোধিতা কৰে, জগতৰ অধিকাংশ মানুহেই এতিয়া তেওঁলোকৰ নিজৰ আৰু লৰাছোৱালীৰ ভৱিষ্যতৰ আশাৰ সপোন দেখে।

প্ৰগতি বা উন্নতিক এটি জটিল সমস্যাত পৰিণত কৰা হয় কিছুমান ডাঙৰ অসুবিধাৰ দ্বাৰা। এজন আমেৰিকাৰ সমাজ-বিজ্ঞানীয়ে ইৰাকৰ সাম্য অঞ্চলত ভ্ৰমণ কৰোতে এই প্ৰশ্নটোৰ সমাধান বিচাৰি উলিয়াবলৈ চেষ্টা কৰিছিল:—"যি ক্ষেত্ৰত গাৱঁৰ মানুহ নিজেই পৰিবৰ্ত্তনৰ বাবে ইমান আগ্ৰহশীল—আনকি তাতও নতুন ধাৰণা প্ৰবৰ্ত্তন কৰাত ইমান অসুবিধা হয় কিয়?"

উভতি আহি তেওঁ কয়:

"এটা কাৰণ হল এয়ে যে গাৱঁৰ মানুহবোৰে চৰকাৰ বা বাহিৰৰ আন কোনো সংস্থাৰ সহায়ৰ বাবে বৈ থাকে—যিহে এই প্ৰগতি (যাৰ সম্বন্ধে তেওঁলোকৰ ধাৰণা কিছু অস্পষ্ট) বা পৰিবৰ্ত্তন আনিব। তেওঁলোকে নিজে উন্নতিৰ পথত আগুৱাবলৈ যত্ন নকৰে, সংস্কাৰবোৰ পৰোক্ষভাবে গ্ৰহণ কৰে কেৱল ; আৰু যি সংস্থাৰ দ্বাৰা পৰিবৰ্ত্তনবোৰ সাধিত হৈছিল তাৰ অবৰ্ত্তমানত আকৌ পুৰণি অৱস্থা প্ৰাপ্ত হয়।"

কোনো কোনো ক্ষেত্ৰত মানুহে পৰিবৰ্ত্তন বিচাৰে, কিন্তু তাৰ লগতে যিবোৰ ফলাফল আহি পৰে সেইবোৰ নিবিচাৰে। ইয়াৰ দ্বাৰাও কিছু গণ্ডগোল বা অসুবিধা হয়। শিক্ষিতা জীয়েক যেতিয়া কোনো কাম-কাজ পায় তেতিয়া দেউতাক আনন্দিত হয়, কিন্তু ছোৱালীয়ে নবলব্ধ স্বাধীনতাৰ ফলত যদি নিজৰ বাবে দৰা বাছি লয় তেন্তে দেউতাক সুখী নহয়। অথবা কোনো কৰ্মীয়ে হয়তো নিজৰ গাৱঁত তেওঁৰ নিজৰ 'শক্তিশালী জাতি' সম্পৰ্কে উচ্চস্বৰে কব পাৰে, কিন্তু তেওঁ নিজে যেতিয়া কাৰখানাত শৃঙ্খলাৰে সৈতে আৰু নিয়মৰ বান্ধোনৰ মাজত দীঘল সময় কাম কৰি জাতিৰ বল বঢ়োৱাৰ ক্ষেত্ৰত সহায় কৰাৰ প্ৰশ্ন উঠে—তেতিয়া উপযুক্ত সহযোগিতা পোৱা নেযাবও পাৰে।

কিছুমান সমাজত পৰিবৰ্ত্তনৰ বাবে তীব্ৰ আকাঙ্ক্ষা আছে—কিন্তু নেতা নাই। কোনোৱেই আগ্ৰহী হৈ আগবাঢ়ি নাহে। তেওঁলোকে হয়তো অসুখৰ ভৰতে দোঁ খাই আছে বা দৈনন্দিন জীৱনৰ পৰিশ্ৰমৰ ফলত ক্লান্ত হৈ আছে বা গাৱঁৰ জীৱনৰ খিয়াল বা প্ৰতিদ্বন্দ্বিতাৰ মাজতে নাশ পাইছে। কিছুমানে আকৌ 'কিছু ভাল কিবা এটা' বিচাৰে যিটোক তেওঁলোকে নিজে ঢুকি পাব পাৰে বুলি ভাবে? কিন্তু কঠিন অভিজ্ঞতাৰ পৰা শিক্ষা পাই তেওঁলোক টান হৈছে। যিখিনি আছে সেইখিনিকে নেহেৰুৱাকৈ ৰাখিবলৈ জীৱনৰ অভিজ্ঞতাৰ পৰাই তেওঁলোকে শিকিছে। তেওঁলোকৰ পুৰণি আৰু পৰিচিত বস্তুক আঁকোৱালি ৰাখিছে। তেওঁলোকে ধীৰগতিৰে আৰু সাময়িক ভাবে নতুনৰ বাবে আগ বাঢ়ে।

ইয়াত একো আচৰিত হবলগীয়া নাই যে আজিৰ জগত বিৰাট পৰিবৰ্ত্তনৰ মাজেদি যাব ধৰিছে। মানবজাতিৰ একোটা সমস্যা ইমান ডাঙৰ হৈছে, যে তেনে সমস্যাৰ সন্মুখীন আগতে কেতিয়াও হোৱা নাই। জীৱন আগতে যিমান অনিশ্চিত বা বিপদজনক আছিল আজিকালি তাতকৈ বহুত বেচি বিপদজনক। এই কথা সঁচা হোৱাৰ কাৰণ হল, এয়ে যে মানুহে এয়ে প্ৰথম ঈশ্বৰৰ শক্তিৰ বিৰুদ্ধে



যুদ্ধ কৰিবলৈ শক্তি গোটাইছে। মানুহে এতিয়া কেৱল মানুহ মাৰিবই নোৱাৰে, আনকি তেওঁ সজা অস্ত্ৰেৰে মানুহৰ শৰীৰৰ আৰু প্ৰকৃতিৰো পৰিবৰ্ত্তন আনিব পাৰে। মানুহে যেতিয়া তলত বৰ্ণোৱা কামবোৰ কৰিবলৈ চেষ্টা কৰে, তেওঁ শান্তিৰ বাবে চলোৱা কষ্টকৰ প্ৰচেষ্টাবোৰ আৰু জৰুৰী আৰু কঠোৰ হয় :—

যি জাতিবোৰে পৰস্পৰৰ কথা সামান্যই জানে বা বুজি পায় সেইবোৰৰ মাজত নতুনকৈ সংহতি স্থাপন, পৰস্পৰৰ মাজত ধ্বংসৰ ভয় নিবাৰণ ;

ঔপনিবেশিক শাসন বা সামন্ততন্ত্ৰৰ অবসান ঘটাই দায়িত্বশীল শাসনব্যৱস্থা স্থাপন ;

পৃথিৱীৰ বুৰঞ্জীৰ আৰম্ভণিৰে পৰা মানুহে যিসকল যাতনাত ভুগিছে যথা, খাদ্যাভাব, দাৰিদ্ৰ্য, অসুখ—সেইবোৰ নাইকীয়া কৰা।

আমাৰ যুগৰ এটি আচৰিত বস্তু হল—যে বিভিন্ন জাতিৰ মানুহে যিদৰে একেলগ হৈ পৰস্পৰৰ প্ৰতি সহায় ক্ৰমে আগবঢ়াই আহি আছে।

আইচলেণ্ডবাসী, চুইডেনবাসী নৰৱেবাসী, কানাডীয়, জাপানী আদি মাছ-মৰাত পাকৈত সকলোবোৰ জাতিৰ মানুহেই ভাৰতলৈ আহিছে। বম্বেৰ ওচৰৰ এখন স্কুলত তেওঁলোকে ভাৰতৰ ডেকা মাছমৰীয়া সকলক নতুন উপায়েৰে সাগৰৰ মাছ মাৰিবলৈ শিকাইছে? ইয়াৰ ফলত এখন খাদ্যাভাবগ্ৰস্ত দেশক সহায় কৰা হৈছে। জাতীয়তাবাদী চীনে পৃথিৱীৰ ভিতৰতে প্ৰতি হেক্টাৰ মাটিত সৰ্বোচ্চ পৰিমাণে ধান উৎপাদন কৰে ; তেওঁলোকে এই আৱশ্যকীয় বিদ্যা পাৰাগুৱে, লাইবেৰিয়া, লিবিয়া, ব্ৰাজিল, ডমিনিকান ৰিপাব্লিক আদি দেশতও শিকাইছে। যোৱা বছৰ, আফ্ৰিকাৰ উনৈশখন দেশৰ পৰা উনপঞ্চাশজন শিক্ষাৰ্থী টাইৱানলৈ গৈ তাত কেবামাহো থাকি পথাৰলৈ গৈ ধান উৎপাদন সম্বন্ধে শিক্ষালাভ কৰিছে।

পৃথিৱীৰ চাৰিওপিনে হেজাৰ হেজাৰ এনেকুৱা আঁচনিৰ মাজেদি ক্ৰমে অধিকসংখ্যক শিক্ষাহীন মানুহে শিক্ষালাভ কৰিছে আৰু তাৰ দ্বাৰা জীৱনৰ মান ক্ৰমে উচ্চ হৈছে, উপাৰ্জনও বাঢ়িছে, যতেই তেওঁলোকে বাস নকৰক।

মালয়েছিয়াৰ এটি দলে তেওঁলোকৰ দৈনন্দিন ব্যৱহাৰ্য্য বস্তুবোৰৰ মাজত কেনেধৰণৰ আন্তৰ্জাতিকতা আছে তাক দেখুৱাই আনন্দ লাভ কৰিছিল :—

"আমাৰ চাহপাত আহে চিলোনৰ পৰা, চাউল আহে ব্ৰহ্মদেশ বা থাইলেণ্ডৰ পৰা, আমি চোৱা চিনেমাবোৰ আহে যুক্তৰাষ্ট্ৰ, ভাৰত বা জাপানৰ পৰা ; আমাৰ

কাপোৰ বোৱা হয় লেঙ্কেচায়াৰ, বেনাৰচ বা কেলানটানত ; আমাৰ লৰা-ছোৱালীয়ে যি চকোলেটবোৰ খায় সেইবোৰ কেনিয়া আৰু বৃটেন উভয়েই তৈয়াৰ কৰে ; আমাৰ শিশুৰ গাখীৰ আহে চুইজাৰলেণ্ডৰ পৰা।

আৰু ডাঙৰ কথা হল, আমি কেনেকৈ পৰস্পৰৰ লগত জড়িত। কিউবাত যি ঘটে, এচিয়াত তাৰ ফলাফল হয়, ভাৰত আৰু চীনৰ মাজত কাজিয়া হ'লে যুক্তৰাষ্ট্ৰ চিন্তিত হয় ; বাৰ্লিনৰ বেৰখনে গোটেই ইউৰোপতে ফলাফল দেখুৱায়, আনকি দক্ষিণ আমেৰিকাতো তাৰ দ্বাৰা পাৰ্থক্য ঘটে।"

প্ৰত্যেক দেশেই আন দেশবোৰৰ ওচৰত কিবা এটা ক্ষেত্ৰত ঋণী। কোনো জাতিয়েই সি পুৰণিয়েই হওক বা নতুনেই হওক তাৰ উন্নতি হৈ থকা সময়ত আন দেশৰ পৰা সহায় নোলোৱাকৈ উন্নতি কৰিব বা সমৃদ্ধ হব নোৱাৰে, সেই কাৰণে কোনো জাতিয়ে নিজক আনতকৈ ডাঙৰ বা সৰু বুলি ভবাৰ আৱশ্যকতা নাই। আমেৰিকাৰ হাস্যৰসিক দাৰ্শনিকে ৱিল ৰৰ্জাচে কোৱাৰ নিচিনা "আমি সকলোৱেই অজ্ঞ, 'কেবল সৌভাগ্যক্ৰমে সকলোৱে অজ্ঞতা একে বিষয় সম্পৰ্কে নহয়।"

আজিৰ যুগত বহুতবোৰ দেশেই নিজক আধুনিক কৰি তোলাত ব্যস্ত আৰু পাশ্চাত্য দেশবোৰেও এনে কিছুমান নতুন বিষয়ৰ সন্ধানত ব্যস্ত যিহৰ ফল আমি সকলোৱে ওপৰত পৰিব। বিশ্ববিদ্যালয়বোৰত, পৰীক্ষাগাৰত, মন্ত্ৰণা-সভাত, উপদেষ্টা সভাত সকলো ঠাইতেই জিজ্ঞাসু মনবোৰে কঠোৰ পৰিশ্ৰম কৰি আছে ; কেবল নাঙলৰ উন্নতি, পানী সিঁচাৰ নলা ৰেফ্ৰিজাৰেটৰ ইত্যাদিৰ দ্বাৰাই পৰিবৰ্ত্তন জুখিব নোৱাৰি। ইয়াক মানুহৰ ধাৰণা আৰু মনোভাবৰ দ্বাৰাহে বেছি ভালকৈ জুখিব পাৰি।

পশ্চিম ইউৰোপৰ ফালে চাওক। কেবা শতাব্দী ধৰি মানুহে ইউৰোপক শক্তিৰ দ্বাৰা, ৰক্তপাতৰ দ্বাৰা একতাবদ্ধ কৰিবলৈ চেষ্টা কৰিছে। যোৱা কুৰি বছৰৰ ভিতৰত পশ্চিম ইউৰোপ শান্তিৰ মাধ্যমেৰে যিমানখিনি একতাবদ্ধ হৈছে, ৰোমান সাম্ৰাজ্যৰ দিনৰ পৰা আজিলৈকে তিমানখিনি একতা অহা নাছিল। এই পৰিবৰ্ত্তন আহিছে এটি চিন্তা বা ধাৰণাৰ শক্তিৰ দ্বাৰা, মানুহৰ মনোভাবৰ পৰিবৰ্ত্তনৰ দ্বাৰা, মানুহে নিজৰ সমগোত্ৰীয় আন মানুহৰ লগত সহযোগিতা কৰাৰ এটি নতুন আগ্ৰহৰ দ্বাৰা। পশ্চিম ইউৰোপত প্ৰত্যাশাৰ বা উৰ্দ্ধগতিৰ যি পৰিবৰ্ত্তন আহিছে তাৰ দ্বাৰা অৰ্থনৈতিক একতাৰ বাটলৈ পশ্চিম ইউৰোপ আগ বাঢ়ি গৈছে, আৰু সম্ভবতঃ অৱশেষত ৰাজনৈতিক একতাও পাব গৈ। যদিও



বহুত সংখ্যক ব্যৱসায়ীয়ে কৈছিল যে ইউৰোপৰ 'কমন মাৰ্কেটে' সম্ভৱতঃ সফলতা লাভ কৰিব নোৱাৰে, বাস্তৱত ইয়াৰ সফলতা ক্ৰমে বাঢ়ি আহিব ধৰিছে। উৎপাদনৰত কাৰখানাৰ পৰা 'ধোঁৱা ওলাই থকা চিমনীবোৰ, ব্যস্ত যানবাহন, মালগাড়ীবোৰে ইউৰোপৰ ইমূৰৰ পৰা সিমূৰলৈ সমগতিত গৈ থকা আদিৰ ফালে মন কৰিলে এটি সমৃদ্ধ আৰু প্ৰাণবন্ত ছবি দেখা যায়।

এই কামটো কোনোমতেই সহজসাধ্য নহয়। ই এটা অত্যন্ত কঠিন কাম, আৰু ইয়াক সাধোঁতে কেবাবাৰো নৈৰাশ্যজনক বিফলতা আহিছে। যিয়ে নহওক ইউৰোপে যি একতা লাভ কৰাৰ বাবে চেষ্টা কৰি আছে—তাৰ ফলাফলৰ মূল্য সমগ্ৰ জগতৰ বাবে যথেষ্টভাবে আছে বুলি কব পাৰি।

ভিক্টৰ হিউগোই এবাৰ কৈছিল "জগতত কোনো বস্তুৰেই ইমান শক্তি নাই, যি 'চিন্তা'ৰ সময় এতিয়া আহিছে তাতকৈ।" আমাৰ দিনত জাতীয় স্বাধীনতা এটি এনেকুৱা শক্তিশালী চিন্তাৰূপে পৰিগণিত হৈছে। স্বাধীন জাতিবোৰে নিজ ইচ্ছাৰে গোট খাই সমূহীয়াৰূপে বলশালী হোৱাৰ যি প্ৰচেষ্টা, সিও এটি শক্তি-শালী ধাৰণাৰ ফল, যিটো ক্ৰমাৎ বলৱান হৈ উঠিছে। পশ্চিম ইউৰোপে ক্ৰমে অতি পৰিশ্ৰমেৰে সৈতে তাৰ বাঢ়ি অহা আৰু নতুন সভ্যসকলৰ মঙ্গলৰ বাবে প্ৰচেষ্টা চলাইছে। আফ্ৰিকাৰ নেতাসকলে আফ্ৰিকাৰ বিভিন্ন দেশৰ মাজত একতা গঢ়ি তোলাৰ বাবে প্ৰায়ে একেলগ হয়। বহুত দিন ধৰি কথাবতৰা চলোৱাৰ ফলত মালয়েছিয়াৰ নতুন ৰাজ্য নতুন ধৰণে গঠিত হৈছে। ভিতৰুৱা প্ৰতিযোগিতা কম থাকিলে, বেপাৰৰ বহল সুবিধা পালে, একতা বাঢ়িলে জাতি-বোৰে অধিক সমৃদ্ধিলাভ কৰিব পাৰে, আৰু তেতিয়া দেশৰ মানুহৰ জীৱনৰ ওপৰতো আশাপূৰ্ণ প্ৰতিচ্ছবি দেখা যাব।

বিভিন্ন দেশে নিজৰ মানুহৰ অৱস্থাৰ উন্নতি কৰিবলৈ যি সকল পন্থা অবলম্বন কৰিছে, আন আন দেশেও যে নিজৰ নিজৰ আৱশ্যকতা অনুসাৰে সেইবোৰক সামান্য সালসলনি কৰি গ্ৰহণ কৰিব, তাত সন্দেহ নাই। কিছুমান দেশে আন কিছুমান দেশৰ ভুলভ্ৰান্তি বা সফলতাৰ পৰাও শিক্ষালাভ কৰিব। পৃথিবীত যানবাহনৰ সুবিধা যিমানেই বাঢ়িব তিমানেই দেশবোৰ ওচৰাওচৰি হৈ পৰিব, আৰু প্ৰগাঢ় জাতীয়তাবাদৰ ধাৰণাৰ ঠাইত হয়তো আন্তৰাঞ্চলিক আৰু আন্তৰ্জাতিক ধাৰণা গঢ়ি উঠিব।

যুক্তৰাষ্ট্ৰৰ বুৰঞ্জী যদিও বেছি দীঘল নহয়, তথাপি এই দেশে কিছুমান

শক্তিশালী ধাৰণা অবদান স্বৰূপে দিছে, যি সকলৰ প্ৰভাৱ এতিয়াও পৃথিবীৰ নানা ঠাইত তলে তলে বিয়পি আছে। যুক্তৰাষ্ট্ৰত যি সকলে প্ৰথম বসতি স্থাপন কৰে তেওঁলোকেই সৰ্বপ্ৰথম চিন্তা কৰি উলিয়ায় যে এখন প্ৰজাতন্ত্ৰ পতা সম্ভৱ, যি চৰকাৰ হব "জনসাধাৰণৰ নিজৰ, জনসাধাৰণৰ দ্বাৰা চালিত আৰু জনসাধাৰণৰ বাবে" গঠিত, আৰু ই বিয়পি থাকিব এখন ডাঙৰ ভৌগোলিক অঞ্চল জুৰি। বহুত দেশৰ শাসনতন্ত্ৰই এই মৌলিক চিন্তাৰ ওপৰত প্ৰতিষ্ঠিত। এনে ধৰণৰ প্ৰচেষ্টা ইয়াৰ আগতে কেৱল সৰু সৰু সমাজবোৰতহে কৰি চোৱা হৈছিল।

আমেৰিকাৰ আন এটি বৈপ্লৱিক চিন্তাৰ ফলত বুৰঞ্জীত এটি সৰ্বোচ্চ ধৰণৰ গণতান্ত্ৰিক প্ৰতিষ্ঠান গঢ়ি উঠিছে। সেই চিন্তাটো হল যে প্ৰত্যেক শিশুৱে, তেওঁৰ অৰ্থনৈতিক অৱস্থা যিয়ে নহওক কিয় টেক্সৰ দ্বাৰা চালিত অবৈতনিক স্কুলত শিক্ষালাভ কৰিব পাৰে। ঢাকোন দিয়া গাড়ীৰ পৰাই যুক্তৰাষ্ট্ৰৰ জনসাধাৰণে তেওঁলোকৰ সামাজিক পদমৰ্য্যাদা পৰিবৰ্ত্তিত কৰি আহিব পাৰিছে—তেওঁলোকৰ নিজৰ বুদ্ধি আৰু শক্তি অনুসাৰে, তেওঁলোকৰ, শ্ৰেণী, সামাজিক প্ৰতিষ্ঠা বা পাৰিবাৰিক ঐশ্বৰ্য্য নিৰ্বিশেষে। সামাজিক পদমৰ্য্যাদাৰ পৰিবৰ্ত্তন ঘটিব পৰাৰ ফলতেই যি আমেৰিকা এসময়ত আদিম অৰণ্য আৰু বাইচনে ভ্ৰমণ কৰা ঘাঁহনিৰে ভৰপূৰ আছিল দুশ বছৰৰ ভিতৰত সি আধুনিক যুক্তৰাষ্ট্ৰত পৰিণত হৈছে। সকলো মানুহকে মনুষ্যোচিত মৰ্য্যাদা দিয়া বা সমান চকুৰে চোৱা এতিয়াও যুক্তৰাষ্ট্ৰত সম্পূৰ্ণভাবে নাই হোৱা—হয়তো যথেষ্ট সময়ো লাগিব। কিন্তু জাতিৰ অধিকাংশ মানুহেই এই আদৰ্শবোৰ লাভ কৰাৰ বাবে চেষ্টা কৰিব ধৰিছে। অন্যান্য বহুত দেশেই এই আদৰ্শবোৰ ধাৰ কৰিছে, তাক নিজৰ দেশৰ উপযুক্ত কৰি লৈছে ; ফলত তেওঁলোকৰ চিন্তাৰ অঙ্গ হৈ পৰিছে এই আদৰ্শবোৰ।

আজিৰ দিনতো যুক্তৰাষ্ট্ৰই পৰীক্ষা চলাইয়ে আছে, পৰিবৰ্ত্তন হৈয়ে আছে, —এতিয়াও জীৱন ধাৰণৰ নতুন নতুন ধৰণ বা নমুনা বিচাৰিয়ে আছে। এই নতুন ধৰণৰ চিন্তাবোৰে যে পৃথিবীৰ অন্যান্য অংশত বিভিন্ন ধৰণৰ প্ৰভাৱ পেলাব তাত সন্দেহ নাই। আজিৰ দিনৰ কিছুমান পৰীক্ষা চলোৱা হব ধৰিছে স্বয়ংচল যন্ত্ৰ সম্বন্ধে, যিহৰ ফলত হয়তো মানুহৰ জীৱনৰ পৰা নীৰস একে ধৰণৰ খাটনী কিছু পৰিমাণে নোহোৱা হব। যিদৰে ভবিষ্যদ্বাণী কৰা হয়, সেই দৰেই যদি মানুহে কৰিবলগীয়া কামৰ দহ ভাগৰ ন ভাগ যন্ত্ৰৰ দ্বাৰাই সাধিত হয়, তেন্তে আমাৰ প্ৰচলিত মূল্যবোৰৰ অৱস্থা কি হব যাক আমি ইমান দিনে গ্ৰহণ কৰি আহিছোঁ? বুঢ়ীআই, আই আৰু বৰ্ত্তমান ? যদি অদক্ষ বা অৰ্দ্ধদক্ষ কৰ্মীসকলৰ কামবোৰ যন্ত্ৰই লৈ লয়—তেন্তে মানুহৰ মূল্যাই বা কি উপায়েৰে জোখা হব। ইমান দিনে আমি যিহক জুখি আহিছোঁ আমাৰ পৰিচিত সংজ্ঞা 'এদিনৰ ভাল খাটনী' ৰ সহায়েৰে ?



পাশ্চাত্য জগতত চিন্তাৰ নতুন দিগন্তত যি সকল ধাৰণা আহিছে সেইবোৰৰ ভিতৰত এই চিন্তাবোৰও আছে,—যেনে ;—অস্বাস্থ্যতা, কষ্ট, খাদ্যাভাব আৰু দাৰিদ্ৰ্য নিবাৰণ, চহৰৰ আৰু বস্তি অঞ্চলৰ লাখ লাখ মানুহৰ অসুবিধা, হেঁচাহেঁচি আদি নাইকীয়া কৰা, অধিক সংখ্যক মানুহৰ কৃষ্টি সম্পৰ্কীয় উন্নতিৰ বাবে ব্যৱস্থা কৰা, এইবোৰৰ মাধ্যমেৰে ঃ—যন্ত্ৰসঙ্গীত, ৰেকৰ্ড, সস্তা কিতাপ, জনসাধাৰণৰ উৎসবাদি, ইত্যাদি।

ইয়াৰ উপৰিও, অধিক অনুসন্ধিৎসু মনবোৰে মহাকাশ সম্বন্ধে জানিবলৈ, মহাসাগৰৰ তলি সম্বন্ধে বা মেৰুপ্ৰদেশৰ বৰফৰ তল সম্বন্ধে তথ্য আহৰণ কৰিবলৈ চেষ্টা কৰি আছে। ক্ৰমাগতভাবে আৰু প্ৰগাঢ়ভাবে চেষ্টা কৰা হৈ আছে যাতে জগতত শান্তিৰ বাটেৰে জাতিবোৰে আগুৱাব পাৰে, বিদ্বেষ কমি যায়, আৰু যুদ্ধ যেন নহয়।

কিছুমান দেশত এতিয়াও পৰিবৰ্ত্তনৰ প্ৰতি বিশেষ আগ্ৰহ হোৱা যেন নালাগে ; যেনে ইন্দোনেচিয়াৰ কোনো কোনো অংশত, কেৰিবিয়ান সাগৰৰ দ্বীপসকলত। এইবোৰ ঠাইৰ জলবায়ু উষ্ণ আৰু তাত যথেষ্ট খাদ্য আছে। জীৱন মনোৰম। পৰিবৰ্ত্তন কিয় লাগে ? কিন্তু প্ৰকৃতি যত ইমান দয়ালু নহয়, যি গাঁওবোৰত খাদ্য আৰু পানী নাই, যত মানুহে জীৱনৰ বাবে আৱশ্যকীয় সামান্যতম বস্তু পাবলৈকেও অশেষ কষ্ট কৰিব লাগে, তেনে ঠাইত অৱস্থাৰ পৰিবৰ্ত্তনৰ সম্ভাৱনাৰ আশাই মানুহৰ আত্মাক জগাই তোলে। বাৰ্মিংহাম, আলাবামা, বা হাৰ্লেম বা নিউ ইয়ৰ্কত এনে দৰে আশা আছে।

পৰিবৰ্ত্তন বিভিন্ন গতিত আহে ; কোনোটো ভাল, কোনোটো বেয়া। ই জীৱনত সদায় এটি মূল বস্তু হিচাবে আছে। আজিৰ দিনত ই বিশেষকৈ বিস্ফোৰকৰ নিচিনাকৈ অহা যেন লাগে, আমি যতেই বাস নকৰোঁ কিয় তাৰ বতাহ আমাৰ গাত লাগিবই।

---

## ২

# পৰিয়াল আৰু মানুহ

পূব পাকিস্তানৰ কেজনীমান তিৰোতাই আলোচনা কৰি আছিল যে তেওঁলোকৰ অঞ্চলত পৰিয়ালবোৰ কিয় ভাঙি যাব ধৰিছে।

তেওঁলোকে সকলোৱে কৈছিল—"মানুহে চাৰিওপিনে সিচঁৰিত হৈ যাব লগা হোৱা কাৰণে পৰিয়ালবোৰ ভিন ভিন হৈ যাব ধৰিছে, কিন্তু বুঢ়ীয়া পৰিয়াল ব্যৱস্থা নাইকীয়া হৈ আহিব ধৰাৰ সেইটোৱে প্ৰধান কাৰণ নহয়। তাতকৈ ডাঙৰ কাৰণ হল বস্তুৰ দাম বাঢ়ি থকাটোহে। ঘৰৰ মুখিয়াল জনে আজি কালি তেওঁৰ ভায়েকৰ বা খুৰাকৰ পুতেক ভায়েক আদিৰ লৰা ছোৱালীক খুৱাব পিন্ধাব বা শিক্ষা দিব নোৱাৰে। মানুহৰ আদৰ্শবোৰ পৰিবৰ্ত্তিত হৈ অহা কাৰণে, নতুন ধৰণৰ চিন্তাধাৰা অনুসাৰে তেওঁলোকে কেবল নিজৰ পৰিয়ালৰ পোহপালহে নিয়াব পাৰে। আজিৰ দিনত মানুহে তেওঁলোকৰ লৰাছোৱালীক আগৰ দিনতকৈ বেছি শিক্ষাদীক্ষা আৰু অন্যান্য সুবিধা দিব খোজে।"[১]

মালয়েছিয়াৰ এজন অধিবাসীয়ে লিখিছে :—

"কুৰি বছৰ আগতে মোৰ দেউতাই জ্যেষ্ঠ-ভ্ৰাতা আৰু উপযুক্ত পুত্ৰ হিচাবে তেওঁৰ দেউতাকৰ যত্ন লৈছিল, ভনীয়েকক পোহপাল আৰু শিক্ষা দিছিল, নিজৰ বাৰটি লৰাছোৱালী, তৃতীয় ভায়েকৰ দহটি লৰাছোৱালীৰ শিক্ষা আৰু পোহপাল দিছিল, আটাইতকৈ সৰু ভায়েকৰ লৰা দুটিৰ ওপৰত দৃষ্টি ৰাখিছিল। এতিয়া তেওঁৰ বাৰটা লৰাছোৱালীৰ ভিতৰত অধিকাংশৰে বিয়া হৈ গৈছে, তেওঁলোকৰ লৰাছোৱালীৰ সংখ্যা দুটি বা তিনটিতে সীমাবদ্ধ যদিও তেওঁলোকৰ মাজত অন্তৰঙ্গ সম্পৰ্ক আছে—তথাপি এই কথা স্পষ্ট যে তেওঁলোকে তেওঁলোকৰ ভাই-



ভগ্নীৰ পৰিয়ালৰ দায়িত্ব লব নোৱাৰে, খুৰায়েকৰ বা জেঠায়েকৰ পুতেক, ভাই ককাইৰ পৰিয়ালৰ প্ৰশ্নই নুঠে।"

"সাধাৰণভাৱে কবলৈ হলে বয়সীয়া আৰু কৰ্ম্মহীন আত্মীয়ক এতিয়াও পোহপাল দিয়া হয়। কিন্তু এক বা দুই দশকৰ পিছতো জানো অৱস্থা একে থাকিব? এই কথা ভাবিয়ে এচিয়াৰ বয়সীয়া তিৰোতা সকলে তেওঁলোকৰ দৃষ্টিভঙ্গী সলাইছে ক্ৰমে ক্ৰমে। তেওঁৰ পুতেকৰ গৃহস্থালী যে তেওঁৰও ঘৰ হৈয়ে থাকিব এই চিন্তাত তেওঁ ইমানখিনি নিৰাপদ বোধ নকৰে। তেওঁৰ সন্দেহ হয়, যে তেওঁৰ শাহুৱেকে যেনেকৈ সৰ্ব্বোচ্চ স্থান লৈ ৰাজত্ব কৰি গৈছে তেওঁৰ জানো সেই স্থান থাকিব? আজিৰ দিনত তেওঁ নিজে নিজৰ ব্যৱস্থা কৰি লবলৈ ধৰিছে, স্বামীয়েও এতিয়া তেওঁৰ পত্নীৰ বৈধব্যকালৰ সম্ভাৱনাৰ কথা ভাবি চায়,—আগতে যেতিয়া ধৰি লোৱা হৈছিল যে পুত্ৰই সকলো দায়িত্ব লোৱাটো নিশ্চিত তেতিয়া এই চিন্তা কোনোৱে নকৰিছিল।"

বিংশ শতাব্দীৰ জীৱনত বহিৰ্জগতৰ পৰিবৰ্ত্তন আৰু মূল ধাৰাবোৰক নতুনকৈ সালসলনি কৰি লোৱা—এই দুটাই ডাঙৰ বিষয়। এই পৰিবৰ্ত্তন সত্ত্বেও এটা মূল সত্য সদায় ৰৈ যায়—যাক যুক্তৰাষ্ট্ৰৰ Declaration of Human Rights বা মানৱৰ অধিকাৰ ঘোষণাত স্পষ্টকৈ কোৱা হৈছে, "সমাজৰ মূল আৰু স্বাভাৱিক একক হল পৰিয়াল।"

তিৰোতাক আন যি কামকে কৰিবলৈ দিয়া নহওক কিয়, তেওঁৰ আটাইতকৈ আৱশ্যকীয় কাম সদায় হল পৰিয়ালৰ ৰক্ষক হিচাবে কাম কৰা। গতিকে যি সকল মূল প্ৰশ্নই আজিৰ জগতত পৰিয়ালৰ ওপৰত ফলাফল আনে, সেইবোৰৰ প্ৰতি তিৰোতাসকলে বিশেষ বিবেচনা প্ৰয়োগ কৰা উচিত আৰু সেইবোৰ সম্পৰ্কে নতুনকৈ চিন্তা কৰি চোৱা উচিত।

বিবাহ-বিচ্ছেদ প্ৰক্ৰিয়া সহজ হোৱা উচিত নে বেচি টান হোৱা উচিত? কিয়?

বিবাহ-বিচ্ছেদ হোৱা বেছি টান হলে তিৰোতাই বেছি নিৰাপত্তা অনুভৱ কৰে নে বিবাহ-বিচ্ছেদ সহজ হলে তেওঁৰ সুবিধা হয়?

পৰীক্ষামূলক বিয়া অনুমোদনযোগ্য নে তেনেই অনুচিত? দৰা আৰু কইনাই বিয়াৰ আগতে পৰস্পৰক জানিলে বিবাহবন্ধন সুদৃঢ় হয় নে ঢিলা হয়? পৰস্পৰৰ মাজত কিমানখিনি জনাশুনা হোৱা উচিত?

বহুবিবাহৰ ফল কি ? বিবাহ মানি ললে যিসকল সুবিধা পোৱা যায়, যেনে নিশ্চিত আশ্রয়, এখন ঘৰ, একত্ব-মোচন, বা অবিবাহিতা হৈ থাকিলে যিসকল নিন্দা শুনিব লাগে তাৰ পৰা অব্যাহতি পোৱা, আদিৰ মূল্য বেছিনে নে বহু-বিবাহৰ ফলত হোৱা অসুবিধাবোৰ বেছি ? তিৰোতাই যেতিয়া নিজে টকা উপার্জন কৰে, আৰু তেওঁৰ আৰ্থিক অৱস্থাৰ পৰিবৰ্তন হয়—তেতিয়া পতি-পত্নীৰ মাজত আবহমানকালৰ পৰা থকা সম্পকত কি পৰিবৰ্ত্তন হয় ? পুৰণি কালত বিয়া যিসকল সামাজিক মূল্যৰ ওপৰত প্ৰতিষ্ঠিত হৈছিল আজিৰ যুগত তাৰ পৰিবৰ্ত্তন হৈছে নে নাই ? যদি হৈছে—তেন্তে নতুন মূল্যবোধ কেনেকুৱা ?

এই প্ৰশ্নবোৰ আৰু এনেকুৱা ধৰণৰ আন প্ৰশ্নবোৰ সম্পৰ্কে সমগ্ৰ পৃথিৱীতে সুচিন্তিত আলোচনা হোৱা উচিত, মতা তিৰোতা সকলোৰে মাজত। নতুনকৈ গঢ়ি উঠিব ধৰা পাৰিবাৰিক জীৱনৰ মূলতে আছে এইবোৰ প্ৰশ্ন।

১৯৬০ চনত আদ্দিচ-আবাবাত আফ্ৰিকাৰ একত্ৰিশখন দেশৰ মহিলাসকল গোট খাই বহু-বিবাহ সম্পৰ্কে আলোচনা কৰে আৰু মত দিয়ে যে ই "মুঠেই কাম্য নহয়, প্ৰথাটো পুৰণিকলীয়া।" তেওঁলোকে কয় যে "ইয়াৰ দ্বাৰা এটি স্থায়ী পাৰিবাৰিক জীৱন গঢ়ি নুঠে।" "ই এনে পৰিস্থিতিৰ সৃষ্টি কৰে যত প্ৰতিদ্বন্দ্বিতা, প্ৰবঞ্চনা, অবিশ্বাস বৃদ্ধি পায়,—শিশুসকলৰ বাবে অতি হানিকৰ এই পৰিবেশ।"

তেওঁলোকে পৰিত্যক্তা পত্নীসকলৰ সতি-সন্ততিৰ ভৰণ-পোষণৰ সমস্যাও ডাঙি ধৰে, আৰু তাৰ পিছত কয় যে আফ্ৰিকাৰ গ্ৰামজীৱনত "এটি বিষময় ফল দেখা যায়,—যিটো হল অলপ কেইজনমান অৱস্থাপন্ন বয়সীয়া মানুহে সেই অঞ্চলৰ বিবাহযোগ্য বয়সৰ আটাইবোৰ ছোৱালীকেই বিয়া কৰোৱাৰ ফলত ডেকা লৰা সকলে কইনা নাপায়।" তেওঁলোকৰ মতে অবিবাহিত ডেকাসকল চহৰলৈ গৈ বাস কৰাৰ এটা কাৰণ হল এয়ে, আৰু চহৰত বেশ্যাবৃত্তিৰ বৃদ্ধিৰ কাৰণও এই ব্যৱহাৰ মাজতে আছে।

আৰব জগত সম্বন্ধে লিখোঁতে মৰো বাৰ্জাৰে পৰিবাৰবোৰৰ মাজৰ সম্পৰ্ক আৰু পুৰুষ আৰু নাৰীৰ সম্পৰ্ক সম্বন্ধে লিখিছে।[৪] তেওঁ কয় যে আৰব পৰিবাৰবোৰত, পুৰুষ আৰু নাৰীৰ সম্পৰ্ক সম্বন্ধে কঠোৰ আইন আদি পৰিব্যাপ্ত হৈ থকাটো এটা বৈশিষ্ট্য। অবিবাহিত ছোৱালীৰ সতীত্ব আৰু বিবাহিতা তিৰোতাৰ পতিৰ প্ৰতি বিশ্বস্ততাৰ মূল্য সৰ্বাধিক। এই অঞ্চলত সতীত্ব লঙ্ঘনৰ



শাস্তি বৰ কঠিন, কেতিয়াবা বহিষ্কাৰ কৰি দিয়া হয়, কোনো কোনো পুৰণি সমাজত আনকি মৃত্যুদণ্ডও দিয়া হয়। আৰবজগতত বিয়াৰ অৰ্থ দুটি ব্যক্তিৰ মিলনতকৈও দুটি পৰিবাৰৰ মিলন হিচাবেই গণ্য হয় বুলি তেওঁ কয়? গতিকে তিৰোতাৰ বিশ্বস্ততাভঙ্গই কেবল তেওঁৰ পতিকেই লাজত নেপেলায়, দুয়োটা পৰিবাৰৰেই লাজ। সাধাৰণতে এনেকুৱা ক্ষেত্ৰত স্বামীয়ে শাস্তি নিদিয়ে, পত্নীৰ ভায়েক বা পিতাকেহে তেওঁলোকক লাজত পেলোৱাৰ বাবে শাস্তি দিয়ে।

পৰিয়ালৰ গণ্ডীৰ ভিতৰত প্ৰৌঢ়সকলে ডেকা বা কমবয়সীয়া সকলৰ পাৰিবাৰিক জীৱনৰ গঢ় সাজু কৰি দিয়ে। পুৰুষৰ ইচ্ছা-অনিচ্ছা আৰু মূল্যবোধৰ ওপৰত তিৰোতাৰ ইচ্ছা-অনিচ্ছাতকৈ অধিক গুৰুত্ব দিয়া হয়, সেইবোৰ বেছি বিবেচনাৰ যোগ্য বুলি ধৰি লোৱা হয়। শতাব্দীৰ পিছত শতাব্দী ধৰি প্ৰাচ্যৰ তিৰোতা সকলক পুৰুষৰ তলতীয়া হৈ থাকিবলৈ শিকোৱা হৈছে, তেওঁলোকৰ নিজৰ জগততে আবদ্ধ হৈ থাকিবলৈ দিয়া হৈছে ; পুৰুষক সন্তুষ্ট কৰিবলৈ আৰু নিজৰ নাৰীত্বৰ উৎকৰ্ষ সাধন কৰিবলৈ শিকোৱা হৈছে। পুৰুষসকলে কিছুমান বিষয়ত আপত্তি জনায়—যেনে তিৰোতাই পছিমীয়া কাপোৰ পিন্ধা,—যাৰ ফলত শৰীৰৰ কোনো কোনো অংশ নিৰাবৰণ থাকিব পাৰে। তেওঁলোকে মানুহে দেখাকৈ স্বাধীনভাবে ফুৰাচকা কৰা বা ঘৰৰ বাহিৰত কোনো কাম আদি লোৱা পুৰুষসকলে সমৰ্থন নকৰে।

কিন্তু, শ্ৰীবাৰ্জাৰে লক্ষ্য কৰিছে যে জাতিৰ শক্তিবৃদ্ধিৰ আকাঙ্ক্ষাৰ ফলত পুৰুষে এতিয়া কিছুমান প্ৰধান পন্থা সাদৰি লৈছে—যিবোৰৰ ফলত নাৰীসমাজৰ মুক্তি আহি পৰে—প্ৰধানতঃ শিক্ষা আৰু শিল্পৰ প্ৰসাৰ। এই নতুন ধাৰণাবোৰ জীৱনলৈ ব্যাপকভাবে অহা কাৰণে আৰব জাতিৰ নাৰীসকলে এতিয়া যি সাম্যৰ ফালে আগবাঢ়ি আহিছে, তেওঁলোকৰ মাকসকলে কেতিয়াও তাৰ সোৱাদ পোৱা নাছিল। সাধাৰণত দেখা যায় যে পুৰুষসকলে তেওঁলোকৰ জীয়েকসকলৰ ক্ষেত্ৰত স্বাধীনতাৰ মূল্য বুজি পায়, কিন্তু পত্নীৰ ক্ষেত্ৰত তিমানখিনি সাজু নহয়। তেওঁলোকে নিজৰ ছোৱালীক শিক্ষাৰ সুবিধা, ভ্ৰমণৰ সুবিধা আদি দিবলৈ ইচ্ছুক, আৰু বেছি স্বাধীনতাও দিয়াৰ আৱশ্যকতা আছে বুলি বুজি পায়। গতিকে এতিয়া যিসকল লৰাছোৱালী বাঢ়নীয়া, তেওঁলোকে বিৰাট পৰিবৰ্ত্তন দেখা পাব।

শ্ৰীবাৰ্জাৰে অৱশেষত কয় ঃ—

"যিসকল শক্তিক ইতিমধ্যে কামত লগোৱা হৈছে তাৰ সম্ভাৱনাবোৰক যদি

সম্পূৰ্ণভাবে বিকশিত হৈ উঠিবলৈ দিয়া হয়—বা ভালকৈ স্পষ্ট হৈ উঠে, তেনেহলে নাৰীসমাজৰ আকাঙ্ক্ষা, দাবী আৰু সফলতাৰ দ্বাৰা আৰবসমাজৰ ধাৰা স্থায়ীভাবে আৰু সম্পূৰ্ণভাবে পৰিবৰ্ত্তিত হৈ যাব।"[৫]

যুক্তৰাষ্ট্ৰতো পাৰিবাৰিক গঠন পৰিবৰ্ত্তিত হৈয়ে আছে, মেলিছা বেডফিল্ডে এই বিষয়ে কয় :—

"আমেৰিকাবাসীৰ, সংখ্যাতত্ত্বৰ তথ্য সংগ্ৰহ কৰা আৰু প্ৰকাশ কৰাৰ প্ৰতি আগ্ৰহৰ ফলত বিবাহবিচ্ছেদৰ হাৰ হৈছে, লেখত লব লগীয়া কিন্তু (বহুতে) যুক্তি দেখুৱাব যে এই শতাব্দীত আমি বিবাহ-বিচ্ছেদ সহজতৰ কৰি লোৱাৰ কাৰণ হল যে, সু দৃঢ় বন্ধনৰ বিয়াৰ ওপৰত আমি বেছি মূল্য দিওঁ। এই কথাও সঁচা যে বিবাহ-বন্ধনৰ পৰা মুক্ত হোৱা মতা তিৰোতাই আকৌ বিয়া কৰায়, আৰু বিবাহিতা নাৰীৰ হাৰ ক্ৰমে বাঢ়িছে।"[৬]

'ইনফিনিট ভেৰাইটি' (অসীম বৈচিত্ৰ্য) নামৰ কিতাপত মৰ্টন হান্টে লিখিছে :—

"ইউৰোপবাসীসকলে, বিশেষকৈ ভূমধ্যসাগৰ অঞ্চলৰ অধিবাসীসকলে এই ঘটনা দেখি আচৰিতও হয় আৰু ইয়াক হাস্যকৰ যেনও পায়—যে আমেৰিকাৰ পুৰুষসকলৰ ভিতৰত বৰ কমৰেইহে ৰক্ষিতা বা প্ৰণয়িণী আছে, আৰু বৰ কম নাৰীৰহে প্ৰণয়ী আছে। ফৰাচী বা ইতালীয় মানুহে এনেকৈ ভাবিব পাৰে, কাৰণ প্ৰেম সম্বন্ধে আমেৰিকাবাসীসকল গোঁড়া, তেওঁলোকৰ দমন কৰাৰ প্ৰবৃত্তি আছে, আৰু তেওঁলোক অপটু—আংশিক ভাবে তেওঁলোকে ভবা কথা সঁচা। গলীয় বা ইতালীয় মানুহে এই কথা বুজি নাপায়—যে এজন আমেৰিকাবাসীৰ পত্নী তেওঁৰ প্ৰণয়িনীৰ নিচিনা আৰু পতিও পত্নীৰ ওচৰত প্ৰণয়ী।"

বিভিন্ন কৃষ্টি বা সভ্যতাৰ মানুহে বিবাহ-বিচ্ছেদ আৰু বিয়াৰ প্ৰতি বেলেগ দৃষ্টিভঙ্গীৰে চায়; কিন্তু নতুন পৰিবৰ্ত্তন, নতুন ধৰণৰ পাৰিবাৰিক গঠন—শিক্ষা-লাভৰ নতুন সুবিধা আদিৰ ফল, এইবোৰ বিষয়ে লৰা আৰু ছোৱালী দুয়োৰে ক্ষেত্ৰত বিবাহ বন্ধনৰ প্ৰকৃতিৰ ওপৰত প্ৰভাৱ পেলাবই। প্ৰত্যেক পৰিয়ালতে নাৰীৰ এটি বিশেষ প্ৰভাৱ থাকিবই যেনেভাবেই নহওক,—ভালৰ বাবে বা বেয়াৰ বাবে, তেওঁৰ দ্বাৰা উন্নতিও হব পাৰে, প্ৰতিবন্ধকতাও আহিব পাৰে? তেওঁ সহায়ও কৰিব পাৰে, বাধাও দিব পাৰে।

দক্ষিণ আফ্ৰিকাৰ কুমাৰী এডিথ ড্লামিনিয়ে এটি বৰ্ণনা দিছে। এজন



মানুহে দেখিলে যে এটি নিৰাশ্ৰয়, দুখীয়া, ক্ষীণ লৰাই জাবৰৰ দমত খোৱা বস্তু বিচাৰি আছে। লৰাজনক মানুহজনে তেওঁৰ মাক দেউতাক কত বুলি সোধাত সি এটি টিনৰ ওপৰত আলকতৰা লগোৱা সৰু ছালি দেখুৱাই দিলে। মানুহজনে কলে "বৰ দুখৰ কথা যে তোমালোকৰ ঘৰ এটি নাই।" লৰাজনে ততালিকে মূৰ ডাঙি কলে—"আমাৰ ঘৰ এখন আছে হয়, কিন্তু তাত পৰিয়াল নাই।" লৰাজনৰ মাকজনীৰ কথা ভাবি চাবলগীয়া!

তিৰোতাসকলে ঐতিহ্যগতভাবে পৰিবৰ্ত্তন ভাল নেপায়,—তেওঁলোকে ৰক্ষণশীল হৈ থাকিব খোজে। তেওঁলোকৰ মাক বুঢ়ীমাকৰ দিনত পৰিবেশ যেনেকুৱা আছিল—এতিয়াও তেনেকুৱাকৈ থকাটো ভাল পায়। কিন্তু সি হৈ নাথাকে। আধুনিক পৰিবৰ্ত্তনবোৰ মানুহে বিচাৰিব লগীয়া হওকেই বা নহওকেই—পৰিবৰ্ত্তন আহিবই। যিসকল তিৰোতাই নিজক তাৰ লগত খাপ খুৱাই লব পাৰিছে—তেওঁলোকে তাৰ মূল্য বুজে আৰু উপভোগ কৰে;—তেওঁলোকৰ স্বামীসকলে যি বিচাৰে তাকে কৰিবলৈ সাজু হলে আৰু বাধা দিবলৈ চেষ্টা নকৰিলে পাৰিবাৰিক জীৱনত অৱস্থাৰ পৰিবৰ্ত্তন সহজ গতিৰে আহে।

মানুহৰ পক্ষে পাৰিবাৰিক জীৱনত নিজৰ পদৰ পৰিবৰ্ত্তন কৰা বৰ টান, বিশেষকৈ যি ভাও লবলৈ তেওঁক সৰুৰে পৰা শিক্ষা দিয়া হৈছে তাৰ পৰা সহজতে লৰচৰ কৰা বৰ টান। উদাহৰণ স্বৰূপে, চীনদেশৰ পুৰণি ধৰণৰ পৰিয়ালত এজন পুৰুষৰ প্ৰথম কৰ্ত্তব্য হল পিতৃভক্ত পুত্ৰ হোৱা, দ্বিতীয় কৰ্ত্তব্য দায়িত্বশীল ভায়েক হোৱা। তেওঁ তেওঁৰ পিতৃমাতৃক শ্ৰদ্ধা আৰু ভক্তি কৰিব লাগিব, আৰু তেওঁৰ ভায়েক আৰু বহুত সময়ত ভায়েকৰ পৰিয়ালৰও তত্ত্বাৱধান কৰিব লাগিব। সৰুৰে পৰা তেওঁ এনেকুৱা শিক্ষাকেই পায়। আজিকালি অৱশ্যে তেওঁলোকে প্ৰায় ক্ষেত্ৰতে ইংৰাজী বা আমেৰিকান স্কুললৈ যায়, আৰু পাশ্চাত্য দৃষ্টিভঙ্গী গ্ৰহণ কৰে। তাত তেওঁ প্ৰথমতে পত্নীৰ প্ৰতি অনুগত হবলৈ আৰু তেওঁক স্নেহ আৰু যত্নেৰে পালন কৰিবলৈ শিক্ষা পায়। যেতিয়া তেওঁৰ পত্নী আৰু পিতৃমাতৃৰ ইচ্ছাৰ মাজতে বৈষম্য থাকে তেতিয়া তেওঁ কি কৰিব? তেওঁৰ এই উভয়সঙ্কটত তেওঁৰ পত্নীয়ে সহায়ও কৰিব পাৰে, অসুবিধাতও পেলাব পাৰে; সেইটো নিৰ্ভৰ কৰিব তেওঁ পতিৰ পৰা কি আশা কৰে, আৰু কি কৰিবলৈ তেওঁক সহায় কৰে তাৰ ওপৰত।

পশ্চিম ইউৰোপতো আজিকালি পৰিয়ালবোৰত স্বামী স্ত্ৰীৰ মাজত সহযোগিতা

ক্ৰমে বাঢ়িব ধৰিছে। এসময়ত পুৰুষেই গৃহস্থালীত সৰ্বময় কৰ্তা আছিল। যেতিয়া পিতাক ঘৰলৈ আহে তেতিয়া সকলোৱে সাৱধান হৈ ব্যৱহাৰ কৰিছিল, শ্ৰদ্ধাৰে সৈতে কথা কৈছিল আৰু তেওঁৰ আদেশ পালন কৰাৰ বাবে উদ্‌গ্ৰীৱ হৈ থাকিছিল। ক্ৰমশঃ মালিকৰ বা প্ৰভুৰ স্থান পৰিবাৰৰ পৰা নাইকীয়া হৈ স্বামী আৰু স্ত্ৰীৰ মাজত কৰ্তৃত্বৰ বিভাজন হৈ যাব ধৰিছে; আনকি বহুত সময়ত লৰাছোৱালীকো তেওঁলোকৰ মতামত সোধা হয়। ইয়াৰ উপৰিও, বিবাহিতা তিৰোতা কৰ্মীৰ সংখ্যা ইউৰোপত ক্ৰমে বাঢ়ি আছে। উদাহৰণ স্বৰূপে, ফ্ৰান্সত যত তিৰোতাসকলে বহুতদিন আগৰ পৰাই ঘৰৰ বাহিৰত কামকাজ কৰি আছে, তাত প্ৰতি তিনিজনী বিবাহিতা তিৰোতাৰ ভিতৰত এজনীয়ে বাহিৰত কাম কৰে। স্কেন্দিনেভিয়ান দেশবোৰত আৰু ইতালী আৰু জাৰ্মানীত এই সংখ্যা ক্ৰমে বাঢ়ে।

যুক্তৰাষ্ট্ৰৰ পুৰুষসকলে প্ৰথম বসতি স্থাপন কৰা দিনৰ পৰা ঘৰুৱা কাম আৰু লৰাছোৱালী চোৱামেলা কামত পত্নীক যেনেকৈ সহায় কৰি আহিছে, ইউৰোপৰ পুৰুষসকলেও এতিয়া সেইদৰে সহায় কৰিবলৈ আৰম্ভ কৰিছে। অৱশ্যে এসময়ত তেওঁলোকে এইবোৰ কামক তলচকুৰে চাইছিল। চুইডেনত ঘৰৰ সুপৰিচালনা শিক্ষাৰ বাবে বিবাহিত পুৰুষসকলক বিশেষ শিক্ষা দিয়াৰ ব্যৱস্থা আছে। 'পিতৃত্বৰ সম্ভাৱনা' থকা পুৰুষসকলক বিশেষ শিক্ষা দিয়া আজিৰ দিনত আৰু আগৰ দিনৰ নিচিনা হাঁহিকৰ কথা নহয়। চাকৰ-বাকৰৰ পৰা ঘৰুৱা সহায় পোৱা ক্ৰমে টান হৈ আহিছে। ছোৱালীবোৰে আজিকালি ঘৰুৱা সহায় হিচাবে কাম কৰাতকৈ শিল্প-প্ৰতিষ্ঠানতহে কাম কৰিবলৈ ভাল পায়—কাৰণ তাত কামৰ সময় বন্ধা আছে, উপাৰ্জন বেছি হয় আৰু সঙ্গী পায়। পৰিয়ালৰ ভিতৰতো ভাৰসাম্যৰ পৰিবৰ্ত্তন হয়। এই পৰিবৰ্ত্তন সহজতে নহয়। "বুঢ়ীয়া পৰিবাৰবোৰ খণ্ডিত হোৱাৰ ফলত তিৰোতাবোৰৰ অত্যন্ত সুবিধা হৈছে, কিন্তু যুৱকসকলৰ ওপৰত ইয়াৰ ফল বৰ বেয়া হৈছে।" "মোৰ কলেজৰ ছাত্ৰসকলে কি উচিত আৰু কি অনুচিত তাক বুজি নাপায়। পুৰণি দিনৰ সমাজত বুঢ়া ককাদেউতাকসকলে সৰু লৰাছোৱালীবোৰক হিন্দু ধৰ্মগ্ৰন্থ পঢ়ি পঢ়ি শুনাইছিল,—এতিয়া কাৰোৰেই সময় নাইকীয়া যেন লাগে।[৮]

মাকসকলে, যদি তেওঁলোকে পৰিয়ালৰ সুখ অন্তৰেৰে সৈতে বিচাৰে, তেন্তে বহুতখিনি কৰিব পাৰে। স্বামী আৰু লৰাছোৱালীবোৰে অনিশ্চয়তা বোধকৰে



আৰু থানথিতি নোহোৱা যেন পায়, পুৰণি ধৰণৰ পৰা আঁতৰি যোৱা যেন পায় আৰু নতুনৰ মাজতো নিৰাপত্তা বোধ এতিয়াও নকৰে। তিৰোতা সকলেও উটি যোৱা যেন পালেও তেওঁলোকেই ঘৰখন পাতে। যিমানবোৰ ঘৰুৱা উপায় তেওঁলোকে জানে তাৰ সহায়েৰে পৰিয়ালটোক নিৰাপত্তাৰ বোধ দিব পাৰে। আৰু একেলগ কৰি ৰাখিব পাৰে; আৰু ক্ৰমে ইতিমধ্যে সকলোৱে নতুন পৰিবেশৰ মাজত অভ্যস্ত হৈ উঠে।

১৯৫৯ চনত বোগোতাত এখন আলোচনা চক্ৰত লাটিন আমেৰিকাৰ তিৰোতা সকলে আলোচনা কৰিছিল, বৃদ্ধ আৰু নবীনৰ মাজত থকা পাৰ্থক্যক ঠেক কৰাৰ বৃহৎ সমস্যাৰ? যাতে পুৰণিৰ পৰা নতুনলৈ আহিব ধৰা পৰিবৰ্তন দুয়োৱে সহজ ভাবে গ্ৰহণ কৰিব পাৰে। তেওঁলোকে তিনিটা উপায় ভাবি উলিয়াইছিল যাৰ দ্বাৰা তিৰোতা সকলে অৱস্থাক সহজ কৰি তুলিব পাৰে। তিৰোতাসকলে তলত দিয়া কামবোৰ কৰা উচিত :—

"নিজৰ লৰাছোৱালীৰ স্কুলবোৰতে মাকসকলৰ বাবেও শিক্ষা দিয়াৰ ব্যৱস্থা কৰা উচিত—যাতে তেওঁলোকৰ সন্তান সকলৰ সন্মুখত মেল খোৱা নতুন দিগন্ত সম্বন্ধে ভালকৈ বুজি পায়।

"তৃতীয়া পৰিবেশবোৰত মাকসকলৰ বাবে বিশেষ শিক্ষাৰ ব্যৱস্থা কৰা উচিত যাতে তেওঁলোকে তেওঁলোকৰ সন্তান সকলৰ অগ্ৰগতিৰ লগত সমানে খোজ দিব পাৰে।"

"এনে ব্যৱস্থা কৰা উচিত যাৰ ফলত মাক সকলে প্ৰায়ে স্কুললৈ আহে, আৰু শিক্ষিকা সকলেও ছাত্ৰছাত্ৰীৰ ঘৰলৈ যায়—যাতে দুয়ো পক্ষই পৰস্পৰক ভালকৈ বুজি পায়।"

এইবোৰ হল উপযুক্ত পথত চুটি চুটি খোজ, যাৰ সহায়েৰে মানুহক ভাগ কৰি থোৱা সীমাবোৰ পাৰ হবলৈ চেষ্টা কৰা যায়, কিন্তু সমস্যাটো তাতকৈও বহুত দ। এতিয়া আমি সকলোৱে সেই বাট বিচাৰিব লাগিব, যাৰ সহায়েৰে মানুহক নতুনৰ লগত খাপ খাবলৈ সহায় কৰা যাব পাৰে। এই পৰিবৰ্ত্তনৰ সময়ত যেতিয়া দুই পুৰুষৰ মাজত খুন্দিয়া-খুন্দি লাগি থাকে তেতিয়া, বোধশক্তি আৰু ধৈৰ্য্য থকা মাকসকলে এটি ডাঙৰ অবদান দিব পাৰে।

### পুৰুষ

জগতৰ অধিকাংশ ঠাইতেই বহুত যুগ ধৰি পুৰুষ সকলে নাৰীক তেওঁলোকতকৈ নিকৃষ্ট বুলি ভাবি আহিছে।

১৯৪৯ চনত এখন এৰোপ্লেন চাউদি আৰবৰ ধাহ্ৰানৰ পৰা জিদ্দালৈ গৈ আছিল। চালকজনে কয় যে বিয়াদত ছ জন যাত্ৰীৰ বাবে আসন ৰিজাৰ্ভ কৰা হৈছিল, কিন্তু যেতিয়া তাত প্লেনখন নামিল, ছজন পুৰুষ আৰু দুজনী তিৰোতা প্লেনত উঠিল। দলৰ নেতাজনক চালকে সুধিলে "এই তিৰোতাসকল কেনেকৈ আহিল?" উত্তৰদাতাই আচৰিত হৈ কলে—"তাৰ অৰ্থ এয়ে নেকি যে আমি তেওঁলোকৰ সংখ্যাও লেখত লম?" অধিকাংশ ঠাইতে পুৰুষৰ তিৰোতাৰ প্ৰতি থকা এই ধৰণৰ মনোভাৱ পৰিবৰ্তিত হৈ আহিব ধৰিছে। পুৰুষে ভাত ৰান্ধিবলৈও শিকিব ধৰিছে আৰু পত্নীৰ সঙ্গও বিচাৰিবলৈ আৰম্ভ কৰিছে। পুৰুষে যিমানে শিক্ষা পাবলৈ ধৰিছে, তিমানে তেওঁলোকে শিক্ষিতা পত্নী বিচাৰিবলৈ ধৰিছে, যাতে তেওঁলোকৰ দৈনন্দিন কাৰ্য্যকলাপ সম্বন্ধে কথা পাতিব পাৰে? যাতে তেওঁলোকে ভ্ৰমণ কৰিবলৈ গলেও পত্নীক লৈ গৰ্ব্বিত অনুভৱ কৰিব খোজে। সৌভাগ্যক্ৰমে ইয়াৰ দ্বাৰা দুটা ফল হৈছে। তিৰোতাই যিমানে তেওঁলোকৰ পাৰিপাৰ্শ্বিক জীৱনত বেছি দায়িত্ব লৈছে—পুৰুষে তেওঁলোকক এটি বেলেগ পোহৰত দেখাৰ সুযোগ পাইছে। আমাৰ বৰ্ত্তমান যুগৰ সমস্যাবোৰ এতিয়া পুৰুষ আৰু নাৰীৰ দুয়োৰে ওচৰত সমানে চিন্তাৰ বিষয় হৈ পৰিছে।

পূব ইউৰোপৰ এজন 'মাটাহৰ' বা খেতিয়কে এজন বিচাৰকৰ লগত এটি গুৰুত্বপূৰ্ণ বিষয় সম্বন্ধে আলোচনা কৰি আছিল। তেওঁ পুৰণি ধৰণৰ বৃদ্ধ বিচাৰকক চক খুৱাই দিলে হঠাতে জাপ মাৰি উঠি।

তেওঁ খৰখৰকৈ কলে, "মোক ক্ষমা কৰিব, মই এতিয়া ঘৰলৈ যাব লাগিব। ইমান পলম হোৱা বুলি মই জনা নাছিলোঁ। মোৰ পত্নীয়ে এখন সভালৈ যাব লাগিব, মই তেওঁক কৈ আহিছিলোঁ যে মই যথাসময়ত উভটি আহি লৰাছোৱালীবোৰক চাম।"

কেৰিবিয়ান দ্বীপৰ এজনী তিৰোতাক কোনোবাই সুধিলে যে তেওঁক, তেওঁৰ আন বন্ধু-বান্ধৱতকৈ বহুত স্বাধীন আৰু নিশ্চিন্তমনা যেন লগাৰ কাৰণ কি? যদিও তেওঁৰ কেবাটিও সৰু সৰু লৰাছোৱালী আছিল; অন্যান্য কামৰ বাবে তেওঁৰ যথেষ্ট সময় থকা যেন লাগিছিল; তেওঁৰ সাজসজ্জাও ভাল আছিল, আৰু আন প্ৰতিবেশী সকলোতকৈ তেওঁ বিশ্ৰামও বেছি পাইছিল। তেওঁ হাঁহি কলে—"মোৰ বিয়াৰ আগতে মই মোৰ স্বামীক কৈছিলোঁ যে মই নিজে উপাৰ্জন কৰা কাৰণে স্বাধীনভাৱে ফুৰা চকা কৰাত মই অভ্যস্ত। মই কলোঁ যে মই সেই



অৱস্থাও ভাল পাওঁ, আৰু তেওঁকো ভাল পাওঁ। মই তেওঁৰ লগত বিয়া সোমাবলৈও মান্তি হলোঁ আৰু মোৰ কাম এৰি দিবলৈও সম্মত হলোঁ, কিন্তু তেওঁ কলে যে ঘৰৰ বাবে নিৰ্দ্দিষ্ট খৰছৰ মাজৰ পৰাই ঘৰ চোৱা মেলাৰ কৰাৰ বাবে মোক কিছু টকা দিব, আৰু সপ্তাহত এদিনকৈ মোক ঘৰুৱা কামৰ পৰা অব্যাহতি দিবলৈ মান্তি হল। তাৰ ফল ভালেই হৈছে। মই নিজেও তেওঁৰ ওচৰত বেছি আকৰ্ষণীয় হৈছোঁ। কেৱল সৰু-সুৰা ঘৰুৱা কথা-বতৰাৰ মাজতে আমি ডুব গৈ নাথাকি অন্যান্য বহুত বিষয়তে ভাগ লব পাৰোঁ।"

পলুৱে নিজৰ সুতাৰ মাজতে বন্ধ হৈ থকাৰ নিচিনাকৈ, জগতৰ বহুত অংশৰ নাৰীসকলেও আবদ্ধ হৈ থকা অৱস্থাৰ পৰা মুক্তি পালে যুদ্ধৰ ফলত, আৰু স্বাধীনতা আন্দোলনবোৰৰ ফলত। যুদ্ধৰ সময়ত হঠাতে পুৰুষে নাৰীৰ যোগ্যতা সম্বন্ধে জানিবলৈ পালে; নাৰীৰ দৃঢ়তা, বহুমুখী কৰ্মশক্তি, আৰু বাহিৰত কাম কৰা সত্বেও সুচাৰুৰূপে ঘৰ চলোৱাৰ শক্তি সম্বন্ধে জনা গল। অশান্তিৰ সময়তে নাৰীসকলে দেখুৱাবলৈ সুযোগ পালে যে, তেওঁলোকৰ নাৰীত্বৰ গুণ বজায় ৰাখিও বা ঘৰ বিধ্বস্ত হবলৈ নিদিয়াকৈও তেওঁলোকে পুৰুষৰ লগত একেলগে কাম কৰি জাতিক গঢ়ি তুলিব পাৰে।

প্ৰেচিডেণ্ট উড্ৰো ৱিলচনে প্ৰথম বিশ্বযুদ্ধৰ শেষত ১৯১৮ চনত আমেৰিকাৰ কংগ্ৰেচৰ সমুখত নাৰীৰ ভোটাধিকাৰৰ স্বপক্ষে কওঁতে কৈছিল:—

"এই যুদ্ধৰ সময়ত আমি নাৰীক আমাৰ অংশীদাৰ হিচাবে গ্ৰহণ কৰিছোঁ। আমি তেওঁলোকক কেৱল কষ্ট আৰু আত্মত্যাগৰ বাবেহে অংশীদাৰ বুলি গ্ৰহণ কৰিমনে? অধিকাৰ আৰু সুযোগ-সুবিধাৰ ক্ষেত্ৰতো তেওঁলোকে অংশ নাপাব নেকি?"।

টিউনিছিয়াৰ স্বাধীনতা সংগ্ৰামৰ অন্ততও প্ৰেচিডেণ্ট বোৰগিবাইও একে মনোভাৱ প্ৰকাশ কৰিছিল নাৰীৰ অধিকাৰ সম্বন্ধে। আৰৱ জগতৰ অন্যান্য বহুত অংশৰ নিচিনাকৈ টিউনিছিয়াৰ নাৰীসকলেও বহু শতাব্দী ধৰি ওৰণিৰ তলত লুকাই আছিল, তেওঁলোকক নিকৃষ্ট বুলি মনা হৈছিল আৰু কেৱল শিশুৰ জন্ম দিয়াৰ বাবেহে তেওঁলোকৰ প্ৰয়োজন বুলি ধৰি লোৱা হৈছিল। কন্যা সন্তানৰ জন্ম হলে মাক বাপেক হতাশ হৈছিল, কাৰণ তেওঁলোকে টকা উপাৰ্জন কৰিব নোৱাৰিছিল, কেৱল বিয়াৰ সময়তহে দৰাপক্ষৰ পৰা যি ধন পাইছিল, আৰু সিও বৰ বেছি পৰিমাণ নহয়। ছোৱালীবোৰে কেচুৱা কালৰে পৰা বৰ কষ্টৰ মাজেৰে

জীৱন নিয়াইছিল। যদি এটা লৰা আৰু এজনী ছোৱালীৰ মাজত তৰ্ক হয়, ছোৱালীজনীয়ে লৰাজনৰ কথা মানি লবই লাগিব। পৰিস্থিতি যিয়েই নহওক কিয়—ভায়েকবোৰৰ সকলো কথাই সমৰ্থিত হৈছিল। ছোৱালীবোৰে পুৰুষৰ সমুখত সদায় বিনয়ী হৈ থাকিব লাগিছিল, চকু তললৈ কৰি থাকিব লাগিছিল, সকলো পুৰুষৰ দৃষ্টিৰ সমুখৰ পৰা আঁতৰি থাকিব লাগিছিল, আনকি দেউতাক স্বামী আৰু ভায়েক সকলৰ পৰাও।

১৯৩৪ চনত টিউনিছিয়াৰ স্বাধীনতা সংগ্ৰাম আৰম্ভ হয়। এই সংগ্ৰাম অতি কঠোৰ আৰু পৰিশ্ৰম সাধ্য আছিল। প্ৰথমতে দেশৰ নাৰীসকলে ইয়াত বিশেষ লিপ্ত হোৱা নাছিল, পিছত তেওঁলোকেও পুৰুষসকলৰ নিচিনা নিৰ্ব্বাসিত হল, কাৰাগাৰলৈ গল, দাৰিদ্ৰ্য ভোগ কৰিলে আৰু নিজক লুকুৱাই ৰাখিব লগীয়াও হল; তেওঁলোকে বাতৰি অনা নিয়াৰ কাম কৰিব ধৰিলে আৰু আহত সকলৰ শুশ্ৰূষা কৰিবলৈ ধৰিলে।

জাতি হিচাবে টিউনিছিয়াৰ অধিবাসীসকল ফৰাচী আৰু আৰবৰ সংমিশ্ৰণ, উদ্যম আৰু প্ৰাণশক্তিৰে ভৰপূৰ; ইয়াৰ ফলত তেওঁলোকৰ তিৰোতাসকলে নিজৰ উদ্যমৰ দ্বাৰা বহুত কাম সাধিলে। তেওঁলোকে নানা গণ্ডগোল কৰালে, বিক্ষোভ প্ৰদৰ্শন কৰালে। হেজাৰ হেজাৰ তিৰোতা কাৰাৰুদ্ধ হল। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত, পৃথিবীৰ সকলো অংশতে যেতিয়া মানুহে নানা তৰহৰ স্বাধীনতাৰ বাবে যুদ্ধ কৰি আছিল, তেতিয়া টিউনিছিয়াৰ তিৰোতা সকলেও অন্যান্য বহুত জাতিৰ নিচিনাকৈ স্বাধীনতাৰ গুপ্ত আন্দোলনত সক্ৰিয় অংশ লৈছিল।

তেওঁলোকে পুৰুষৰ শ্ৰদ্ধা অৰ্জন কৰিলে। তেওঁলোকে কেৱল দায়িত্ব লৈ কঠোৰ পৰিশ্ৰমেই কৰা নাছিল পুৰুষৰ লগত অশেষ কষ্ট আৰু বাধাৰ সন্মুখীন হৈ অলপও সঙ্কুচিত হোৱা নাছিল।

ইয়াৰ ফল হল এয়ে যে ১৯৫৬ চনত যেতিয়া টিউনিছিয়াই পছাত্তৰ বছৰৰ ফৰাচী শাসনৰ অন্তত স্বাধীনতা অৰ্জন কৰিলে, তেতিয়া নাৰীয়েও পুৰুষৰ সমানে অধিকাৰ পালে। তেওঁলোকে ভোট দিয়াৰ অধিকাৰ পালে, বিবাহ-বিচ্ছেদ সম্বন্ধে সিদ্ধান্ত, আইনৰ দ্বাৰা বিচাৰালয়ত লব পৰা হল। আগতে যিদৰে পুৰুষে তিৰোতাক কেৱল 'মই তোমাক ত্যাগ কৰিলোঁ' বুলি তিনিবাৰ কৈ পত্নীক সহায়-সম্বলহীন অৱস্থাত বাটলৈ উলিয়াই দিব পাৰিছিল, সেই অৱস্থাৰ অন্ত পৰিল। এনেকুৱা অৱস্থা আৰব-জগতৰ বহুত অংশতে এতিয়াও হব পাৰে, এছিয়াতও



প্ৰায়ে ঘটিব পাৰে; কিন্তু ইয়াতেই সৰ্ব্বপ্ৰথমে এখন আৰব দেশত টিউনিছিয়াৰ নাৰী সকলে পুৰুষৰ নিচিনাকৈ বিবাহৰ অধিকাৰ পালে। এজনী নাৰীক এজন মৰ্য্যাদা-সম্পন্ন 'ব্যক্তি' বুলি মানি লোৱা হল। সমগ্ৰ মধ্য-পূৰ্ব জগততে টিউনিছিয়াৰ তিৰোতাসকলে এই কথা প্ৰমাণিত কৰিলে যে, তেওঁলোকৰ মনোভাব পৰিবৰ্তিত কৰিব পাৰে আৰু তিৰোতাই পুৰুষৰ শ্ৰদ্ধা অৰ্জন কৰিবলৈ সক্ষম।

**পুৰুষক কেনেকৈ স্বমতলৈ অনা যায়?**

তিৰোতাসকলৰ উন্নতিৰ বাটত তিনিটা স্তৰ থকা যেন লাগে,—আৰু যি দেশেই নহওক স্তৰ-বিন্যাসটোও একে ধৰণৰে হয় যেন লাগে।

**(১) ঘৰ-কেন্দ্ৰিক:** ঘৰত তেওঁক অলঙ্কাৰ ৰূপেও ব্যৱহাৰ কৰা হব পাৰে, আৰু ঘৰখনৰ ক্ৰীতদাসীৰ নিচিনাও হব পাৰে। তেওঁৰ মনোযোগৰ বিষয় হল লৰাছোৱালী, ৰন্ধা-বঢ়া, চিলাই আদি।

**(২) নাৰী-কেন্দ্ৰিক:** দ্বিতীয় স্তৰত তিৰোতাই অধিক শিক্ষা পায়, নিজৰ অধিকাৰ, পদমৰ্য্যাদা আৰু সুবিধা সম্বন্ধে তেওঁ কেৱল সচেতনেই নহয়, সেইবোৰৰ ওপৰত তেওঁৰ মনোযোগ থাকে।

**(৩) সমান:** তৃতীয় স্তৰ; এই স্তৰ ভালে পৰিমাণে আহি পাইছে ব্ৰহ্মদেশ, ইন্দোনেচিয়া আদি দেশত; ইয়াত পুৰুষ আৰু তিৰোতাই সৰু ডাঙৰ সকলো ধৰণৰ কামতে সমানে যোগ দিয়ে বুদ্ধি আৰু যোগ্যতা অনুসাৰে।

কেইবছৰমান আগতে ইউনাইটেড নেচনৰ জেনৰেল এচেম্ব্লিলৈ প্ৰতিনিধি স্বৰূপে অহা কেই গৰাকীমান বিশিষ্ট মহিলাৰ এটি দলে আলোচনা কৰিছিল এই প্ৰশ্নটো—"কি কি বাধাই তিৰোতাক তেওঁলোকে উপযুক্ত দায়িত্ব লোৱাৰ পথত প্ৰতিবন্ধকতা কৰে?" তেওঁলোকৰ তালিকাৰ ওপৰত সেই চিৰপৰিচিত উত্তৰটো আছিল "পুৰুষ"।

এজনা প্ৰতিনিধিয়ে কয় যে বহুত তিৰোতাই তেওঁলোকৰ উপযুক্ত অংশ গ্ৰহণ নকৰাৰ কাৰণ হল যে তেওঁলোকে পুৰুষৰ ওচৰত কেৱল 'পুতলা' হৈ থাকিবলৈ বিচাৰে। "তেওঁলোকে নাগৰিকৰ অংশ গ্ৰহণ কৰি নিজ ভৰিৰ ওপৰত থিয় হৈ যুজিব নিবিচাৰে।"

আনসকলে কয় যে "নাৰীয়ে পুৰুষৰ লগত প্ৰতিযোগিতা কৰিব খুজিলে, পুৰুষতকৈ দুই বা তিনিগুণ দক্ষতা আৱশ্যক হয়। ইয়াৰ আংশিক কাৰণ হল যে জনসাধাৰণৰ লগত কাম কৰা নাৰীৰ দুই বা তিনি ধৰণৰ কাম থাকে, যেনে, পত্নীৰ

কাম, মাকৰ কাম, জীৱিকা ; যিস্থলত পুৰুষে তেওঁৰ সকলো যত্ন আৰু প্ৰচেষ্টা তেওঁৰ জীৱিকাৰ কামৰ প্ৰতি দিব পাৰে। আৰু এটা আংশিক কাৰণ হল যে পুৰুষে, আন পুৰুষৰ যি যোগ্যতা বিচাৰে, নাৰীৰ ক্ষেত্ৰত তাতকৈ বেছি যোগ্যতা বিচাৰে। পুৰুষে নাৰীৰ ক্ষেত্ৰত বেছি পৰিপক্কতা বিচৰাৰ কাৰণ হল, তেওঁলোকে নাৰীৰ ক্ষমতাৰ ওপৰত কম বিশ্বাস বা নিৰ্ভৰতা ৰাখে। নাৰীয়ে কোনো সুযোগ পোৱাৰ আগতে বহুতদিন ধৰি দক্ষতাৰ পৰিচয় দিব লাগে।"

আন আন প্ৰতিনিধিসকলে উল্লেখ কৰিছিল যে আজিকালি তিৰোতাই ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আদি নানাধৰণৰ ক্ষেত্ৰতে দায়িত্ব লব ধৰিছে। কোৱা হৈছিল যে "যেতিয়া অধিকসংখ্যক তিৰোতাই দেশৰ ৰাজনৈতিক জীৱনত অংশ গ্ৰহণ কৰে, আৰু যেতিয়া তেওঁলোকৰ সক্ৰিয়তা ইমানখিনি হয় যে বাস্তৱ প্ৰভাৱ দেশৰ ওপৰত পৰে, তেতিয়া পুৰুষেও নতুন চিন্তা, শক্তি আৰু দক্ষতা বিচাৰি তেওঁলোকৰ ওচৰ চাপে।"

তিৰোতাসকলে তেওঁলোকৰ দক্ষতা আৰু যোগ্যতাৰ ফলত যদি মৰ্য্যাদা পায়, তেতিয়া আৰু তাৰবাবে তেওঁলোকে 'দাবী' জনাব নালাগে। সকলো দেশেই অৱশ্যে এই কথা বুজি নাপায়। কিছুমান নতুনকৈ গঢ়ি উঠা দেশত দেখা যায় যে তিৰোতা সকলে তলতীয়া পদত কঠোৰ পৰিশ্ৰম কৰিছে, পুৰুষৰ বিবেচনাত ওপৰৰ পদ বিচাৰিব পৰাৰ যোগ্যতা আৰ্জে। আন কিছুমান দেশত তিৰোতাই পুৰুষৰ আচল শ্ৰদ্ধা আৰ্জিছে। ফিলিপাইন দ্বীপপুঞ্জৰ চিভিক এচেম্ব্লি অব উইমেন' নামৰ সংস্থাই-ইমানখিনি মূল্য পায় যে নানাদেশৰ তিৰোতাসকলে, আনকি যুক্তৰাষ্ট্ৰৰ তিৰোতাসকলেও তাক ঈৰ্ষা কৰিব পাৰে। এই সংস্থাই ৪৫টা বিভিন্ন দলৰ ৭৭০,০০০ তিৰোতাৰ প্ৰতিনিধিত্ব কৰে ; ইয়াৰ লগত ফিলিপাইন চৰকাৰৰ এনেকুৱা সম্পৰ্ক যে এওঁলোকে চৰকাৰী পদত নিযুক্তিৰ বাবে নাম পঠিয়ায়।

চিভিক এচেম্ব্লিৰ তেতিয়াৰ সভানেত্ৰী হেলেন বেনিটেজে কয় :—"আমি তিনিটি নাম পঠিয়াওঁ আৰু ৰাষ্ট্ৰপতিয়ে তাৰ ভিতৰত এটা বাছি লয়। আমি কেতিয়াও এনেকুৱা প্ৰাৰ্থীৰ নাম নপঠিয়াওঁ যাক আমি অন্য পুৰুষ প্ৰাৰ্থীৰ সমকক্ষ বা যোগ্যতৰ বুলি নাভাবোঁ।"

তেওঁক সোধা হল, যে ফিলিপাইনৰ তিৰোতাসকলে চৰকাৰী কামৰ ক্ষেত্ৰত উপযুক্তভাবে পদ পাইছে নে? "এতিয়াও পোৱা নাই, কিন্তু ক্ৰমেই তেওঁলোকৰ সংখ্যা বাঢ়ি আছে" বুলি উত্তৰ পালোঁ।



আজিৰ জগতত পুৰুষ আৰু নাৰীয়ে সকলো ক্ষেত্ৰতে আগতকৈ বেছি সহযোগিতাৰে সৈতে কামত আগবঢ়া দেখা যায়—পৰিয়ালৰ ভিতৰত, কৰ্মক্ষেত্ৰত, সামাজিক কামত আৰু ৰাজনীতিত। আজিকালি প্ৰায়ে কোৱা শুনা যায় যে "যদি দেশখনক এটি ঈগল-চৰাই বুলি ধৰা হয়, তেন্তে নাৰীক তাৰ এখন ডেউকা বুলি ধৰিব লাগিব।" তাৰ অৰ্থ হল যে তেওঁলোকে নিজকে বেলেগ আৰু সম্পৰ্কহীন বুলি চিন্তা কৰা বন্ধ কৰিব লাগিব। অষ্ট্ৰেলিয়াৰ এগৰাকী লেখিকাই তেওঁৰ মতামত সম্পূৰ্ণ খোলাখুলিকৈ আমাৰ আগত ডাঙি ধৰিছে :—

"নাৰীজাতিয়ে নিজকে তেওঁলোকৰ সৎউদ্দেশ্যযুক্ত কিন্তু সৰু সৰু প্ৰভাৱহীন সংস্থাবোৰৰ মাজত সুমুৱাই ৰখা বন্ধ কৰিব লাগিব। তেওঁলোকে পুৰুষ প্ৰধান সংস্থাবোৰৰ মাজত সোমাব লাগিব, বিশেষকৈ যি সকল সংস্থাৰ ৰাষ্ট্ৰৰ ওপৰত প্ৰভাৱ আছে,—আৰু যিবোৰে সমাজক গঢ় দিয়াৰ বাবে যথেষ্ট পৰিমাণে দায়িত্ব লয়। এই উদ্দেশ্য পূৰণ কৰাৰ বাবে তেওঁলোকে অধিক পৰিমাণে ৰাজনৈতিক দলত যোগ দিব লাগিব। চহৰৰ উপকণ্ঠত আৰু গ্ৰাম্য সমাজত এই প্ৰচেষ্টা ফলদায়ক হব। অৱশেষত তেওঁলোকে কোনো উপযুক্ত আসনৰ বাবে নিজৰ দলৰ কোনো মহিলা প্ৰাৰ্থীক যথেষ্ট সংখ্যক মতদাতাৰ দ্বাৰা মনোনীত কৰাব পাৰিব আৰু মত দিয়াবও পাৰিব। এতিয়ালৈকে যি দেখা যায়, মূল্যহীন অঞ্চলৰ আসনৰ বাবেহে মহিলা প্ৰাৰ্থী মনোনীত কৰা হয়, কেৱল অৱস্থা পৰীক্ষা কৰি চাবলৈ বা দলৰ কাম কোনোমতে চলাই ৰাখিবলৈ, যেতিয়ালৈকে সেই আসনৰ বাবে কোনো উপযুক্ত পুৰুষ প্ৰাৰ্থী পোৱা নাযায়।

"তিৰোতাসকলক যেতিয়া 'সহকাৰী কৰ্মী' হিচাবে পুৰুষৰ সভা সমিতিত চাহ বা কফি পৰিবেশন কৰাৰ কামত বা বৰঙণি তোলাৰ কামত লগোৱা হয়, তেওঁলোকে এইবোৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা উচিত। অধিকাংশ ৰাজনৈতিক আৰু সামাজিক সংস্থাই তেওঁলোকৰ লগত এই 'সহকাৰী কৰ্মী' সকল নাথাকিলে কাম কৰিব নোৱাৰিলেহেঁতেন। কিন্তু পুৰুষ-প্ৰধান কাৰ্য-নিৰ্বাহক সভাত পুৰুষ আৰু নাৰীৰ সংখ্যা সমান সমান কিয় নাথাকে? বা বৰঙণি তোলা বা চাহ-কফিৰ ব্যৱস্থা কৰা কামবোৰ কিয় যুটিয়া প্ৰচেষ্টাৰ দ্বাৰা কৰা নহয়? মই ভাবি আচৰিত হওঁ যে এই নাৰী-সহায়ক সভ্য-সকলৰ ভিতৰত কিমানে তেওঁলোকৰ এই ছাঁত লুকাই থকাৰ অৱস্থালৈ সন্তুষ্ট হৈ থাকে।"[১০]

টাঙানায়িকাতো এই একে চিন্তাৰ প্ৰতিধ্বনিকে শুনিবলৈ পোৱা যায় :—

"তিৰোতাৰ প্ৰতিষ্ঠানবোৰে বিশেষ কাৰ্য্যকৰী কাম কৰি উঠিব নোৱাৰাৰ কাৰণ হল এইবোৰ বেলেগ, অৰ্থাৎ সম্পৰ্কচ্যুত। যদি কোনো তিৰোতাই নতুন কিবা শিকে আৰু যদি পুৰুষে তাক নেজানে, তেন্তে তেওঁৰ পক্ষে পুৰুষক বুজোৱা টান হৈ পৰে যে সেই বস্তুটো ভাল। কোনো পুৰুষ আৰু তেওঁৰ পত্নীয়ে একে লগেই শিকা উচিত।"[১১]

পাপুৱাৰ এগৰাকী নেত্ৰী কুমাৰী তানি চিচাই দক্ষিণ প্ৰশান্ত মহাসাগৰ দ্বীপৰ তিৰোতাসকলৰ পৰিচিত কথাৰ মাজেৰে একে কথাকেই কৈছে :—

"এখন নতুন, বলবান আৰু টান নাওৰ লগত এদাল পুৰণি ভাঙো ভাঙো হোৱা পালৰ খুটি লগোৱা উচিত নহয়; কাৰণ যেতিয়া ডাঙৰ ঢৌবোৰ আহিব পালৰ খুটিডাল সহজেই ভাঙি পৰিব, নাওৰ ভিতৰত পানী সোমাব আৰু নাওখনৰ মানুহবোৰ বুৰি মৰিব।

"গাওঁ এখন সম্পৰ্কেও আমি একে কথাকেই কব পাৰোঁ, যদি পুৰুষ সকলক নাওখনৰ গাৰ লগত তুলনা কৰোঁ, তিৰোতাসকলক পালৰ খুটি বুলি কব পাৰোঁ। যি সময়ত পুৰুষ সকলে নতুন কথা বুজিবলৈ শিকে আৰু নতুন কাম কৰিবলৈ শিকে সেই সময়ত যদি, আমি নিজে অজ্ঞ আৰু পিছ পৰা হৈ থাকোঁ, তেতিয়া আমি আমাৰ গোটেই গাৱঁখনকে, আপনি হয়তো আমাৰ সমগ্ৰ দেশকেই ধ্বংস হবলৈ দিব পাৰো। কিন্তু আমি যদি পৰিশ্ৰম কৰোঁ আৰু নিজকে শিকাই তোলোঁ, তেতিয়া আমি এটি শক্তিশালী পালৰ খুটি হম, আৰু আমাৰ গাৱঁখনো এখন ভালকৈ সজা নাওৰ নিচিনা নিৰাপদ হব? আনকি ধুমুহাৰ মাজতো তাৰ ক্ষতি নহয়।"[১২]

তলত কেইটিমান কাৰণ দিয়া হল—যি সকলৰ দ্বাৰা পুৰুষ আৰু তিৰোতাৰ মাজত অন্তৰঙ্গ সহযোগিতাৰ বাটত বাধা পৰে।

(১) **মনোভাব:** বহুত পুৰুষে এতিয়াও ভাবে যে তিৰোতাসকল প্ৰকৃতিগতভাবে মূলতঃ তলখাপৰ মানুহ।

(২) **সংস্কৃতিগত ঐতিহ্য**:—জনসাধাৰণৰ সমুখত পুৰুষ আৰু তিৰোতাৰ মাজত সহজভাবে মিলামিচা কৰাৰ পথত বাধা আছে পুৰনিধৰণৰ ৰীতিনীতি সমূহ জগতৰ নানা অংশত এতিয়াও চলি থকা কাৰণে।

(৩) **সময়ৰ বিভিন্নতা**:—পুৰুষে সাধাৰণতে দিনৰ সময়তে কাম কৰে,



কিন্তু তিৰোতাই আজৰি সময় হাতত পায় দুপৰীয়া যেতিয়া স্বামী কৰ্ত্তব্য স্থলত থাকে আৰু লৰা ছোৱালী স্কুলত থাকে।

(৪) **লাজ**:—বহুত তিৰোতাই পুৰুষৰ আগত সঙ্কোচ নকৰাকৈ কথা কব নোৱাৰে, আনকি যিবোৰ সমাজত পুৰুষ আৰু তিৰোতাৰ মিলামিচা অপেক্ষাকৃত সহজ তাতো এনেকুৱা হোৱা দেখা যায়। নিজৰ ভিতৰত তেওঁলোকে চিন্তাশক্তি, মৌলিকতা আৰু দক্ষতা দেখুৱাব পাৰিলেও উৎসাহ নেদেখুৱাই শান্ত হৈ বহি থাকে।

পুৰুষ আৰু তিৰোতাৰ দুয়োৰে নিজৰ নিজৰ কৰ্ত্তব্যৰ অংশ আছে। তেওঁলোকৰ মূল লক্ষ্যও একে। তেওঁলোকে দুয়োই পৃথিৱীক যুদ্ধৰ আতঙ্কৰ ছাঁৰ পৰা মুক্ত কৰিব খোজে? দুয়োই তেওঁলোকৰ নিজৰ আৰু সতিসন্ততিৰ ভৱিষ্যৎ মঙ্গলতৰ কৰি তুলিব বিচাৰে। যদি জীৱনত বেছি পূৰ্ণতা বিচৰা যায়, যদি সন্তান সকলৰ স্বাস্থ্যপূৰ্ণ বৃদ্ধি বিচৰা যায়, তেওঁলোকক ভাল শিক্ষা দিবলৈ বিচৰা হয়, যদি নগৰবোৰত ঘনবসতিৰ দাৰিদ্ৰ্য কষ্ট গুচাই তাৰ পুনৰ্জন্ম বিচৰা যায়, তেন্তে, প্ৰত্যেক দেশতে আৰু প্ৰত্যেক স্তৰতে পুৰুষে এই পৰিবৰ্ত্তনবোৰ আনিবলৈ নাৰীৰ সহায় লবই লাগিব। স্বাস্থ্যৰ উন্নতি সাধিবলৈ, ঘৰবোৰৰ মানৰ উন্নতি কৰাবলৈ, আৰু দেশৰ অৰ্থ নৈতিক উন্নতি সাধিবলৈ যিমান কাম কৰিব লাগিব তাত তিৰোতাসকলৰ এটি বিৰাট অংশ আছে। তাত তেওঁলোকে প্ৰতিযোগিতাৰ চিন্তাও কৰিব নালাগে, 'কঠোৰ' হবও নালাগে, কমনীয়তা হেৰুৱাবও নালাগে, বা পৰিয়ালকো এৰি পেলাব নালাগে।

আমি কোমল ভাবেই এই কামবোৰ কৰিব পাৰো।

চিয়ৰা লিওনৰ সাৰ্ব্বভৌম প্ৰধানা এলা গুলামাই বাণিজ্য জাহাজেৰে মাল অনা-নিওৱা, খনি, বিদেশ-ভ্ৰমণ আৰু অন্যান্য বাণিজ্য-সংক্ৰান্ত আলোচনা কৰিবলৈ যুক্তৰাষ্ট্ৰলৈ আহিছিল, এইবোৰ আলোচনা সাধাৰণতে পুৰুষৰ কাম বুলিয়ে ধৰা হয়।

তেওঁ মূৰত হালধীয়া কেনাৰি চৰাইৰ বৰণৰ পাগুৰি আৰু বৈ পৰা দীঘল পোচাকেৰে সৈতে নিউ ইয়ৰ্ক আৰু অন্যান্য চহৰৰ ব্যৱসায়ী সকলৰ আগত উপস্থিত হৈছিল। কেৱল তেওঁৰ ব্যক্তিগত আকৰ্ষণেই নহয়, তেওঁৰ দক্ষতা জ্ঞান, কৰ্মশক্তি আদি সকলোবোৰ গুণৰ সমন্বয়ৰ কাৰণেই তেওঁ শ্ৰদ্ধা পাইছিল। তেওঁ উভটি যোৱাৰ আগে আগে নিউ ইয়ৰ্কত তেওঁৰ সন্মানাৰ্থে দিয়া বিদায় ভোজ

সভাত ডেট্ৰয়ট, বোষ্টন আৰু বালিটমোৰৰ পৰা প্ৰায় পয়সত্তৰজন ব্যৱসায়ী গোট খাইছিল গৈ। তাত প্ৰধানা এলাই এনেকুৱা কূটনীতিজ্ঞান আৰু নাৰীসুলভ কমনীয়তা দেখুৱাইছিল—যাৰ দ্বাৰা নাৰী যি কোনো পুৰুষৰ সভাত সাদৰে গ্ৰহণীয় হয়।

বহুত গুৱলা আৰু প্ৰশংসাৰে ভৰপূৰ বক্তৃতা হৈ যোৱাৰ পিছত শ্ৰীমতী এলাক সোধা হল, "নিউ ইয়ৰ্কত আপোনাৰ এই বিৰাট সফলতাৰ কাৰণ কি?" তেওঁ এটি মিঠা লাজকুৰীয়া হাঁহি মাৰি থিয় হৈ নম্ৰভাবে কলে—"মোৰ যদি কোনো সফলতা হৈছে, সম্ভৱতঃ তাৰ কাৰণ হল যে মই পুৰুষজাতিটোক ভাল পাওঁ।"

সাধাৰণতে দেখা যায় তিৰোতাৰ কাজকাম পুৰুষে তেতিয়াই সমৰ্থন কৰে, যেতিয়া দেখে যে তেওঁলোকৰ পত্নী সকলে ঘৰত তেওঁলোকক অৱহেলা কৰা নাই, আৰু তেওঁলোকৰ কামৰ দ্বাৰা ঘৰ আৰু সমাজ দুয়ো ঠাইতে উপকাৰ পোৱা গৈছে। যেতিয়া দেখা যায় যে তেওঁলোকৰ উপযুক্ত যোগ্যতাৰ লগত নাৰীসুলভ গুণাগুণও আছে কিন্তু তেওঁলোক প্ৰতিযোগিতা নকৰে, তেতিয়াহে তেওঁলোকক পুৰুষে দায়িত্বশীল পদত লবলৈ ইচ্ছা প্ৰকাশ কৰে।

বহুত অঞ্চলতে এতিয়াও তিৰোতাই বহুত বাট আগুৱাবলৈ বাকী আছে। মহিলা সকলৰ এখন আলোচনা-সভাত ১৯৬২ চনত পূৱ আফ্ৰিকাৰ কেনিয়াত, নাটকীয়ভাবে এই বিষয়লৈ আঙুলিওৱা হৈছিল। তাত সামগ্ৰিক ভাবে এটি প্ৰস্তাৱ লোৱা হয়; সেই প্ৰস্তাৱৰ দ্বাৰা এটি অনুৰোধ জনোৱা হয়—"পত্নীক প্ৰহাৰ কৰা যেন আইন-বিৰুদ্ধ বুলি ঘোষণা কৰা হয়।"[১৩]

---

# ৩

## শিক্ষা

ইন্দোনেচিয়াৰ একটি দ্বীপৰ এজনী মাকে সুধিছিল, "অনুগ্ৰহ কৰি আমাক কব নে, যিখন জগতৰ কথা আমি একোৱে বুজি নাপাওঁ—সেইখন জগতৰ বাবে আমি আমাৰ লৰাছোৱালীক কেনেকৈ শিকাই বুজাই তুলিম?"

কোনোৱে ভৱিষ্যদ্‌বাণী কৰিব নোৱাৰে, যে ভৱিষ্যৎ যুগৰ পুৰুষ আৰু নাৰীৰ পৰা সমাজে কি বিচাৰিব? কিন্তু এই জটিল জগতত এটা বিষয় নিশ্চিত যেন লাগে; পুৰুষ আৰু নাৰী দুয়োৰে কাৰণেই আধুনিক জীৱনত শিক্ষা এটি বিশেষ সুযোগ নহয়, ই এটি আৱশ্যকীয় বস্তু। কাম কৰাৰ বাবে, নাগৰিকত্বৰ বাবে আৰু প্ৰত্যেক মানুহৰ পৰিপূৰ্ণতাৰ বাবে ইয়াৰ আৱশ্যকতা আছে।

পুৰুষে যেতিয়া বেছি শিক্ষিতা আৰু সঙ্গী হিচাবে পাব পৰা পত্নী বিচাৰে, তাৰ দ্বাৰা ছোৱালীৰ শিক্ষাৰ ওপৰতো ফলাফল দেখা যায়। আধুনিক যুগ মহাকাশ অভিযানৰ যুগ, স্বয়ংক্ৰিয় যন্ত্ৰৰ যুগ আৰু এই যুগত যানবাহনৰ অত্যধিক চমক লগা উন্নতিৰ ফলত প্ৰত্যেক দেশেই তাৰ প্ৰতিবেশীৰ অতি ওচৰ হৈ পৰিছে;—এনে এটি যুগৰ বাবে সাজু হোৱাৰ বাবে ছোৱালীবোৰে কি শিকা উচিত, লৰাবোৰেই বা কি শিকা উচিত?

আজিৰ দিনত আধুনিক যান্ত্ৰিক কলাকৌশল দ্ৰুতগতিত জগতত বিয়পি পৰাৰ কাৰণে কেৱল শাৰীৰিক শক্তিতকৈ শিক্ষিত বুদ্ধিমান মানুহৰহে আৱশ্যকতা বাঢ়িছে। ৰাজনৈতিক মতদানৰ (vote) দ্বাৰা ব্যক্তিৰ শক্তি বাঢ়িছে। যাতে মানুহে জ্ঞান বিবেচনাৰ দ্বাৰা নিজৰ মত দিব পাৰে—তাৰ কাৰণে মানুহৰ বোধশক্তিৰ প্ৰসাৰতালাভ অতি আৱশ্যকীয়।

বৰ্ত্তমান যুগত বহুত দেশতে দেশৰ জনসংখ্যাৰ শতকৰা পঞ্চাশতকৈও বেছি মানুহ নিৰক্ষৰ ; চহৰতকৈ গাৱঁত নিৰক্ষৰতা বেছি। মতাতকৈ তিৰোতা বেছি। আৰু সৰু লৰাছোৱালীতকৈ পূৰ্ণবয়স্ক মানুহ বেছি সংখ্যক নিৰক্ষৰ। ইয়াৰ দ্বাৰা আমি এই বুজা উচিত নহয় যে এই মানুহবোৰ বুদ্ধিহীন। তাৰ দ্বাৰা এয়ে নুবুজায় যে কৃষ্টিগত ঐতিহ্যৰ বা জীৱিকা অৰ্জাৰ পন্থাৰ, পৰিবৰ্ত্তন অনাত বা কামকাজৰ বাবে নতুন ধৰণৰ দক্ষতা লাভ কৰাৰ বাবে ইয়াৰ দ্বাৰা কিবা অসুবিধা নহয়।

এই বিৰাট সংখ্যাৰ মানুহক কুৰি শতিকাৰ উপযুক্ত কৰি তোলাৰ বাবে শিক্ষকৰ আৱশ্যকতা হয়। তেওঁলোকে কেৱল বৃত্তিমূলক প্ৰশিক্ষণ পালেই নহব, নিজৰ শিকাব লগীয়া বিষয়ও ভালকৈ জানিব লাগিব। কাৰণ নিজৰ বিষয় ভালকৈ নাজানিলে অজ্ঞতাহে প্ৰসাৰ লাভ কৰিব। জগতত অতি কম সময়ৰ ভিতৰত যথেষ্ট সংখ্যক শিক্ষক কেনেকৈ পাব পাৰি ?

অলপতে আফ্ৰিকাৰ এথন প্ৰধান দেশত পৰীক্ষা কৰি দেখা গৈছে যে তাত শতকৰা তেসত্তৰ জন শিক্ষকে কেৱল প্ৰাথমিক শিক্ষাহে পাইছে। ডঃ চি ই বীবীয়ে 'উন্নতিশীল দেশত শিক্ষা'[১] (Education in emergent countries) নামৰ কিতাপত লিখিছে যে সমগ্ৰ প্ৰশান্ত মহাসাগৰীয় অঞ্চলত, প্ৰশিক্ষণ নোপোৱা শিক্ষক সকলে সামান্য সঁজুলি আদিৰ সহায়েৰে ডাঙৰ ডাঙৰ শ্ৰেণীত—যত প্ৰায়ে এশতকৈ বেছি ছাত্ৰ সংখ্যা থাকে, শিক্ষা দিয়ে। বহুতখিনি বস্তুকেই পৃথিবীত কেৱল কণ্ঠস্থ কৰাই, নুবুজোৱাকৈ শিকোৱা হয় নেওঁতা বা শব্দমালা সকলোৱে একেলগে সুৰ লগাই কৈ কৈ কণ্ঠস্থ কৰি শিকে। প্ৰশ্ন সুধিবলৈ উৎসাহ দিয়া নহয়, কাৰণ শিক্ষকে নিজে উত্তৰবোৰ যথাযথ ভাবে দিব পাৰিব বুলি আত্মবিশ্বাস নাথাকে বা নিৰাপত্তাবোধ নাথাকে।

বিস্ময়ৰ কথা এয়ে যে, শিক্ষালাভৰ বাবে তৃষ্ণা ইমান বেছি, যে এইসকল বাধা সত্বেও লৰা ছোৱালীবোৰে শিক্ষালাভ কৰিয়ে আছে। তেওঁলোকে মাধ্যমিক শিক্ষা শেষ কৰে, আৰু ওপৰৰ পৰীক্ষাবোৰতও উত্তীৰ্ণ হয়। তেওঁলোকৰ ভিতৰত নিশ্চয় বিৰাট সম্ভাৱনা আছে। তেওঁলোকে যি শিক্ষাপদ্ধতিৰ মাজেদি শিক্ষা লাভ কৰি আছে, তাৰ উন্নতি হোৱাৰ লগে লগে তেওঁলোকেও নিশ্চয় উন্নতি পথত আগুৱাই যাব।

মানুহৰ বুৰঞ্জীত, ইয়াৰ আগতে মানুহে কেতিয়াও ইমান স্থিৰ প্ৰতিজ্ঞ হোৱা নাছিল প্ৰতিটো শিশুকেই স্কুললৈ পঠিয়াবলৈ। কেনাডাৰ চোচিয়েল চাইন্স



ৰিচাৰ্চ কাউন্সিলৰ' ডিৰেক্টৰ ডঃ জে ৰবি কিতে "ইউনেস্কোৰ সন্ধিক্ষণত' এই শীৰ্ষক বক্তৃতাত তলত দিয়া কথা খিনি কয়।

"বৰ্ত্তমান যুগৰ অসুবিধা আৰু বিপদ আপদ সম্বন্ধে আমি যিহকে নকওঁ কিয়, এই যুগ বিস্ময়কৰ যুগ।

"মানুহৰ বুৰঞ্জীত, মানুহে কোনোদিন ইয়াৰ আগতে ইমান দৃঢ়ভাবে স্থিৰ কৰা নাছিল যে প্ৰতিটো শিশুৱে স্কুলত পঢ়িব লাগিব। এতিয়া ১৯৮০ চনৰ ভিতৰত সেই কামটো সম্পূৰ্ণ কৰি উঠাই লক্ষ্য, আৰু এশখন দেশে তেওঁলোকৰ জাতীয় উৎপাদনৰ শতকৰা চাৰিভাগে এই উদ্দেশ্যে খৰচ কৰিবলৈ সন্মত হৈছে। তেওঁলোকো ইতিমধ্যে পৰিকল্পনা কৰিবলৈ লৈছেই কেনেকৈ এই কামৰ বাবে আৱশ্যকীয় পচানব্বই লাখ শিক্ষক বিচাৰি উলিয়াব পাৰি, তেওঁলোকক নিযুক্ত কৰিব পাৰি, প্ৰশিক্ষণ দিব পাৰি আৰু উপযুক্ত সঁজুলি আদিৰ ব্যৱস্থা কৰি দিব পাৰি ? তাৰ লগতে আৰু এটি অভিযান চলোৱাৰ চেষ্টা হৈছে যাতে পৃথিৱীৰ সকলো নিৰক্ষৰ পুৰুষ-নাৰীৰ লগত সংযোগ স্থাপন কৰিব পাৰি ; এই 'নিৰ্বাক মানুহ' সকলে যুগ যুগ ধৰি জীৱনৰ কিছুমান অতি আৱশ্যকীয় জ্ঞানৰ দুৱাৰৰ চাবি বিচাৰি পোৱা নাছিল। এই প্ৰচেষ্টাৰ দ্বাৰা কেবা কোটি মানুহক অহা দহ বছৰৰ ভিতৰত শিক্ষা দিবলৈ যত্ন কৰা হব। যদি এই কামটোৰ শতকৰা পঞ্চাশ ভাগও কৰি উলিয়াব পৰা যায়, তেনেহ'লে আজিলৈকে যিমান ডাঙৰ আৰু সুদূৰ প্ৰসাৰী কাম হাতত লোৱা হৈছে, তাৰ ভিতৰত ইয়েই আটাইতকৈ ডাঙৰ কাম হব, আৰু প্ৰায় পঁচিশ কোটি মানুহে ছাত্ৰ হিচাবে পঢ়াশালিত সোমাব।"[২]

বৰ্ত্তমান যুগৰ শিক্ষাৰ পৰিকল্পনা যিসকলে কৰে তেওঁলোকৰ এটি প্ৰধান কাম হল এইটো চোৱা যে ছাত্ৰসকলে শিক্ষা লাভ কৰি যেন নিজৰ দেশবাসীৰ পৰা আঁতৰি নাযায়। বাস্তৱ অৱস্থাক ভালকৈ উপলব্ধি কৰাৰ বাবে, প্ৰত্যেক জাতিৰ শিক্ষিত লোকসকলে স্থানীয় মানুহৰ জীৱনৰ ৰীতি-নীতি, ঐতিহ্য, কু-সংস্কাৰ, বিশ্বাস, পুৰণি সাধু আদি ভালকৈ জনা উচিত। আজিৰ যুগৰ এটি নীৰৱ বিপদ হল, যে দেশবোৰৰ ভিতৰতে শিক্ষিত আৰু অশিক্ষিত মানুহৰ মাজত বিভেদ বা পাৰ্থক্য গঢ়ি উঠে।

আমি যিসকল কঠিন প্ৰশ্নৰ সন্মুখীন হওঁ সেইবোৰ এনেকুৱা ধৰণৰ—আজিৰ দিনৰ এই আশ্চৰ্য্যজনক গতিশীল জগতত আমি পুৰণিকলীয়া উপাদানবোৰৰ

ভিতৰত কোনবোৰকেই বা ৰাখিব লাগিব ? আৰু নতুন চিন্তা নতুন কথাক ঠাই এৰি দিয়াৰ বাবে কোনোবোৰকেই বা দলিয়াই পেলাব লাগিব ?"

আমি যিসকল সমস্যা সম্বন্ধে চিন্তা কৰিব লাগে তাৰ ভিতৰত 'প্ৰত্যেকৰে বাবে শিক্ষা', এইটো এটাহে সমস্যা। স্কুলবোৰৰ ভিতৰত কি বিষয়বস্তু শিকোৱা হব ধৰিছে,—এই সমস্যাও এটা গভীৰ সমস্যা বুলি ধৰি লোৱা উচিত। লৰাছোৱালীবোৰ এবাৰ স্কুলত ভৰ্ত্তি হলে তাৰ পিছত তেওঁলোকে তাত কি শিকে সেই বিষয়ে আমাৰ ভিতৰত বৰ কম সংখ্যক মানুহেইহে স্পষ্টকৈ জানে। তেওঁলোকক কিহৰ বাবে সাজু কৰিবলৈ চেষ্টা কৰা হৈছে ? কিহৰ ওপৰত বেছি জোৰ দিয়া হয় ? এতিয়াও শিশুসকলে কিমান কথা কণ্ঠস্থ কৰি শিকে ? তেওঁলোকে কিমানখিনি যুক্তিৰে সৈতে ভাবিবলৈ শিকে ; সৃষ্টিশীলতা, সমালোচনাৰ ক্ষমতা, মনৰ নমনীয়তা আদি কিমানখিনি শিকে ? প্ৰত্যেক দেশৰে নিজ নিজ আৱশ্যকতা অনুসাৰে পাঠ্যবস্তুৰ পাৰ্থক্য থাকিবই লাগিব। কিন্তু কিছুমান মূলনীতি থাকিবই লাগিব, যিবোৰ অনুসৰণ কৰা হব।

বৃটিছ যুক্তৰাজ্যৰ শ্ৰীজৰ্জ ভি এলেনে 'পৃথিবী খাদ্য কংগ্ৰেচৰ' আগত ১৯৬৩ চনৰ জুন মাহত কৈছিল—"পৃথিৱীৰ যিকোনো শিক্ষা ব্যৱস্থাই যি দুটা মূল উদ্দেশ্য অনুসৰণ কৰা উচিত—তাক স্পষ্টকৈ উল্লেখ কৰিব পাৰি। সেইবোৰ হল ঃ— (১) মানব জগতৰ কিছুমান মূল সাৰ্বজনীন ধাৰণা সম্বন্ধে বোধসৃষ্টি কৰা। অঙ্কশাস্ত্ৰ, ৰসায়ন আদিৰ জ্ঞান, যাক দেশ বা জাতি নিৰ্বিশেষে সকলো ক্ষেত্ৰতে ব্যৱহাৰ কৰিব পাৰি। (২) প্ৰত্যেক দেশৰ কৃষ্টিগত ঐতিহ্য আৰু দেশ বা জাতিৰ সামাজিক গঠন, অন্যান্য জাতিৰ বা দেশৰ লগত তাৰ সম্পৰ্ক, এইবোৰ বিষয় সম্বন্ধে জ্ঞান বৃদ্ধি কৰা।[৩]

তেওঁ কয় যে মাধ্যমিক স্কুলত পঢ়া ছাত্ৰ-ছাত্ৰী সকলে। "বিজ্ঞানৰ মূল নিয়মাদি, নিজৰ দেশৰ উদ্ভিদজগত, প্ৰাণীজগত, প্ৰাকৃতিক সম্পদ আদি সম্বন্ধে জ্ঞানলাভ কৰাৰ উপৰিও, নিজৰ দেশৰ বুৰঞ্জী, ভূগোল আৰু কৃষ্টি আৰু সভ্যতা সম্বন্ধে কিছু জ্ঞান পোৱা উচিত।"

তেওঁ কয় যে "উন্নতিশীল দেশৰ মাধ্যমিক স্কুলবোৰৰ শিক্ষাৰ মান, উন্নত দেশৰ একেধৰণৰ স্কুল শিক্ষাৰ মানতকৈ তল থাপৰ হোৱা উচিত নহয়।"[৪]

অন্যান্য দেশৰ নিচিনা আমেৰিকাৰ যুক্তৰাষ্ট্ৰতো এই বিষয়ে তৰ্কবিতৰ্ক হয়, যে কি কি বিষয় সম্পৰ্কে শিক্ষা দিয়া উচিত। বাঢ়নীয়া বয়সৰ লৰাছোৱালীয়ে



সাহিত্য, বুৰঞ্জী আদি বিষয় কিমানখিনি শিকা উচিত ? এই প্ৰতিযোগিতাৰ যুগত টকা অৰ্জাৰ দক্ষতা বঢ়োৱাৰ বাবে কাৰিকৰী বিদ্যাই বা কিমানখিনি শিকা উচিত ? তেওঁলোকক 'পৰিপূৰ্ণ ব্যক্তি' গঢ়ি তোলাৰ বাবে সমাজ বিদ্যা শিকোৱাৰ আৱশ্যকতা আছে নে, স্কুলে কেবল অঙ্কশাস্ত্ৰ, বিজ্ঞান, ভাষা, সাহিত্য আৰু বুৰঞ্জী শিকোৱাৰ ওপৰত মনযোগ দিলেই হব ? তেওঁলোকৰ প্ৰাথমিক কাম কি—মনক জ্ঞানেৰে সুসজ্জিত কৰি তোলা নে ব্যক্তিত্বৰ উন্নতি সাধন ? দুয়োটা কাম হাতত লবলৈ স্কুলবোৰৰ সময় আছে নে ?

কেবছৰমান আগতে আমেৰিকাৰ শিক্ষা ব্যৱস্থাৰ প্ৰধান ত্ৰুটি-বিচ্যুতি সম্বন্ধে মানুহে ইমান উত্তেজিত হৈছিল, যে জাতিৰ মানুহে আচলতে কি বিচাৰে তাক স্থিৰ কৰিবলৈ হোৱাইট হাউচত এখন সভা আহ্বান কৰা হয়। এই সভা আহ্বান কৰাৰ প্ৰায় দুবছৰ আগৰে পৰা সমগ্ৰ দেশতে তাৰ বাবে প্ৰস্তুতি চলোৱা হৈছিল।

প্ৰথমতে সমগ্ৰ দেশৰ প্ৰত্যেকটো ৰাজস্ব-দ্বাৰা-পোষিত স্কুলৰ শিক্ষক সকলৰ আৰু অভিভাবক-সংগঠনৰ প্ৰতিনিধি সকলক নিজৰ ঠাইতে হোৱা কেবাখনো সভাত উপস্থিত হবলৈ আহ্বান জনোৱা হয়। উত্তেজিত নাগৰিক সকলে তেওঁলোকৰ সন্তান সকলক বৰ্ত্তমান জগতৰ কাৰণে সাজু কৰি তোলাৰ বাবে তেওঁলোকৰ স্থানীয় স্কুলবোৰৰ কি কি আৱশ্যকতা আছে সেই বিষয়ে গভীৰ নিশালৈকে আলোচনা কৰে।

তাৰ পিছত প্ৰত্যেকখন ঠাইৰ পৰা তেওঁলোকৰ আটাইতকৈ সক্ষম প্ৰতিনিধি সকলক আন কিছুমান সভালৈ পঠিওৱা হয়, এই সকল সভা প্ৰতিখন কাউন্টিতে হৈছিল। এই প্ৰতিনিধিসকলে আকৌ প্ৰতিনিধি বাছি তাৰ পিছৰ ৰাষ্ট্ৰীয় সভাবোৰলৈ পঠিয়ায়।

তেওঁলোকে দুবছৰ কাল এইদৰে আলোচনা কৰাৰ পিছত কেবাশও নিৰ্বাচিত প্ৰতিনিধিয়ে হোৱাইট হাউচত মিলিত হয়। সমগ্ৰ যুক্তৰাষ্ট্ৰৰে ডাঙৰ ডাঙৰ নগৰৰ পৰা আৰম্ভ কৰি সৰু সৰু গ্ৰাম্য সমাজৰ, সকলো মানুহৰে চিন্তাৰ প্ৰতিচ্ছবি তেওঁলোকৰ মাজত আছিল।

এই সভা কেবাদিনো চলিছিল ; ইয়াৰ অন্তত সভাই পাঠ্য বা শিক্ষণীয় সম্পৰ্কে বিশেষ পৰামৰ্শ দিয়ে, কেবল কি কি বিষয় শিকাব লাগিব তাকেই জনোৱা নাছিল, কিহৰ ওপৰত বিশেষ মনোযোগ দিব লাগিব তাকো জনাইছিল ?

সাহিত্য আৰু বিজ্ঞানৰ ভাৰসাম্য, সময়, লৰাছোৱালীৰ ওপৰত বিশেষ মনোযোগ, শৃঙ্খলা, কলেজৰ কি কি আৱশ্যক, কাৰিকৰী শিক্ষা, ইত্যাদি বিষয়েও পৰামৰ্শ দিছিল। এনেকৈ, মানুহে নিজেই দিয়া পৰামৰ্শবোৰৰ এটা সুদূৰ প্ৰসাৰী প্ৰভাৱ দেখা গৈছে দেশৰ সকলো ৰাষ্ট্ৰ-দ্বাৰা চালিত স্কুলবোৰৰ ওপৰত।

সকলো ঠাইতেই, শিক্ষাৰ ক্ষেত্ৰত 'পৰিবৰ্ত্তনৰ বতাহ' বলা বুলি অনুভৱ কৰা গৈছে। ফ্ৰান্সৰ চেভাৰৰ চীনা মাটিৰ বাচনৰ পুৰণি কাৰখানা এটাক 'শিক্ষক সকলৰ আন্তৰ্জাতিক কেন্দ্ৰত' (International Teacher's centre) পৰিবৰ্ত্তিত কৰা হৈছে। নিজৰ নিজৰ শিক্ষা-ব্যৱস্থাক নতুনকৈ সজীৱ কৰি তোলাৰ বাবে কি কি পৰিবৰ্ত্তন অনা আৱশ্যক সেই বিষয়ে পঢ়াশুনা কৰাৰ কাৰণে আৰু আলোচনা কৰাৰ কাৰণে শিক্ষক সকলে ইয়াত গোট খায়হি। শতাব্দীৰ পিছত শতাব্দী ধৰি ইউৰোপত কেৱল বিশেষ বিশেষ ব্যৱসায়ৰ কাৰণে সাজু কৰি তোলাৰ বাবে কিছুসংখ্যক বাছি লোৱা লৰাক শিক্ষা দিয়া হৈছিল। এতিয়া যিহেতু বহুত বেছি সংখ্যাৰ লৰাছোৱালীক শিক্ষা দিয়াৰ আৱশ্যকতা হৈছে, তেতিয়া শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন হোৱা আৱশ্যক হৱই। নতুন ধৰণৰ শিক্ষা পদ্ধতিৰ লগত বিজ্ঞান, আধুনিক ভাষা, সমাজ-বিজ্ঞান আদিৰ বিষয়ে শিক্ষাদানত সাঙুৰি দিয়া হৈছে। ১৯৬০ চনৰ চেপ্টেম্বৰ মাহত এই কেন্দ্ৰৰ পৰা ওলোৱা বহুতবোৰ ধাৰণাক ফ্ৰান্সত আইনৰ আকাৰত ৰূপ দিয়া হৈছে। ক্ৰমে ক্ৰমে এইবোৰক স্কুলবোৰত গ্ৰহণ কৰা হৈছে, লাহে লাহে ফ্ৰান্সৰ সমগ্ৰ স্কুলীয়া শিক্ষাৰ ব্যৱস্থাতে এইবোৰৰ প্ৰভাৱ পৰিব।

**'স্ত্ৰী-শিক্ষা'**ক বিশেষভাৱে পৰীক্ষা কৰি চোৱা উচিত, তাৰ আংশিক কাৰণ হল জগতৰ বহুত অংশতে, আগতে যত স্ত্ৰী-শিক্ষাৰ প্ৰচলন নাছিল, তাত ইয়াক প্ৰচলিত কৰা হৈছে? আৰু এটা আংশিক কাৰণ হল এয়ে আগতে ছোৱালী-বোৰক যি ধৰণৰ জীৱনৰ বাবে প্ৰস্তুত কৰি তোলা হৈছিল, এতিয়া তেওঁলোকৰ জীৱনৰ প্ৰসাৰতা তাতকৈ বহুত বাঢ়িছে। আজিৰ দিনৰ ছোৱালীয়ে উপযুক্ত পত্নী, মাতৃ, আৰু নাগৰিকা হিচাবে গঢ়ি উঠাৰ বাবে কি কি শিকাৰ আৱশ্যকতা আছে?

মাচাচুচেটচৰ মাউণ্ট হলিওক কলেজৰ প্ৰেচিডেণ্ট ডঃ ৰিচাৰ্ড গ্লেন গেটেলে এবাৰ 'অসাধাৰণ নাৰীসকল'ৰ হকে কৈছিল—"তেওঁৰ বিবেচনা মতে নাৰীৰ শিক্ষা প্ৰথমৰ পৰাই অতি উচ্চ মানৰ হব লাগিব; বুদ্ধিমতী ডেকা ছোৱালীৰ



নিজকে শিক্ষিতা কৰি তোলাৰ ক্ষমতাৰ ওপৰত দৃষ্টি পেলাব লাগে; যাতে নতুন বাধাৰ সন্মুখীন হবলৈ নিজৰ মানসিক ক্ষমতা, অনুসন্ধিৎসা আৰু অন্যান্য মানসিক সম্পদৰ সহায়েৰে তেওঁৰ যিহকে মন যায় তাকে কৰিব পাৰে।"[৫]

মাকসকলে গোটেই পৃথিৱীতে তেওঁলোকৰ সন্তানৰ শিক্ষা সম্বন্ধে আলোচনা কৰে, কাৰণ এই সম্বন্ধে তেওঁলোকে বেছি অস্বস্তি অনুভৱ কৰে; তেওঁলোকে তাৰ সমাধান বিচাৰি আছে আৰু নানা ফালৰ পৰা ভাবিও স্থিৰ সিদ্ধান্তলৈ আহিব পৰা নাই।

পশ্চিম আফ্ৰিকাৰ ওৱাই ডব্লিউ চি. এ. ৰ (ইয়াং উইমেন্চ্ ক্ৰীচ্চীয়ান এচোচিয়েচন) এটি দলে কৈছিল—

"আমাৰ ছোৱালীবোৰৰ কথা ভাবি আমি চিন্তিত। তেওঁলোকৰ শিক্ষাৰ ক্ষেত্ৰত কিছুমান পৰিবৰ্ত্তন আনিব পাৰিলে আমি সুখী হলোঁহেঁতেন। তেওঁলোকে গাৰ্হৰ প্ৰতি সকলো আকৰ্ষণ হেৰুৱায়। তেওঁলোকে নিজক কেতিয়াও নমাই আনিব নোখোজে। নম্ৰতা বোলা বস্তুটো কেনি গ'ল? সেই একে দলৰে আন এজন সদস্যই কয়:—

"আমি যদি কেৱল অনুকৰণ কৰোঁ তেন্তে আমি কোনো বিপদৰ সন্মুখীন হব নোৱাৰোঁ। আমি পোহ মনাৰ নিচিনা হওঁ। আজি কালিৰ ডেকা মানুহবোৰে কেৱল অনুকৰণ কৰা যেন লাগে। এই বিশাল মহাদেশত আমি যদি কেৱল অন্ধ অনুকৰণ কৰোঁ, তেন্তে আমি অসফল হম।"[৭]

ইৰাণৰ এগৰাকী মাকে কয়:—

"ভৱিষ্যতৰ বুকুত যি অনিশ্চয়তা দেখা যায় তাৰ বাবেই মই বৰকৈ চিন্তিত। মোৰ ধাৰণা, আমাৰ সন্তান সকল যিবোৰ নৈতিক বিপদৰ সন্মুখীন হবলগীয়া হয়, তাৰ তিনিটা কাৰণ আছে:—

(১) মাক-দেউতাকৰ শাসন শিথিল হোৱা;

(২) সময় ভালকৈ কটাবলৈ আমোদ-প্ৰমোদৰ সুবিধাৰ অভাৱ;

(৩) পঢ়াৰ উপযুক্ত বেছি সংখ্যক কিতাপৰ অভাৱ।

"মোৰ বিশ্বাস, আমাৰ স্কুলবোৰত চৰিত্ৰ গঠনৰ বাবে যথেষ্ট পৰিমাণে সুবিধাৰ সৃষ্টি কৰা আৱশ্যক, আৰু নেতৃত্বৰ উৎকৰ্ষ বৃদ্ধি কৰা আৱশ্যক। আমাৰ স্কুলবোৰত জাতিৰ উদ্দেশ্য আৰু নিজৰ দেশৰ সমাজৰ সেৱা আদি সম্বন্ধে আদৰ্শ ডাঙি ধৰিব নোৱাৰি নেকি?"[৮]

ইথন দেশৰ পিছত সিথন দেশত, যতে ছোৱালীবোৰৰ বাবে নতুন সুবিধাৰ সৃষ্টি হৈছে, তাতে তেওঁলোকে সেই সুবিধা গ্ৰহণ কৰিছে। পূব পাকিস্তানৰ ছোৱালী-স্কুলবোৰৰ প্ৰধান পৰিদৰ্শিকাই কয় "আজি আপুনি এখন স্কুল পাতিলে কালিয়েই সি ভৰি পৰিব।"

পুৰণি পৰ্দা-প্ৰথাৰ পৰা মুক্ত হৈ পাকিস্তানৰ ছোৱালীবোৰে পিঠিত বেণী ওলোমাই যি স্কুলকে পাইছে তাতেই পঢ়িছে গৈ। ইমান ছাত্ৰীসংখ্যা হোৱাৰ ফলত স্কুল দিনত দুবাৰকৈ বহে; কৰাচীৰ জেকব লাইন হাইস্কুলত শিক্ষিকা আৰু সঁজুলি দুয়োবিধৰে যথেষ্ট অভাৱ থকা সত্ত্বেও ৰাতিপুৱা ৯৫০ জনী-ছাত্ৰী, আৰু আবেলি ৭০০ জনী ছাত্ৰীয়ে তাত পঢ়ে। কেৱল মাক দেউতাকে ছোৱালীক শিক্ষা দিবলৈ নবজাগ্ৰত ইচ্ছা দেখুৱাৰ ফলতেই ছাত্ৰীসংখ্য ইমান বঢ়া নাই; তাৰ আন কাৰণ হল যে বহুতবোৰ স্কুলেই নতুন জীৱনৰ স্পৰ্শেৰে প্ৰস্ফুটিত হৈ উঠিব ধৰিছে আৰু ছোৱালীবোৰক আগতকৈ বহুত বেছি স্বাধীনতা আৰু দায়িত্বগ্ৰহণ কৰাৰ বাবে শিক্ষা দিব ধৰিছে।

এটি বিশেষ উদাহৰণৰ দ্বাৰা বুজা যাব, কেনেকৈ বহুতবোৰ স্কুলৰ ভিতৰতে মূল দৃষ্টিভঙ্গীৰ ডাঙৰ পৰিবৰ্ত্তন আহিছে।

১৯৫১ চনত পূব আফ্ৰিকাৰ এখন সৰু নগৰত এগৰাকী প্ৰাণৱন্ত আগ্ৰহশীল ডেকা মহিলাক এটি আৰব ছোৱালী-স্কুলৰ দায়িত্ব লবলৈ পঠিওৱা হল। আৰব জনবসতিপূৰ্ণ এটি অঞ্চলত এই স্কুলঘৰটো আছিল আৰু যদিও ভৰ্ত্তিৰ সংখ্যা ১৬৮ আছিল, শতকৰা ৭০%—৭৫%, জনী ছোৱালী প্ৰায় সদায়ে উপস্থিত নাথাকিছিল।

প্ৰধান শিক্ষয়িত্ৰীয়ে এইদৰে লিখিছে:

"ঘৰটো এন্ধাৰ আছিল, তাৰ চাৰিওপিনে ঠেক ৰাস্তা, চোতালত অলপও ঠাই পকা কৰা নাই, এক বৰ্গগজ ঠাইতও ঘাঁহ নাই। ছোৱালীবোৰে মূৰত ওৰণি লৈ স্কুল-বহাৰ প্ৰায় আধা ঘণ্টা বা তাতকৈ বেছি সময় পিছত আহি পায় হি। দুৱাৰ মোলোঁতে লোৰ শব্দ হয়, দুৱাৰ খন মাত্ৰ একুট মান মেলি ছোৱালীবোৰক সোমাবলৈ দিয়া হয়, এগৰাকী মহিলাই সিহঁতৰ ওপৰত কঠোৰ দৃষ্টি ৰাখে। ভিতৰত, বাৰ বজালৈকে গুণ গুণকৈ পঢ়াশুনা হৈ থাকে। কোনোৰে স্বাধীনভাবে খেলিবও নোৱাৰে, চিন্তা কৰিবও নোৱাৰে, মুঠতে, কোনা বিষয়তে স্বাধীনতা নাই। দুপৰীয়া বাৰ বজাত ওৰণি লোৱা টোপোলাবোৰক ঘৰলৈ লৈ যোৱাৰ



সঙ্গীসকল বা অভিভাবক সকল শাৰি পাতি থিয় দিয়েহি। এদিনৰ কাৰণে স্কুলৰ কাম এইদৰে শেষ হয়।

"ছোৱালীবোৰৰে বা অৱস্থা কি? বা তেওঁলোকক টোপোলা বুলিয়ে উল্লেখ কৰিম নেকি? দেউতাকৰ ঘৰত তেওঁলোকে তিৰোতাসকলৰ বাবে আচুতীয়াকৈ থোৱা অংশতহে ফুৰাচকা কৰিব পাৰিছিল। তেওঁলোকে তাত কি কৰে? বাৰু, ঘৰলৈ গল। ৰন্ধাবঢ়া কৰে নেকি? কিছুমানেহে কৰিছিল, অধিকাংশৰে চাকৰ বাকৰ আছিল। তেওঁলোকে পঢ়িছিল নেকি? তেওঁলোকৰ কিতাপ পত্ৰ নাছিল। এইবোৰ ছোৱালীয়ে আছিল উঠি আহিব ধৰা নাৰী, ভৱিষ্যতৰ পত্নী আৰু মাতৃ, কিন্তু কেবাখনো উজ্জ্বল মুখ তাৰ মাজতে দেখা গৈছিল।

"দীঘল কাহিনীক চুটিকৈ কবলৈ হলে, যথেষ্ট সংগ্ৰাম কৰিবলগীয়া হোৱা বা বাধা পোৱা সত্ত্বেও এই দ্বীপত আমি এটি সৰ্ব্বোৎকৃষ্ট স্কুল গঢ়ি তুলিছোঁ, ইয়াক তেতিয়া ছয় একৰ মাটিৰ ওপৰত সজা হৈছে। সকলো অংশই উন্নতভাবে সজা হৈছে আৰু খেলধেমালিৰ সুযোগৰ পৰিকল্পনা মনত ৰাখি খেলৰ পথাৰ ৰখা হৈছে। বহুত কম ছাত্ৰীৰ লগতহে এতিয়া অভিভাবক আহে, তাৰ সলনি তেওঁ-লোকৰ ওপৰত বিশ্বাস ৰখা হৈছে। এতিয়া আমাৰ ছাত্ৰীসংখ্যা ৬৬৯; অনুপস্থিত ছোৱালীৰ সংখ্যা তেনেই কম, ৩২ জনী ছোৱালীয়ে স্কুলৰ সৰ্ব্বশেষ পৰীক্ষাৰ বাবে সাজু হবলৈ ধৰিছে, মই আশা কৰোঁ তাৰ ভিতৰত ছজনীয়ে বিশ্ববিদ্যালয়ত পঢ়িব বুলি।

"যোৱা বছৰ আমাৰ স্কুলে সৰু ছোৱালীবোৰৰ ব্যায়াম শিক্ষাৰ পুৰস্কাৰ (কাপ) পালে, আৰু আমাৰ প্ৰদেশৰ গাৰ্লচ গাইড প্ৰতিযোগিতাত সৰ্ব্বোৎকৃষ্ট দল বুলি পৰিগণিত হৈছে। এইবোৰ অতি উৎসাহজনক ঘটনা, কিন্তু এতিয়াও আমাৰ বহুত-খিনি কৰিবলগীয়া আছে। এতিয়াও আমাৰ এই নগৰত প্ৰায় ৭০০ জনী ছোৱালীয়ে কোনো শিক্ষা নাপায়, মোৰ চিন্তা তেওঁলোকৰ বাবে। তেওঁলোকে অৱশ্যে আহিব, কিন্তু সোঁত বৰ কম। তেওঁলোকক কেনেকৈ পাম? কোনো বিয়া আদি উৎসৱত মই মাক বা বায়েকক বা 'পৰিয়ালৰ আন মানুহবোৰক' লগ পাম, তাত তিৰোতাৰ বাবে আচুতীয়াকৈ থোৱা অংশত চাৰি-পাঁচটা অপৰিচিত সৰু মুখ দেখিবলৈ পাম, তেতিয়া তেওঁলোকক বুজাম। তেওঁলোক তেতিয়া স্কুললৈ আহিব, কিন্তু চাৰিটাহে আহিব, পাঁচটা ৰ ভিতৰত; গতিকে আকৌ যাব লাগিব, আকৌ বুজাব লাগিব।

"মোৰ প্ৰথম আত্মবিশ্বাসৰ অনুভূতি আহিল, যেতিয়া আমাৰ 'গাৰ্ল গাইড' দলৰ কুৰিজনী ছোৱালী লৈ আমি হাবিৰ সীমাত থকা ২৬০ মাইল দূৰৰ কেম্পলৈ গলোঁ। (গাৰ্ল গাইড দল গঢ়ি তোলোঁতে বহুত বাধাৰ সন্মুখীন হৈছিলোঁ)। আমি গৈ পোৱাৰ পিছতে ছোৱালীবোৰে ওৱণিৰ কাপোৰবোৰ আঁতৰাই থলে; তাৰ পিছত সিহঁত ইমান সুখী আৰু স্বাধীনমনা হৈ পৰিল, যে তেনেকুৱা লৰা-ছোৱালী যেন আৰু লগেই পোৱা নাযায়। ভাবি চাওক, এই ঘটনা ঘটিছিল, আমি সেই ঘন বসতিৰ মাজৰ স্কুল ঘৰটো এৰি পেলোৱাৰ মাত্ৰ পাঁচ বছৰ পিছতেই। আৰু কেম্পৰ ঠাইত মই অকলে কেবল পূৰ্ণবয়স্ক মানুহ আছিলোঁ, মোৰ সহকাৰীসকল সকলোৱে গাইড আছিল—গোটেই কেম্পটো সিহঁতে নিজেই অসাধাৰণভাবে সুন্দৰকৈ চলালে।"[৯]

নাৰীসকলে পৰিবৰ্ত্তন অহাত সহায় কৰিব পাৰে, যদি তেওঁলোকৰ সন্তান-সকলৰ শিক্ষা সম্বন্ধে নতুন চিন্তা বা ধাৰণাক আহ্বান জনায় বা নতুন চিন্তা বিচাৰি উলিয়ায়। সেই কামৰ বাবে তেওঁলোকে স্থানীয় শিক্ষা বোৰ্ডক মুখ্য প্ৰশ্ন আদি সুধিব পাৰে; নিজে গৈ স্কুল চাব পাৰে—আচলতে তাত কি শিকোৱা হৈছে, আৰু কেনেদৰে শিকোৱা হৈছে তাকো চাব পাৰে। স্থানীয় কৰ্ত্তৃপক্ষৰ সভা-সমিতিত উপস্থিত থাকি তেওঁলোকৰ সিদ্ধান্তবোৰ সমৰ্থনও কৰিব পাৰে বা তাৰ বিৰোধিতাও কৰিব পাৰে? নাগৰিকসকলৰ সংস্থা বা সংগঠনবোৰত থাকি তেওঁলোকৰ হতুৱাই কিছুমান আইন আদি পৰিবৰ্ত্তিত কৰাৰ বাবেও আন্দোলন কৰাব পাৰে।

আজিৰ পৃথিৱীত উপযুক্ত সংখ্যাৰ শিক্ষকৰ বৰ অভাৱ আছে; সেই কাৰণে নতুন শিক্ষক গঢ়ি তোলা আৰু যিমান শিক্ষক আছে তেওঁলোকক উপযুক্তভাবে কামত লগোৱা সম্বন্ধে ভালকৈ সুপৰিকল্পনাৰে সৈতে চিন্তা কৰা আৱশ্যক। তাই-ৱানৰ প্ৰাথমিক শিক্ষাৰ মন্ত্ৰীয়ে কয়ঃ "মুঠেই এটা ঘৰত আমাৰ ১০,০০০ লৰা-ছোৱালীয়ে পঢ়ে। তাইৱানত মুঠতে ২০ লাখ স্কুলত পঢ়িব লগীয়া বয়সৰ লৰা-ছোৱালী আছে। তাৰ অৰ্থ হল যে প্ৰত্যেক শিক্ষকে প্ৰত্যেক শ্ৰেণীত ৬০-৭০ টি ছাত্ৰ-ছাত্ৰী পঢ়াব লাগিব, বা সদায় ৰাতি ৩৫০ বা তাতকৈও বেছি বহী শুদ্ধ কৰিব লাগিব! আপোনালোকে কল্পনা কৰি চাব পাৰে, যে প্ৰত্যেকজন ছাত্ৰ বা ছাত্ৰীয়ে ব্যক্তিগতভাবে কিমানখিনি মনোযোগ পাব পাৰে।"[১০]

যুক্তৰাষ্ট্ৰতো অন্যান্য ঠাইৰ নিচিনা, শিক্ষকৰ অভাব বৰ তীব্ৰ। বহুত



পৰিবাৰেই বৰ চিন্তিত, কাৰণ তেওঁলোকৰ লৰাছোৱালীবোৰে বহুত লৰাছোৱালীৰে ভৰপূৰ শ্ৰেণীত পঢ়ে, আৰু ফলত শিক্ষাৰ মানও ওখ নাথাকে। কিছুমান মাক-দেউতাকে অৱস্থাক সহজ কৰি তোলাৰ বাবে নিজে, নিজৰ আহৰি সময়ত স্কুলক সহায় কৰে; যাতে যিসকল কামত বৃত্তিমূলক প্ৰশিক্ষণৰ আৱশ্যকতা নেথাকে তেনে ধৰণৰ ধৰাবন্ধা কামৰ পৰা শিক্ষক সকলক অব্যাহতি দিব পাৰি। তেওঁ-লোকে বহী শুদ্ধ কৰি দিয়ে, লাইব্ৰেৰী চলায়, পঢ়ি শুনায়, টাইপ কৰি দিয়ে আৰু লেখা কাম আদি কৰি দিয়ে। তীব্ৰ অভাৱৰ সময়ত তেওঁলোকে এই দৰে সহায় কৰি দিয়াৰ ফলত দক্ষ শিক্ষক সকলে তেওঁলোকৰ কাম কৰিবলৈ হাতত বেছি সময় পায়। আন আন দেশতো এনেকুৱা ব্যৱস্থা কৰা যাব পাৰে বোধ কৰোঁ।

দিন পাৰ হৈ যোৱাৰ লগে লগে, যি সকল লৰাছোৱালীয়ে হয়তো মুঠেই স্কুলীয়া শিক্ষা নাপালেহেঁতেন, বা পালেও দক্ষ শিক্ষকৰ পৰা শিক্ষা নাপালে-হেঁতেন, তেনে বহুত সংখ্যক লৰা-ছোৱালীক চিনেমা, ৰেডিও, টেলিভিচন আদিৰ সহায়েৰে নিশ্চয় বৰ্ত্তমানকৈ বহুত বেছি পৰিমাণে শিক্ষা দিব পৰা যাব। শিক্ষাৰ প্ৰসাৰৰ কাৰণে এনে ধৰণৰ মাধ্যমিক বহুত দেশতেই গ্ৰহণ কৰা হৈছে, আৰু স্থানীয় এই বিলাকে অৱশ্যে কেতিয়াও শিক্ষকৰ স্থান গ্ৰহণ কৰিব নোৱাৰে, কিন্তু এইবোৰৰ সহায়েৰে বহুত বিশিষ্ট শিক্ষকক হেজাৰ হেজাৰ মানুহৰ ওচৰ পোৱাব পাৰি আৰু তাৰ দ্বাৰা তেওঁলোকৰ অভিজ্ঞতা উন্নতও হব আৰু প্ৰসাৰিতও হব। এই ধৰণৰ মাধ্যমৰ সহায়েৰে শিক্ষা দিয়াত যে বাধা আৰু অসুবিধা আছে তাক মানি লব লাগিব; কিন্তু ইও স্পষ্ট যে শ্ৰেণীত শিক্ষা দানৰ পুৰণি ধৰণৰ পদ্ধতিৰ দ্বাৰা আজি কালিৰ অতিৰিক্ত সংখ্যক ছাত্ৰ ছাত্ৰী থকা শ্ৰেণীবোৰত শিক্ষা দিয়া ক্ৰমে লাহে লাহে অসুবিধাজনক হৈ আহিছে আৰু সিয়ে যথেষ্ট নহয়।

বহুত দেশতে আজিকালি একেলগে বহুত সংখ্যক মানুহক শিক্ষা দিয়াৰ মাধ্যম বা উপায়বোৰ গ্ৰহণ কৰা হৈছে শিক্ষাদানৰ উদ্দেশ্য।

**ফ্ৰান্সত**—টেলিক্লাববোৰত বহুত মানুহে একেলগে টেলিভিচনত খেতিবাতি সংক্ৰান্ত বিষয়বোৰ যাতে চায় তাৰ বাবে উৎসাহ দিয়া হয়, আৰু তাৰ পিছত সকলোৱে সেই বিষয়ে আলোচনা কৰে।

**ইতালীত**—যিসকল অঞ্চলত লৰাছোৱালীয়ে স্কুলত পঢ়াৰ সুযোগ নাপায় তাত টেলিভিচনৰ সহায়েৰে তেওঁলোকক শিক্ষা দিয়া হয়।

**কেনাডাত**—জাতীয় ৰেডিও প্ৰচাৰ ব্যৱস্থাৰ ফালৰ পৰা গাৱঁৰ পূৰ্ণবয়স্ক

মানুহবোৰক শিক্ষা দিয়া হয়, এই সুযোগ সমগ্ৰ দেশৰ ইমূৰৰ পৰা সিমূৰলৈ দিয়া হৈছে।

**কলম্বিয়াৰ আন্দিজ পৰ্ব্বত অঞ্চলত**—কলম্বিয়া, পেৰু, আৰু ইকুয়েডৰ দেশ যত লগ লাগিছে সেই পাৰ্ব্বত্য অঞ্চলৰ সকলো ঠাইতেই ফাদাৰ চালচেডোৰ নাম প্ৰত্যেক জানে। তেওঁ এজন ৰোমান কেথলিক যাজক, বহুত বছৰ আগতে তেওঁ ইয়াত থাকিবলৈ লয় হি।

তেওঁৰ গীৰ্জালৈ অহা মানুহবোৰৰ জীৱনৰ গতানুগতিকতা, বেয়া স্বাস্থ্য, আৰু পৰ্ব্বতৰ মাজে মাজে সোমাই থকা খেতিবোৰৰ মানুহৰ দাৰিদ্ৰ্য দেখি দুখ পোৱাৰ লগতে তেওঁ চিন্তিতও হয়। তাৰ উপৰি দূৰৰ উপত্যকাবোৰত যি সকল মানুহে কাৰো পৰা সহায় নোপোৱাকৈ বাস কৰিছিল তেওঁলোকৰ বাবেও তেওঁ চিন্তিত হৈ পৰে। প্ৰথমতে তেওঁ ঘৰতে সজা ৰেডিওৰ-ঢৌ-পঠিওৱা যন্ত্ৰ এটি আৰু তিনিটা সৰু ৰেডিও লৈ কাম আৰম্ভ কৰে, আৰু কেবা বছৰো ধৰি কাম কৰি 'বতাহৰ ৰেডিও স্কুল' নামৰ যি শিক্ষা ব্যৱস্থা পাতিছে—সি কেবা মাইল ঠাইত বিয়পি আছে। বতাহৰ ঢৌৰ সহায় লৈ তেওঁ মানুহক বিশেষ ধৰণৰ হাল বোৱা সম্বন্ধে আৰু পথাৰত সাৰ দিয়া সম্বন্ধে, শিশুপালন, পুষ্টিকৰ খাদ্য আৰু সঙ্গীত আৰু পঢ়াশুনা ইত্যাদি সম্বন্ধে শিক্ষা দিব পাৰিছে। মানুহৰ চকু উজ্জ্বলতৰ হৈ উঠিছে, সেই দূৰ উপত্যকাত বাস কৰা মানুহৰ ওচৰত জীৱন আকৰ্ষণীয় হৈ উঠিছে; এটি নতুন তেজ, নতুন শক্তি আহিছে। খেতিবাৰীবোৰ সমৃদ্ধ হৈ উঠিছে, আগৰ সেই ঠেক পৰ্ব্বতীয়া বাটবোৰ কম হৈ আহিছে। এই যাজকৰ কামত ইমান সফলতা আহিছে যে কলম্বিয়া চৰকাৰ আৰু ৰাষ্ট্ৰসংঘৰ মাজত এটি চুক্তি কৰা হৈছে। পৰ্ব্বতত থাকি খেতি কৰা দৰিদ্ৰ মানুহবোৰৰ জীৱনৰ মান উন্নত কৰাৰ বাবে ফাদাৰ চালচেডোৱে যি প্ৰচেষ্টা চলাইছে তাক সহায় কৰিবলৈ ৰাষ্ট্ৰসংঘই সম্মতি জনাইছে।

চুদানৰ পৰা দক্ষিণ আফ্ৰিকালৈকে সমগ্ৰ দেশতে ৰেডিওৰ দ্বাৰা বিভিন্ন সময়ত আলোচনা, বক্তৃতা, সাহায্যপূৰ্ণ ইঙ্গিত, ঘৰুৱা কামকাজ সম্পৰ্কে উপদেশ আদি বিভিন্ন ভাষাৰ যোগেৰে প্ৰচাৰিত হৈ থাকে; এইবোৰৰ দ্বাৰা অজস্ৰ ঘৰে ঘৰে, পজা আৰু গাঁৱত নতুন জ্ঞান বিয়পি পৰে। এইবোৰ হল "ৰেডিওৰ পত্ৰিকা," বিশেষকৈ যিসকল সাপ্তাহিক অনুষ্ঠানৰ দ্বাৰা আফ্ৰিকাৰ নাৰীসকলক নতুন অৱস্থাৰ লগত-খাপখুৱোৱাৰ বাবে সহায় কৰিবলৈ চেষ্টা কৰা হৈছে।



'আফ্ৰিকান উইমেন' নামৰ পত্ৰিকাত কুমাৰী ইচ্‌লা বানবেৰীয়ে লিখিছে :—

"ৰেডিও প্ৰচাৰ শুনাৰ বাটত এইবোৰ বাধা ;—প্ৰাথমিক শিক্ষাৰ অভাৱ, আগ্ৰহৰ অভাৱ (ভাগৰৰ বাবে), টান পৰিশ্ৰম কৰাৰ ফল স্বৰূপে, আৰু অনভ্যাসজনিত। মহিলাসকলৰ বাবে বিশেষ ধৰণৰ অনুষ্ঠানবোৰ তেওঁলোকৰ আহৰি সময়ৰ লগত মিল ৰাখি প্ৰচাৰ কৰিব লাগে, বিশেষকৈ গাঁৱলীয়া মহিলা-সকলৰ কাম আৰু আহৰিৰ প্ৰতি লক্ষ্য ৰাখি। ৰেডিও-অনুষ্ঠান শুনাৰ কাৰণে তেওঁ কোনো স্কুল, কফিৰ দোকান বা আনকোনো উমৈহৈতীয়া প্ৰতিষ্ঠানলৈ যাব লাগিব, তেওঁ এই কামখিনি কৰা যেন অৰ্থযুক্ত বুলি ভাবে।

"তাৰ উপৰি তেওঁ বেছি সময় একেৰাহে কোনো কথা শুনাৰ বাবে যি শিক্ষা আৱশ্যক তাকে পোৱা নাই বিশেষকৈ বক্তাৰ শাৰীৰিক অনুপস্থিতিত। গতিকে আলোচনাবোৰ চুটি হোৱা আৱশ্যক। বহুত সময়ত গৃহিনী হিচাবেও তেওঁ আনৰ কথা শুনিবলৈ ভাল নেপায়; প্ৰায়ে তেওঁ ভাবে যে এই ধৰণৰ উপদেশবোৰ শুনি লাভ নহয়; তেওঁ হয় ভাবে যে তেওঁ নিজে তাতকৈ ভালকৈ জানে, বা পৰীক্ষা-নিৰীক্ষাবোৰে তেওঁৰ স্বামীৰ সমৰ্থন নেপাব।

"সাধাৰণভাৱেও আফ্ৰিকাৰ ৰেডিও অনুষ্ঠানৰ আলোচনাবোৰ অতি ব্যক্তিগত-ভাৱে কৰিব লাগে। শ্ৰোতা আৰু বক্তাৰ মাজত যেন ব্যক্তিগত সম্পৰ্ক আছে, আলোচনাবোৰ এনেধৰণে কৰিব লাগে। গ্ৰেচ মাহী এগৰাকী ভদ্ৰমহিলা যাক শ্ৰোতাই ভালকৈয়ে চিনি পায়, তেওঁলৈ চিঠি লিখিব পাৰি আৰু তেওঁ শ্ৰোতাৰ প্ৰশ্ন সমূহৰ উত্তৰও দিয়ে। শ্ৰোতাৰ সমস্যাবোৰৰ আপুনি ভাগ লব লাগিব, তেওঁৰ কেইটি লৰাছোৱালী আছে আৰু তেওঁ কি ৰান্ধে তাকো আপুনি জানে। আফ্ৰিকাৰ তিৰোতাই অনুষ্ঠান পৰিচালনাকাৰীৰ লগত নিজকে মিলাই দিব পাৰিব লাগে।"

তিৰোতাসকলে আন তিৰোতাসকলৰ হতুৱাই মতামত ব্যক্ত কৰাই উন্নত ধৰণৰ বেতাৰ-অনুষ্ঠানৰ ওপৰত জোৰ দি ৰেডিও-অনুষ্ঠানৰ মান উন্নত কৰাত সহায় কৰিব পাৰে। বেতাৰ-কেন্দ্ৰবোৰে জনসাধাৰণৰ মতামত আৰু ইচ্ছাক যথেষ্ট মূল্য দিয়ে।

গ্ৰেট বৃটেনৰ মিঃ জৰ্জ ভি এলেনে কয় :—

"আমি আশা কৰোঁ যে উন্নতিশীল দেশৰ বেতাৰকেন্দ্ৰ সমূহে, কিছুমান উন্নত দেশে দেখুৱা উদাহৰণবোৰকে অনুসৰণ নকৰে, বৰং জ্ঞানৰ বাবে বুভুক্ষু

জনসাধাৰণৰ সন্মুখত তেওঁলোকৰ ওচৰত যি অনুষ্ঠানৰ গুৰুত্ব আৰু মূল্য আছে তেনে ধৰণৰ অনুষ্ঠানহে প্ৰচাৰ কৰিব।"[১২]

বেতাৰ-অনুষ্ঠান যাতে অধিক সংখ্যক মানুহে শুনিব পাৰে তাৰ বাবেও নাৰীসকলে নানা উপায়ে সহায় আগবঢ়াব পাৰে। দূৰ-দূৰান্তৰ অঞ্চলবোৰলৈ তেওঁলোকে, টকা তুলি সৰু-ৰেডিওযন্ত্ৰ কিনি পঠিয়াব পাৰে। যিবোৰ ভাল ভাল অনুষ্ঠান আগতে প্ৰচাৰিত হৈ গৈছে, সেইবোৰ আকৌ প্ৰচাৰিত কৰাৰ বাবে অনুৰোধ জনাই জনসাধাৰণক সেইবোৰ শুনাৰ বাবে আহ্বান কৰিব পাৰে; সেই অনুষ্ঠানবোৰ টেপ-ৰেকৰ্ডিঙৰ সহায়েৰে তুলি লৈ নিজৰ সভাত মানুহক ভুনাই শুনাব পাৰে।

বেতাৰ কেন্দ্ৰবোৰৰ লগত আলোচনা কৰি নিজৰ নিজৰ অঞ্চলত ঘৰে ঘৰে গৈ তলত দিয়া ধৰণে প্ৰশ্ন কৰি এই বিষয়ে তথ্য আহৰণ কৰা যাব পাৰে।

এতিয়া যিবোৰ অনুষ্ঠান প্ৰচাৰিত হয় সেইবোৰ তেওঁলোকে বুজি পায় নে ?

কেনে ধৰণে ভুল বুজে ?

কি ধৰণৰ বিষয় শ্ৰোতাসকলে বুজিবলৈ টান পায় ?

অনুষ্ঠান-প্ৰচাৰৰ সময়বোৰ তেওঁলোকৰ পক্ষে সুবিধাজনক হয় নে ?

কেনে ধৰণৰ বিষয়ৰ অনুষ্ঠান শ্ৰোতাসকলে বেতাৰ-কেন্দ্ৰবোৰৰ পৰা শুনিবলৈ বিচাৰে ?

অনুষ্ঠান-পৰিকল্পনাকাৰী আৰু প্ৰচাৰকাৰীসকলক, জনসাধাৰণে কি ভালপায় বা শুনিবলৈ বিচাৰে সেই বিষয়ে জানিবলৈ মহিলাসকলে সহায় কৰিব পাৰে। বেতাৰ-মাধ্যমে যিমানেই তেওঁলোকৰ অংশৰ গুৰুত্ব বুজিব তিমানেই ভালকৈ কৰ্ত্তব্য-পালন কৰিব পাৰিব। বেতাৰৰ সহায়েৰে শিক্ষকৰ অভাৱ কিছুপৰিমাণে পূৰণ কৰিব পাৰি—দূৰত্বৰ অসুবিধাও গুচাব পাৰি, ঘৰত থকা তিৰোতাসকলক ইয়াৰ দ্বাৰা শিক্ষা দিয়া যায়, যাৰ সহায়েৰে তেওঁলোকে স্বামী আৰু লৰাছোৱালীৰ লগত একেলগে খোজ পেলাই আগবাঢ়িব পাৰে; নগৰৰ পৰা বহুত আঁতৰত থকা মানুহ সকলৰ ওচৰলৈ ইয়াৰ দ্বাৰা নতুন নতুন-চিন্তা বা ধাৰণা পঠিয়াব পাৰি।

এটি স্কুল-ঘৰত এটি শিশুৱে কেবছৰমান কটালেই শিক্ষা সম্পূৰ্ণ নহয়। শিক্ষা হল নাগৰিকত্ব, উপাৰ্জনৰ ক্ষমতা, এটি জাতিৰ স্বাস্থ্য, এই সকলোবোৰৰে ভেঁটি। ই হ'ল এটি জাতিৰ পুৰণি ঐতিহ্যৰ ভিতৰত যিবোৰ ভাল উপাদান থাকে তাৰ সংৰক্ষণ আৰু তাৰ লগতে নতুনৰ ভিতৰত যিবোৰ আটাইতকৈ ভাল



উপাদান তাক গ্ৰহণ কৰাৰ বাবে তৎপৰ হৈ থকা। ইয়াৰ দ্বাৰা কেবল মুখস্থ কৰি শিকাকেই আৰু নুবুজায়। ইয়াৰ দ্বাৰা বুজায় নিজৰ চিন্তাৰ মৌলিকতা আৰু উদ্যমৰ উন্নতি; সৃষ্টিশীলতা আৰু নমনীয়তাৰ প্ৰতি উৎসাহ, যিসকল গুণৰ দ্বাৰা বিশ্ব-নাগৰিকত্ব পাব পাৰি সেইবোৰৰ শক্তিবৃদ্ধি আৰু তাৰ লগতে তথ্য সম্বন্ধীয় জ্ঞান।

ভৱিষ্যৎ বংশধৰসকলৰ দায়িত্ব নাৰীসকলৰ হাতত আছে, তেওঁলোকে চাব লাগিব যাতে তেওঁলোকৰ সন্তানসকলে এই দ্ৰুতগতিশীল জগতৰ লগত খোজ মিলাই চলিব পাৰে। তাৰ উপৰিও তেওঁলোকে নিজেও পঢ়া, শুনা আৰু শিকাৰ সুযোগবোৰ গ্ৰহণ কৰিব লাগিব, যাতে তেওঁলোকৰ জ্ঞানৰ বা বোধশক্তিৰ অভাৱৰ ফলত তেওঁলোকে নিজৰ বংশধৰসকলৰ পৰা বিচ্ছিন্ন হৈ নাযায়। ইয়াৰ লগতে আমাৰ সকলোৰে ব্যক্তিগত দায়িত্বও আছে জগতৰ আকাশচুম্বী নিৰক্ষৰতা গুচোৱাৰ বাবে, যাৰ ফলত লাখ লাখ মানুহে অজ্ঞতাৰ মাজত বুৰি আছে আৰু জগতৰ চিন্তাধাৰাৰ পৰা তেনেই আঁতৰি আছে।

'প্ৰত্যেকে এজনক শিকোৱা' বুলি এষাৰ কথা জগতৰ সকলো ঠাইতে বিয়পি আছে। কিন্তু দৰাচলতে আমাৰ ভিতৰত কেইজনে নিজৰ সময়, যত্ন বা সঁচাকৈয়ে কেইজনে এজন চাকৰ বা ড্ৰাইভাৰ, দাৰোৱান, বা কাৰখানাৰ শ্ৰমিক, বা আন কোনো ঠাইৰ পৰা যদি কোনো এজনে আহি আন এটি ভাষা শিকিবলৈ যত্ন কৰে, তেনেকুৱা মানুহক পঢ়াইছে ?

**'প্ৰত্যেকে এজনক শিকোৱা'** এই কথাষাৰ যদি প্ৰত্যেক মানুহে অন্তৰেৰে সৈতে মানি ললেহেঁতেন তেন্তে সমগ্ৰ জগত কিমান শক্তিশালী হৈ উঠিলহেঁতেন!

---

# ৪

## ভোটদান আৰু ৰাজনৈতিক পদ

"আমাৰ জীৱনৰ প্ৰধান সমস্যাবোৰৰ সমাধান ৰাজনীতিৰ জৰিয়তেহে হয়। মোৰ ধাৰণাত, প্ৰত্যেক নাৰীয়েই ৰাজনীতিৰ লগত সম্পৰ্ক ৰখা উচিত—আৰু কেৱল মতদান বা ভোট দিয়াকেই মই ৰাজনীতি বুলিব খোজা নাই। জাতিৰ জীৱন আৰু জগতৰ সমস্যাবোৰৰ লগত জড়িত হৈ পৰাক হে ৰাজনীতি বুলিছোঁ। আজিৰ দিনত ৰাজনীতি কেৱল অৱসৰ বিনোদন নহয়। ই জীৱন-মৰণৰ প্ৰশ্ন, আৰু আমি আমাৰ দায়িত্বৰ পৰা ফালৰি কাটি গলে, আমি যিবোৰ বস্তুত আস্থা ৰাখোঁ বুলি কওঁ সেইবোৰ সকলো বিপদগ্ৰস্ত হব।"[১]

ভাৰতৰ শ্ৰীযুতা পণ্ডিতে এইদৰে কৈছিল—ৰাজনীতিবিদ সকলে যিবোৰ সিদ্ধান্ত গ্ৰহণ কৰে সেইবোৰে প্ৰত্যেকখন ঘৰকে ঢুকি পায়গৈ, প্ৰত্যেক নাৰী আৰু পৰিয়ালৰ আন সকলোৰে ওপৰত তাৰ ফল হয়, সেই কথা তেওঁ বুজি পাওক বা নেপাৱক।

মাত্ৰ পঁয়সত্তৰ বছৰ আগৰ পৰাহে তিৰোতাই ভোট দিছে। প্ৰথমতে ফিনলেণ্ডত, তাৰ পিছত নিউজিলেণ্ডত, তাৰও কেবাবছৰ পিছত অষ্ট্ৰেলিয়াত, তাৰ পিছত নৰৱে আৰু কেনাডাত পুৰুষে ক্ৰমে ক্ৰমে তিৰোতাক নিৰ্বাচনত ভোট দিয়াৰ অধিকাৰ দিছে। আমেৰিকাৰ যুক্তৰাষ্ট্ৰত ভোটাধিকাৰ পোৱাৰ বাবে নাৰী সকলে দীঘল সত্তৰ বছৰ ধৰি সংগ্ৰাম কৰে, অৱশেষত মাত্ৰ সিদিনা ১৯২১ চনতহে এই অধিকাৰ লাভ কৰে।

এতিয়া মাত্ৰ নখন দেশত বাজে আন সকলো দেশতে তিৰোতাই ভোটাধিকাৰ পাইছে (আৰু এই নখনৰ ভিতৰত কেইখন মানত পুৰুষেও ভোট নিদিয়ে)।



কিছুমান নাৰীয়ে ইয়াৰ বাবে যুঁজিছেই আন কিছুমানে বা সংগ্ৰাম নকৰাকৈয়ে এই অধিকাৰ লাভ কৰিছে। কিছুমানে ইয়াক গভীৰ মূল্য দিয়ে, কিন্তু কিছুমানে এতিয়াও বুজি পোৱা নাই যে ৰাষ্ট্ৰৰ বা চৰকাৰৰ কামত অংশ গ্ৰহণ কৰিলে, তাৰ লগতে দায়িত্বও গ্ৰহণ কৰা হয়। বহুতৰে ধাৰণা যে তিৰোতাৰ 'অধিকাৰ' পোৱাৰ অৰ্থ হল যে তেওঁলোকক অবিলম্বে চৰকাৰী কাম আদিত লব লাগিব, তেওঁলোক তাৰ বাবে সাজু হওক বা নহওক। কিছুমানে বা তেওঁলোকৰ ভোট-দানৰ শক্তিৰ কথা ভালকৈ নুবুজাকৈয়ে ভোট দিয়ে, বা যিসকল বিষয়ৰ সম্বন্ধে তেওঁলোকে নিজৰ মত প্ৰকাশ কৰিছে তাৰ কথা ভালকৈ নুবুজাকৈ দিয়ে। কিছুমানে আকৌ তেওঁলোকৰ বেলট-পেপাৰ ব্যৱহাৰেই নকৰে, অৰ্থাৎ ভোটেই নিদিয়ে।

চিয়াৰা লিওনৰ পেচেন্স জে হেমিল্টনে লিখিছে ঃ—

"মোৰ মতেৰে আমি স্কুল, কলেজ, ক্লাব, আৰু অন্যান্য সামাজিক প্ৰতিষ্ঠানৰ জৰিয়তে সোনকালে কাম আৰম্ভ কৰা উচিত। প্ৰত্যেক ছোৱালী বা তিৰোতাক তেওঁৰ অধিকাৰ, বিশেষ সুবিধা আৰু দায়িত্ব সম্বন্ধেও শিক্ষা দিব লাগিব।"

"নকল নিৰ্বাচন, বেতাৰৰ বিতৰ্ক (মাতৃভাষাত), চিনেমা, বেলটৰ সহায়েৰে ভোট দিয়া, স্থানীয় আৰু বিশ্বৰ সমস্যা সম্বন্ধে আলোচনা ইত্যাদিৰ সহায়েৰে তিৰোতাক উপযুক্তভাৱে ভোট দিবলৈ শিকিবলৈ সহায় কৰা উচিত। নিজৰ বন্ধক ভোট দিয়াৰ পৰা বা কেৱল বাহিৰৰ পৰা চাই, বা টকা পইচাৰ দ্বাৰা প্ৰভাৱান্বিত হৈ ভোট দিয়াৰ পৰা কেনে বিপদ হব পাৰে সেই সম্বন্ধেও তেওঁ-লোকক উপযুক্ত উপদেশ দিয়া উচিত। তিৰোতাবোৰৰ নিজ নিজ সঙ্ঘৰ জৰিয়তে তেওঁলোকক সভাসমিতিত উপস্থিত থাকি যিমান দূৰ সম্ভৱ অংশ গ্ৰহণ কৰিবলৈ উৎসাহ দি, আলোচনা চক্ৰ পাতি, অন্যান্য দেশৰ মানুহৰ সম্বন্ধে তথ্যাদি জনাই তেওঁলোকে পৰস্পৰক সহায় কৰিব পাৰে।"[২]

"মোৰ ঠাই হল ঘৰত ; ৰাজনীতিৰ লগত মোৰ কোনো সম্পৰ্ক নাই"—এনেকুৱা এটা সুবিধাজনক অনুভূতি লৈ তিৰোতাসকলে বহি থাকিব নোৱাৰে। বাধ্যতামূলক ভাৱে সৈন্যদলত নিযুক্তি, ৰাষ্ট্ৰই সম্পত্তি কাঢ়ি লোৱা, চৰকাৰী নিযুক্তৰ সুযোগাদিৰ পৰিবৰ্ত্তন, ৰাজস্বৰ হাৰ, আৰু এই ধৰণৰ সমস্যা পুৰুষ আৰু নাৰী দুয়োৰে ওচৰত সমানে গুৰুত্বপূৰ্ণ। এটি ৰাজনৈতিক সঙ্ঘৰ সিদ্ধান্তৰ দ্বাৰা জীৱনৰ সম্পূৰ্ণ ধৰণেই পৰিবৰ্ত্তিত হৈ যাব পাৰে।

এইবোৰ কাৰণতেই নাৰীসকলে তেওঁলোকৰ দায়িত্ব বুজা উচিত আৰু স্থানীয় আৰু দেশৰ ৰাজনীতিত অধিকতৰ আৱশ্যকীয় অংশ গ্ৰহণ কৰাৰ কাৰণে নিজকে সাজু কৰি তোলা উচিত।

আইনৰ ফালৰ পৰা কবলৈ হলে গণতন্ত্ৰৰ সম্পূৰ্ণ মতবাদটোৱেই মানুহৰ প্ৰতিনিধিত্বৰ ওপৰত প্ৰতিষ্ঠিত, যিসকল নিৰ্বাচিত হৈছে তেওঁলোক সমগ্ৰ জনসংখ্যাৰে প্ৰতিনিধি হব লাগিব। এটি মুক্ত চৰকাৰৰ দুৱাৰ মুকলি কৰিব পাৰে কেৱল মুক্ত নিৰ্বাচনে। দূৰ-দৃষ্টিসম্পন্ন মহিলা সকলে যে বহুত দিনৰ পৰাই ভোট দিয়াৰ অধিকাৰ বিচাৰি আছিল আৰু জাতীয় কাৰ্য্য পন্থা স্থিৰ কৰাৰ বাবেও



প্ৰতিনিধি নিৰ্বাচনৰ অধিকাৰ বিচাৰি আছিল,—তাত আচৰিত হবলগীয়া একো নাই। সমাজৰ প্ৰতি তিৰোতাই বহুত অৱদান দিব লগীয়া আছে; "জোতা পিন্ধোতা জনেহে জানে ভৰিত কত দুখ পায়।" তিৰোতাসকলে জানে ক'ত কিহৰ অভাৱ আছে। তেওঁলোকৰ অভিজ্ঞতা, তেওঁলোকৰ কৰুণা, আৰু তেওঁলোকৰ অন্তৰ্দৃষ্টি এইবোৰে তেওঁলোকক নিজৰ কথা কোৱাৰ অধিকাৰহে কেৱল নিদিয়ে—নিজক প্ৰকাশ কৰাটোও অৱশ্যকৰণীয় কৰি তোলে।



ৰাজনৈতিক দলবোৰে এতিয়া এই বিষয়ে সচেতন হৈছে যে তেওঁলোকৰ ওচৰত তিৰোতাৰ ভোটবোৰৰো আৱশ্যকতা আছে। সেই কাৰণে তেওঁলোকে নাৰী সকলৰ সমস্যাবোৰ ভাবি চোৱাৰ বাবে আগতকৈ বেচি যত্ন কৰে যাতে তেওঁলোকৰ সমৰ্থন পায়। তিৰোতাৰ ভোটবোৰ এতিয়াও সহজেই ভণ্ডুৱাই নিব পাৰি, কাৰণ সাধাৰণভাৱে চালে অধিক সংখ্যক তিৰোতাই অনভিজ্ঞ আৰু বহুতে উদাসীন। তাৰ ফল হল এয়ে যে, ৰাজনৈতিক দলবোৰে ন্যায় আৰু অন্যায় দুয়ো ধৰণৰ পন্থাৰ দ্বাৰাই তেওঁলোকৰ সমৰ্থন পাবলৈ অক্লান্তভাৱে পৰিশ্ৰম কৰে। বহুত দেশতেই তিৰোতাৰ সংগঠনবোৰে বুজি পায় যে তেওঁলোকৰ সন্মুখত এটি নতুন বাধা আছে,—সেইটো হল কেৱল অশিক্ষিতবোৰক শিক্ষিত কৰি তুলিলেই নহব, যি সকল নাৰীয়ে ৰাজনীতিৰ বিষয়ে অজ্ঞ বা একোকে নেজানে তেওঁলোককো শিকাই তুলিব লাগিব।

এটা কিংবদন্তী আছে যে "ভাল মানুহবোৰে একোকে নকৰিলে অন্যায়ৰ জয় হবই।" অধিকাংশ সময়তে ভোটদাতা সকলে "একোকে নকৰে।" বেয়া আইন গৃহীত হয়, বা অনুপযুক্ত নেতাসকল নিৰ্বাচিত হয়, কাৰণ যি পক্ষক ভোট দিলে মঙ্গল হলহেঁতেন সেই পক্ষক ভোট দিবলৈ মানুহে যথেষ্ট পৰিমাণে যত্ন লোৱা নাছিল। বহুত দেশতে নাৰী ভোটদাতা সকলৰ সঙ্ঘবোৰে আৰু তেনেকুৱা ধৰণৰ আন আন সংগঠনবোৰে পক্ষপাতিত্ব নোহোৱাকৈ দুয়ো ফালৰে ভাল বেয়াবোৰ বুজাই দিছে, জোৰকৈ যেন ভোট দিয়াব নোৱাৰে তাক চাইছে, ভোটদাতা সকলক ভোট দিয়াৰ ঠাইলৈ নিয়াৰ ব্যৱস্থা কৰিছে, অন্যায় প্ৰভাৱৰ পৰা আৰু উৎকোচ প্ৰথাৰ পৰা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে।

সৰ্ব্বসাধাৰণৰ সমস্যাবোৰ বাস্তৱভাৱে চোৱাৰ বাবে অধিক সংখ্যক নাৰীয়ে একগোট খোৱা উচিত, যাতে তেওঁলোকে সমস্যাবোৰৰ ভাল বেয়া সকলো কথা আৱেগহীনভাৱে পৰীক্ষা কৰি চাব পাৰে। নাৰীসকলৰ পক্ষে এই কাম বৰ উজু নহয়, কাৰণ ঘৰত তেওঁলোকে যিবোৰ সমস্যা পাই অভ্যস্ত সেইবোৰ প্ৰায় সদায়েই আৱেগলিপ্ত আৰু ব্যক্তিগত। ডাঙৰ ডাঙৰ সমস্যাৰ বাবে দৃষ্টিকোণও বহল হোৱা উচিত আৰু তাত ব্যক্তিৰ নিজৰ স্থান নাই। কেনিয়াৰ প্ৰথম 'মহিলা সভা'ত কুমাৰী ডোবোই তলত দিয়া উপদেশবোৰ আগবঢ়াইছিল :—

"আপুনি ভোট দিয়াৰ পিছত প্ৰাৰ্থী যেতিয়া নিৰ্বাচিত হৈ যায় তেতিয়া আপুনি কি কৰে? আপুনি তেতিয়া চৰকাৰৰ লগত থাকি কাম কৰা মন্ত্ৰী বা

বিষয়াসকলৰ ওপৰত চকু ৰাখে। আপোনালোকৰ ভিতৰত কিমানে জানে, যে আপোনাৰ দ্বাৰা নিৰ্বাচিত প্ৰাৰ্থীয়ে লোকসভাৰ বিৰোধী পক্ষৰ লগত সহযোগিতা কৰিছে নে নাই? আপুনি তেওঁৰ এই কাম সমৰ্থন কৰিছিল নে? আমেৰিকাৰ নাৰীসকলে কি কৰিছে সেই বিষয়ে মই অলপ কব পাৰোঁ। তেওঁলোকৰ মতামতবোৰ শক্তিশালী কৰাৰ কাৰণে, আৰু জনসাধাৰণ আৰু আইন সভাৰ সদস্যবোৰক, সমাজে কি বিচাৰে সেইবিষয়ে তেওঁলোকৰ ধাৰণাবোৰ জনোৱাৰ কাৰণে নানা সংগঠনৰ সৃষ্টি কৰিছে; আৰু তেওঁলোকে দৰ্খাস্ত চহী কৰাই আৰু চিঠি লিখাৰ অভিযানৰ দ্বাৰা নিজৰ বক্তব্য জনসাধাৰণ বা আইন সভাৰ সদস্য সকলক জনায়। উদাহৰণ স্বৰূপে, "পেৰেণ্ট-টিচাৰ এচোচিয়েচন' বা অভিভাৱক শিক্ষক সংগঠনৰ কাম হল শিক্ষা-সংক্ৰান্ত সমস্যাৰ সমাধানৰ চেষ্টা কৰা। স্কুলৰ শিশু সকলৰ বাবে উপযুক্ত পৰিবেশ গঢ়ি তোলা, শিক্ষাৰ মান ওখ ৰখা, আৰু যোগ্যতা থকা শিক্ষক বিচাৰি অনা। তেওঁলোকে স্কুলবোৰ্ড আৰু চৰকাৰৰ যিসকল বিভাগে আইন প্ৰণয়ন কৰে সেইবোৰৰ ওপৰত প্ৰভাৱ পেলায়।

"আৰু অন্যান্য ধৰণৰ সংগঠনও আছে যিবোৰে সমাজৰ অন্যান্য বিষয়ৰ ফালে মনোযোগ দিয়ে। কিছুমানে স্বাস্থ্যৰ সমস্যা সমাধানৰ চেষ্টাত আছে, কিছুমান মানুহৰ কাম কৰাৰ অৱস্থাদি সম্বন্ধীয় সমস্যাৰ সমাধানৰ চেষ্টাত আছে। কিন্তু তেওঁলোকে দুটা কাম কৰে, যিদুটা আপোনালোক সকলোৱে কৰিব পাৰে :—

(১) তেওঁলোকে তথ্য সংগ্ৰহ কৰে আৰু সেই তথ্যবোৰ জনসাধাৰণক জনাবলৈ চেষ্টা কৰে, যাতে নিৰ্বাচন এলাকাৰ মানুহে এইবোৰ জানিবলৈ পায়।

(২) যিবোৰ বিষয় তেওঁলোকৰ ওচৰত গুৰুত্বপূৰ্ণ, সেইবোৰ সম্পৰ্কে তেওঁলোকে একমত হৈ মত প্ৰকাশ কৰে।

"তিৰোতাসকলৰ, অন্ততঃ যি সকলৰ প্ৰধান চিন্তাৰ বিষয় হল তেওঁলোকৰ পৰিবাৰৰ ভৱিষ্যৎ সম্পৰ্কে, তেওঁলোকে একেলগে কাম কৰিবলৈ সহজ পায় কাৰণ তেওঁলোকৰ সকলোৰে লক্ষ্য একেটা। গতিকে তেওঁলোকে স্বেচ্ছাসেৱক হিচাবে কাম কৰিবলৈও ইচ্ছুক। যদি পৃথিৱীৰ এটা অংশৰ মানুহে এই কাম বোৰ কৰিব পাৰে, তেন্তে পৃথিৱীৰ অন্যান্য ঠাইতো মানুহে নিজক সংগঠিত কৰি তুলিব পাৰে।"

এইবোৰ বিষয়ৰ ওপৰত তেওঁ জোৰ দিয়ে :—

(১) নিজৰ প্ৰয়োজনবোৰ পৰীক্ষা কৰি চাওক;



(২) এই প্ৰয়োজনবোৰ কেনেকৈ পাব পাৰে সেই বিষয়ে সিদ্ধান্তলৈ আহক;

(৩) বৰ্ত্তমানে কি কৰা হব ধৰিছে আৰু ভবিষ্যতে কি কৰা যাব পাৰে সেই বিষয়ে জানিবলৈ চেষ্টা কৰক;

(৪) নিজৰ বিবেচনা শক্তি প্ৰয়োগ কৰি ভোট দিব;

(৫) চৰকাৰ আৰু তাৰ সহকাৰী সংগঠনবোৰৰ ওচৰত একমত হৈ নিজৰ বক্তব্য জনাওক।

কোনো দেশতে সাধাৰণতে পুৰুষ আৰু তিৰোতাৰ ভোট বেলেগ বেলেগ কৈ হিচাব কৰা নহয়, সেই কাৰণে, আচলতে কিমান তিৰোতাই তেওঁলোকৰ ভোট দিয়ে তাৰ সংখ্যা জনা টান। পৰীক্ষা কৰি যি পোৱা গৈছে তাত দেখা যায় :—পুৰুষতকৈ তিৰোতাই কমসংখ্যাত ভোট দিয়ে। আমি দুয়োৰে সংখ্যাৰ মাজত যিমান পাৰ্থক্য থকা বুলি ভাবো, আচল পাৰ্থক্য তাতকৈ কম। ক্ৰমে তিৰোতাই এইবোৰ বিষয়ে, আৰু ভোট দিয়াৰ সম্পৰ্কে জ্ঞানলাভ কৰাৰ লগে লগে পাৰ্থক্য ক্ৰমে ঠেক হৈ আহিছে।"[8]

তুৰস্কৰ 'আজমীৰ ৰিপাব্লিকান উইমেনচ্ এচোচিয়েচন'ৰ ভূতপূৰ্ব্ব সভানেত্ৰী বায়ান ফিতমা চালতগুে দেখুৱাইছিল যে তিৰোতাসকলে, বিশেষকৈ কম শিক্ষা পোৱা তিৰোতাসকলে আজিকালি তেওঁৰ দেশত ভোট দিয়া সম্পৰ্কে ক্ৰমে বেছি মনোযোগ দিব ধৰিছে। গাওঁৰ নিৰ্বাচনত শতকৰা আশীজনী তিৰোতাই ভোট দিয়ে, যদিও বহুত সময়তে পুৰুষসকলে তেওঁলোকক বিৰত কৰিবলৈ চেষ্টা কৰে, এই বুলি তেওঁ কয়।

চিয়াৰা লিওনৰ এজন পশ্চিম আফ্ৰিকাৰ অধিবাসীয়ে কয় যে "তিৰোতাসকলৰ ভোটৰ দ্বাৰাই 'আশ্ৰিত ৰাজ্য আৰু উপনিবেশ' সম্পৰ্কে সিদ্ধান্ত পৰিবৰ্ত্তিত হৈ যায়। আমি ভাবিছিলোঁ যে নিৰ্বাচনৰ ফলাফল কি হব আমি তাক আগধৰি জানোঁ; কিন্তু দেশৰ মধ্যস্থলৰ মানুহৰ মতামত জনোৱাৰ বাবে যিসকল তিৰোতাই শান্তভাৱে শাৰি পাতি থিয় হৈ ভোট দিবলৈ বৈ আছিল তেওঁলোকৰ কথা আমি ভবা নাছিলোঁ।"[৫]

মুঠতে কবলৈ হলে পুৰুষ আৰু তিৰোতাৰ ভোটৰ মাজত পাৰ্থক্য সামান্যই থাকে, তিৰোতাই অৱশ্যে অলপ সংৰক্ষণশীল আৰু ধৰ্মৰ লগত সম্পৰ্ক থকা দলবোৰৰ প্ৰতি সামান্য পৰিমাণে সহানুভূতিশীল যেন লাগে।

প্ৰথমতে অৱশ্যে মানুহে ভাবিব পাৰে নিৰ্বাচনৰ ওপৰত তিৰোতাসকলৰ প্ৰভাৱ অবহেলাৰ যোগ্য, কিন্তু দুটা কথা আমি পাহৰা উচিত নহয় ঃ—

(১) ৰাজনীতিবিদসকলে আজিকালি তিৰোতাসকলৰ মঙ্গলৰ কথাও মনত ৰাখিব লাগে।

(২) পত্নীসকলৰ সদায় এটি পৰোক্ষ প্ৰভাৱ থাকে তেওঁলোকৰ স্বামীসকলৰ ওপৰত, আৰু স্বামীসকলোৰও পত্নীসকলৰ ওপৰত তেনেকুৱা প্ৰভাৱ থাকে, যাৰ পৰিমাণ সঠিককৈ জোখা টান।

যদিও ভোট দি ৰাজনীতিত ভাগ লোৱাৰ ক্ষেত্ৰত তিৰোতাৰ সংখ্যাৰ অনুপাত পুৰুষতকৈ অলপহে কম ( পশ্চিম আফ্ৰিকা বা তেনেকুৱা কোনো কোনো অঞ্চলত হয়তো বেচিও হব পাৰে ), পাৰ্লামেণ্টৰ সদস্য, স্থানীয় সংসদ, পৌৰ প্ৰতিষ্ঠান আদিত অতি কম সংখ্যক তিৰোতাইহে সদস্য আদিৰ পদ পায়। কেবল চোভিয়েত গণতন্ত্ৰহে চুপ্ৰীম চোভিয়েতৰ শতকৰা সোতৰ গৰাকী সদস্য মহিলা, তাত বাজে আন আন দেশত কাচিতহে শতকৰা পাঁচতকৈ বেচি মহিলা সদস্য পাৰ্লামেণ্টবোৰত আছে। যিসকল দেশত আগৰ কালৰে পৰা তিৰোতাৰ প্ৰভাৱ বেচি, তেনেবোৰ দেশতও, যিসকল দেশত তিৰোতাক তুলনামূলকভাৱে প্ৰায় বৰ্ত্তমান যুগলৈকে আচুতীয়াকৈ ৰখা হৈছিল, তাতকৈ তিৰোতাৰ অৱস্থা উন্নত নহয়। উদাহৰণ স্বৰূপে কব পাৰি যে আমেৰিকাৰ যুক্তৰাষ্ট্ৰ কংগ্ৰেচত মাত্ৰ শতকৰা দুগৰাকী সদস্যহে মহিলা।

অষ্ট্ৰেলিয়াৰ পৰা এজনে লিখিছে ঃ—

"তিৰোতাই ভোটাধিকাৰ পোৱাৰ ক্ষেত্ৰত আমাৰ দেশৰ স্থান পৃথিৱীত তৃতীয়, কিন্তু এতিয়াও আমাৰ সকলোবোৰ ৰাজ্যতে তিৰোতাক 'জুৰী' হিচাবে লোৱা নহয় ; আমাৰ ইয়াত কোনো মহিলা-বিচাৰক নাই ; চৰকাৰী চাকৰিৰ সৰ্ব্বোচ্চ পদত তিৰোতা লোৱা নহয় অৰ্থাৎ শাসনবিভাগত আৰু বহুতবিধ চাকৰি বা ব্যৱসায়ৰ ক্ষেত্ৰত আমি সমান কামৰ বাবে সমান বেতন নাপাওঁ।"[৬]

লিবাননৰ মহিলা এগৰাকীয়ে লিখিছে, "যদিও ১৯৫২ চনৰে পৰা আমি ভোটাধিকাৰ পাইছোঁ, পাৰ্লামেণ্টত আজিলৈকে কোনো নাৰী-সদস্য নাই। তাৰ কাৰণ হল পুৰুষৰ বিৰোধিতা, কাৰণ অধিকাংশ পুৰুষেই এতিয়াও ভাবে যে তিৰোতাৰ বুদ্ধিমত্তা তেওঁলোকতকৈ কম।"[৭]



ৰাজনীতিত উচ্চ পদ পোৱা তিৰোতাৰ সংখ্যা ইমান কম হোৱাৰ কাৰণ সম্পৰ্কে মাৰ্জোৰি টেইটে এইদৰে লিখিছে ঃ

"পৃথিৱীৰ অধিকাশ ঠাইতে ইমান দিনলৈকে তিৰোতাই যি ধৰণৰ জীৱন কটাইছে তাৰ দ্বাৰা তেওঁলোকে জনসাধাৰণৰ সমস্যাৰ লগত পুৰুষতকৈ কম সংস্পৰ্শত আহিছে ; আনকি যত পুৰুষৰ নিজৰে অতি সামান্য ৰাজনৈতিক শক্তি আছিল তাতো অৱস্থা এনেকুৱাই আছিল। কিন্তু ৰাষ্ট্ৰৰ নীতিবোৰৰ দ্বাৰা পুৰুষ আৰু নাৰী দুয়োৰে জীৱন একেভাবেই প্ৰভাৱান্বিত হয় ঃ যুদ্ধ বা শান্তি, ভূমি-সংস্কাৰ, শিল্পায়ন, বিদেশৰ লগত বাণিজ্য এই আটাইবোৰৰে ফলাফল তিৰোতাৰ ওপৰতো পৰে। যি বিশাল মকৰা-জালৰ মাজত তিৰোতাসকল বাস কৰে তাৰ যি কোনো ঠাইত ছুই দিলেই যে জালখন কঁপি উঠে সেই কথা আমি তিৰোতাসকলক দেখুৱাব পাৰোঁ নে ?"[৮]

তিৰোতাসকলৰ তেওঁলোকৰ নিজৰ প্ৰতি যি মনোভাব আছে—সিও তেওঁলোকৰ বৰ্ত্তমান অৱস্থাৰ এটি উল্লেখযোগ্য কাৰণ বুলি অনুমান হয়। ১৯৬০ চনত 'কমিটি অব কৰেচ্‌পণ্ডেন্স' নামৰ সংস্থাই পৃথিবীজোৰা যি প্ৰতিযোগিতা পাতিছিল, তাত দিয়া বহুতবোৰ প্ৰৱন্ধৰ জৰিয়তে তেওঁলোকৰ এনে মনোভাববোৰ প্ৰকাশ পাইছিল। বহুত দেশেই স্পষ্টকৈ লিখিছিল যে তিৰোতাসকলে উৎসাহী কৰ্মী নহৈ নিৰ্বিকাৰ হৈ থাকে ; তেওঁলোকৰ অধিকাংশৰে 'বিদ্ৰোহী হোৱাতকৈ মানি লোৱা' এই ধৰণৰ মনোভাব। এটাৰ পিছত এটা প্ৰৱন্ধই দেখুৱায় যে তিৰোতাসকল সহানুভূতিহীন, আত্মবিশ্বাসহীন, আৰু 'আন এজনে তেওঁৰ কামটো কৰি দিয়ক' এনে ভাব পোষণ কৰে।"

"তিৰোতাসকলে তেওঁলোকৰ নিজৰ সম্বন্ধে বা তেওঁলোকৰ মতামতবোৰৰ সম্বন্ধে সঠিকভাবে নাজানে ; সমস্যাবোৰৰ সমাধান সম্পৰ্কে চিন্তা কৰাৰ আগেয়ে তেওঁলোকে সমস্যাবোৰ সম্বন্ধে জানিব লাগিব।"

"মোৰ দেশত, ইতালীত, তিৰোতাসকলে অনুভৱ নকৰে যে সমাজৰ প্ৰতি তেওঁলোকৰ দায়িত্ব আছে।"

"ফিনলেণ্ডৰ তিৰোতাসকলেও তেওঁলোকৰ মনৰ নিৰাপত্তাৰ অভাৱৰ অনুভূতি আৰু অযোগ্যতাৰ ধাৰণা, এই পুৰণিকলীয়া ধাৰণাবোৰ লৈয়ে সংগ্ৰাম কৰি আছে।"[৯]

প্ৰায় সকলো ঠাইতেই বৰ কমসংখ্যক তিৰোতাইহে ৰাজনৈতিক পদৰ বাবে

প্ৰাৰ্থী হয়। বহুত তিৰোতাই ভাবে যে ইয়াৰ কাৰণ হল পুৰুষে ইচ্ছাকৃতভাবে তেওঁলোকক প্ৰাৰ্থী হব দিব নোখোজে, আৰু পুৰুষেই আগতে তিৰোতাৰ ভোটাধিকাৰ সম্পৰ্কে বাধা দি আছিল। পুৰুষেই ৰাজনৈতিক দলবোৰৰ নেতা হয় আৰু প্ৰাৰ্থী বাছি লোৱাৰ সময়তো প্ৰভাৱ খটুৱায়। পুৰুষে আকৌ কয়, "ৰাজনৈতিক পদৰ বাবে উপযুক্ত যোগ্যতা থকা তিৰোতাৰ অভাৱ আছে ; তাৰ উপৰি জনসাধাৰণে, আনকি তিৰোতাসকলে নিজেও তিৰোতাক ভোট নিদিয়ে, সেই কাৰণে আমি তেওঁলোকক প্ৰাৰ্থী হিচাবে থিয় কৰাব নোৱাৰোঁ।"

তাৰ উপৰি যেতিয়া তিৰোতাসকলে ৰাজনৈতিক ক্ষেত্ৰত কৰ্মীৰ স্থান লয়ও, কদাচিতহে তেওঁলোকে প্ৰধান ভূমিকাত থাকে। তেওঁলোকে পাৰ্লামেণ্ট, এচেম্‌ব্লি, কংগ্ৰেচ আনকি ইউনাইটেড নেচনৰ, যতেই কাম কৰে কেবল জনস্বাস্থ্য, মঙ্গলজনক কাৰ্য্য, শিশুসকলৰ সমস্যা, তিৰোতাৰ অধিকাৰ আদি বিষয় লৈহে ব্যস্ত থাকে ; নিৰস্ত্ৰী-কৰণ, আয়-ব্যয়, ৰাজনৈতিক পন্থা, আন্তৰ্জাতিক সমস্যা আদি লৈ নহয়।

যিয়ে নহওক, ইয়াৰও পৰিবৰ্ত্তন ঘটিব ধৰিছে। আমি এওঁলোকৰ কথা মনত পেলাব পাৰোঁ ঃ শ্ৰীমতী আগ্‌দা ৰোচেল, (তেওঁ বৰ্ত্তমানে যুগোশ্লাভিয়াত ৰাষ্ট্ৰদূত,) আগতে বহুতদিন ধৰি চুইডেনৰ স্থায়ী প্ৰতিনিধিসকলৰ দলনেত্ৰী হিচাবে ৰাষ্ট্ৰসংঘত আছিল ; ভাৰতৰ বৈদেশিক সমস্যা সংক্ৰান্ত মন্ত্ৰী শ্ৰীমতী লক্ষ্মী মেনন, ইজ্ৰায়েলৰ বৈদেশিক সমস্যাৰ মন্ত্ৰী শ্ৰীমতী গোল্ডা মেয়াৰ, শ্ৰীমতী আলভা মিৰডেল, জেনেভাৰ গুৰুত্বপূৰ্ণ নিৰস্ত্ৰীকৰণ সমিতিৰ লগত সংশ্লিষ্ট আছিল। বহুত দেশৰ পৰা অহা নাৰী-ৰাষ্ট্ৰদূতৰ কথাও আমি মনত পেলাব পাৰোঁ ঃ ফিনলেণ্ডৰ শ্ৰীমতী লিভো-লাৰছঁ, যুক্তৰাষ্ট্ৰৰ কুমাৰী ফ্ৰান্সেছ উইলিচ, পাকিস্তানৰ শ্ৰীমতী বেগম লিয়াকৎ আলি খাঁ, আৰু বেগম ইক্ৰামুল্লা, ফিলিপাইন দ্বীপপুঞ্জৰ শ্ৰীমতী ত্ৰিনিদাদ লাগাৰ্ডা।

যদিও এই সকল মুখ্য পদ অধিকাৰ কৰি থকা নাৰীয়ে তেওঁলোকক আনে অনুসৰণ কৰাৰ পথ মুকলি কৰি দিছে, দ্ৰুতগতিত কোনোৱে আগবাঢ়িব পৰা নাই। স্থানীয় পদ আজিৰ ক্ষেত্ৰতো য'ত তেওঁলোকে শিক্ষা লাভ কৰিব পাৰে বৰ কম সংখ্যক নাৰীয়েহে সৰ্ব্বোচ্চ দায়িত্বৰ পদত অধিষ্ঠিত হৈ থাকে। আজিৰ দিনতো বৰ কম সংখ্যক নাৰীয়েহে মেয়ৰ, 'বাৰ্গোমাষ্টাৰ', পৌৰ সভাৰ প্ৰধান, বা স্থানীয় শাসনসভাৰ সভ্য আদি পদ অধিকাৰ কৰি আছে। দেখাত এনেকুৱা



যেন লাগে, যি সকল আইনৰ দ্বাৰা পুৰুষ আৰু তিৰোতাক সমানে নাগৰিক অধিকাৰ দিয়া হৈছে, সেইবোৰ যেন সমাজৰ বৰ্ত্তমান অৱস্থাৰ তুলনাত অধিক প্ৰগতিৰ চিন-স্বৰূপ। আমেৰিকাৰ বিখ্যাত আইনজীৱী ক্লাৰেন্স ডাৰোই এবাৰ কৈছিল,', আইনবোৰ পোচাকৰ নিচিনা হোৱা উচিত। যি সকল মানুহৰ বাবে আইন কৰা হয়, তেওঁলোকৰ ওপৰত যেন সেইবোৰ উপযুক্ত ভাবে প্ৰয়োগ কৰা যায় তেনেধৰণৰ হোৱা উচিত।"

কিন্তু বহুত সময়তে দেখা যায়, যে মানুহৰ শৰীৰ বাঢ়িব পৰাকৈ পোচাক যিমানখিনি ঢিলা হোৱা আৱশ্যক তাতকৈ বেচি ডাঙৰ হয়, তেনেদৰে আইনও আৱশ্যকতকৈ বেচি ডাঙৰ হয়।

পাৰ্থক্যবোৰক ক্ৰমে নাইকীয়া কৰি অনাৰ ক্ষেত্ৰতো তিৰোতাসকলে এটি বিশেষ অৱদান দিব পাৰে, সেই পাৰ্থক্য ৰাজনৈতিক, জাতি-সম্পৰ্কিত, শিক্ষা বিষয়ক বা আন যিয়ে নহওক।

ইৰান চৰকাৰৰ এজন উচ্চপদধাৰী মানুহে কৈছিল কেবছৰমান আগতে ঃ

তিৰোতাসকল দেশক স্থিৰ ৰখাৰ কাৰণে এটি শক্তি, ৰাজনীতিৰ ক্ষেত্ৰত তেওঁলোকে আত্ম-সন্ধান নকৰে, সামাজিক উন্নতি আৰু জাতিৰ নিৰাপত্তাৰ কাৰণে আগ্ৰহশীল। তেওঁলোকে ৰাজনৈতিক জীৱনত ভাগ ললে দেশৰ পক্ষে সুবিধাজনক হব।"[১০]

নাইজিৰিয়াৰ প্ৰধান মন্ত্ৰী বালেৱাই এবাৰ কৈছিল যে তেওঁৰ দেশৰ নিচিনা এখন দেশত যত নানা উপজাতিৰ মাজত পুৰণি কালৰে পৰা পাৰ্থক্য চলি আহিছে, তাত জাতি ঐক্যবদ্ধ কৰাৰ কাৰণে তিৰোতাই বহুত সহায় কৰিব পাৰে।"

"পুৰুষে ৰাজনীতিৰ পৰা আঁতৰত থাকিব নোৱাৰে। তাৰ অৰ্থ হল ক্ষমতাৰ লোভ, প্ৰতিদ্বন্দ্বিতা, বৈষম্য। কিন্তু যি সকল বিষয়ত তিৰোতাসকলৰ মিলিত স্বাৰ্থ আছে, তাৰ লগত ৰাজনীতিৰ সম্পৰ্ক নাই,—যেনে স্বাস্থ্যৱান্ শিশু, উন্নত স্কুল, টকা অৰ্জাৰ সুবিধাজনক বাট ইত্যাদি। দুজন ৰাজনৈতিক প্ৰতিদ্বন্দ্বীৰ পত্নীসকলৰ মাজত বন্ধুত্বপূৰ্ণ সম্পৰ্ক থাকিব পাৰে, কিন্তু স্বামী দুজনে এটা কোঠাত একেলগে বহিবও নোৱাৰে।

"বিভিন্ন অঞ্চল বা বিভিন্ন উপজাতি আদিৰ মাজত থকা পাৰ্থক্যবোৰ গুচোৱাৰ কাম হাতত লোৱাৰ বাবে আমাক নাৰী কৰ্মী লাগে। এই বাধাবোৰ

নাইকীয়া কৰাৰ কাৰণে আমি সকলো প্ৰকাৰে চেষ্টা কৰিব লাগিব। এনেকুৱা ধৰণৰ প্ৰচেষ্টাবোৰ নাইজিৰিয়াৰ কাৰণে এটি বিৰাট অৱদানৰ নিচিনা হব।”[১১]

জগতৰ মানুহে জাতিগত, ধৰ্ম্মগত আৰু উপজাতিৰ সম্পৰ্কীয় পাৰ্থক্য লৈ ব্যস্ত থাকোঁতে বহুত সময়তে বিভিন্ন শ্ৰেণীৰ মাজত থকা পাৰ্থক্যৰ ফলত হোৱা অমঙ্গল-জনক ফলাফলবোৰৰ কথা প্ৰায় পাহৰি থাকে। এই ধৰণৰ ফলাফলবোৰৰ প্ৰায়ে এনেকুৱা ক্ষেত্ৰত দেখা যায়, ভাৰতত জাতিভেদ প্ৰথা আইনৰ দ্বাৰা নাইকীয়া কৰাৰ পিছতো সমাজৰ পৰা লোপ পোৱা নাই; দক্ষিণ আমেৰিকাৰ মানুহৰ মাজত আৰ্থিক অৱস্থাৰ বিভিন্নতাৰ দ্বাৰা হোৱা পাৰ্থক্য, ইংলণ্ডত সামাজিক অৱস্থাৰ দ্বাৰা হোৱা পাৰ্থক্য, জাপান আৰু কোৰিয়াত ‘সন্মান’ সম্পৰ্কে থকা বান্ধি দিয়া স্তৰ। আৰব সকলে এটি যোজনাৰ দ্বাৰা কয়, “উটৰ নিজৰ সমস্যা লৈ সি ব্যস্ত আৰু উটচালকৰো নিজৰ সমস্যা আছে।”

এজন মানুহক তেওঁৰ সামাজিক প্ৰতিষ্ঠা, উপাৰ্জন, চাকৰি ইত্যাদিৰ দ্বাৰাহে বিচাৰ কৰা হয়, আচল গুণাগুণ বা বুদ্ধি বৃত্তিৰ দ্বাৰা বিচাৰ নকৰাৰ দোষ তিৰোতা সকলৰ গাত প্ৰায়ে বেচি যেন দেখা যায়। কিন্তু চিন্তাশক্তি, উদ্যম, কৰ্মশক্তি, বুদ্ধিৰ ক্ষেত্ৰত কোনো শ্ৰেণীবিশেষৰ একাধিপত্য থাকিব নোৱাৰে।

যদি কোনো মানুহৰ জন্ম দীন-দৰিদ্ৰৰ ঘৰতো হয় কিন্তু তেওঁ প্ৰতিভাবান হয়, আৰু যদি সেই প্ৰতিভাৰ পূৰ্ণতম বিকাশ হোৱাৰ সুবিধা তেওঁ নাপায়, তেন্তে তাৰ দ্বাৰা দেশৰ অতি প্ৰচণ্ড ক্ষতি হয়। কেবল শ্ৰেণীগৰ্বৰ কাৰণে মানুহৰ দক্ষতাৰ নিচিনা সম্পদ নষ্ট পোৱা উচিত নহয়।

এই বিষয়ত তিৰোতা সকলে উপযুক্ত সহায় আগবঢ়াব পাৰে। এনে ধৰণৰ পুৰস্কাৰ, প্ৰতিযোগিতা বা উৎসবাদি পাতিব পাৰে যত সমাজৰ সকলো স্তৰৰ মানুহেই আহি নিজ নিজ দক্ষতাৰ পৰিচয় দিব পাৰে; এই উপায়েও সমস্যাটোৰ ভালেখিনি সমাধান কৰিব পাৰি। তিৰোতাসকলে স্কুলবোৰত বৃত্তিৰ ব্যৱস্থা কৰিব পাৰে, আলোচনা কেন্দ্ৰ পাতিব পাৰে আৰু লগতে জনাব লাগিব যে এইবোৰ বস্তু সামাজিক প্ৰতিষ্ঠা বা শ্ৰেণীবিভাগ আদি বিষয়ৰ পৰা মুক্ত, তেতিয়া হলে সমাজৰ বিভিন্ন শ্ৰেণী বা দলৰ সকলো মানুহেই সকলোবিধৰ সভাসমিতি, পৰিকল্পনা সভা আদিত যোগ দিবলৈ সুযোগ পাব। তেওঁলোকে বিভিন্ন সম্প্ৰদায় বা বিভিন্ন সামাজিক অৱস্থাৰ মানুহৰ লগত ঘনিষ্ঠভাৱে থাকি আৰু বৈষম্য নৰখাকৈ মিলিজুলি কাম কৰাৰ সুযোগ পাব।



তিৰোতাই এতিয়াও উচ্চ পদ বিশেষ নাপাব পাৰে, কিন্তু জাতিৰ সমস্যা আদি সম্পৰ্কে তেওঁলোক ক্ৰমে সজীৱ হৈ উঠিব ধৰিছে। তেওঁলোকে ৰাজনৈতিক মতদানৰ ক্ষমতা পোৱাটো ভালেই হৈছে। তাৰ এটি ডাঙৰ প্ৰভাৱ আহিছে, এটি নতুন পোহৰত মানুহে তেওঁলোকৰ ৰীতি-নীতি আৰু সংস্কাৰ আদিক পৰীক্ষা কৰি চাবলৈ বাধ্য হৈছে? লাখ লাখ তিৰোতাই ভোট দিবলৈ অধিকাৰ পাই নিজকে সংস্কাৰৰ বন্ধনৰ পৰা মুক্ত কৰিব পাৰিছে। আটাইতকৈ উল্লেখযোগ্য ফলাফল এয়ে হৈছে—সকলোৱে আগত ই স্পষ্ট হৈছে যে ছোৱালীবোৰক শিক্ষা দিয়াৰ বাবে আৰু বহুত বেছি চেষ্টা কৰিব লাগিব। আজিকালি তেওঁলোকে পুৰুষৰ সৈতে একে সমান শাৰিত থিয় হৈ ভোট দিয়ে, গতিকে এইটো স্পষ্ট যে ছোৱালীবোৰৰ মন আৰু বোধশক্তিৰো উন্নতি কৰা আৱশ্যক। ক্ৰমে লাহে লাহে তিৰোতাসকলে জনসাধাৰণৰ মতামতৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিব; হঠাতে, কেবল তেওঁলোকৰ সংখ্যাৰ পৰিমাণৰ দ্বাৰাই ৰাজনীতিবিদ সকলৰ ওপৰত তেওঁলোকৰ গুৰুত্ব বা মূল্য বাঢ়িছে।

ইয়াৰ ফলত তিৰোতাসকলৰ বাবে নতুন আৰু উত্তেজনাজনক সম্ভাৱনাৰ দুৱাৰ মুকলি হৈছে। এতিয়াও বহুতে শিকিব লগীয়া হৈ আছে, কেনেকৈ তেওঁলোকে নিজৰ কাম-কাজবোৰৰ মাজত সমন্বয়-বিধান কৰিব পাৰে, তেওঁলোকে যি প্ৰগতি বিচাৰে তাৰ বাবে কেনেকৈ আৰু বেছি ঘনিষ্ঠভাৱে কাম কৰিব পাৰে; কোনো এটি সমস্যা সম্পৰ্কীয় তথ্যবোৰ কেনেকৈ পক্ষপাতিত্ব শূন্যকৈ আৰু বেছি দকৈ জানিব পাৰে; যেতিয়া কোনো সমস্যাৰ লগত তেওঁলোক ব্যক্তিগতভাৱে জড়িত নাথাকে, তেতিয়া, আন মানুহৰ সমস্যাকো কিদৰে নিজৰ সমস্যা বুলি ভাবি লৈ তাৰ সমাধানৰ চেষ্টা কৰিব পাৰে।

ৰাজনীতিৰ ক্ষেত্ৰত পুৰুষৰ লগত থিয় হৈ একে সমানে পূৰ্ণ-দায়িত্ব লোৱাৰ আগতে তিৰোতাই যি উল্লেখযোগ্য সংগ্ৰামৰ সন্মুখীন হব লাগে, সি তেওঁলোকৰ নিজৰ ভিতৰতে আছে। তিৰোতাই তেওঁলোকক নিজকে প্ৰকৃতিতে নিকৃষ্ট বুলি ধৰি লোৱাৰ যি দ বিশ্বাস সমগ্ৰজগত ব্যাপি আছে তাৰ দ্বাৰাই তেওঁলোকে শৃঙ্খলিত হৈ আছে। কেচুৱাকালৰে পৰা তেওঁলোকক এই কথা সঁচা বুলি শিকোৱা হৈছে; তেওঁলোকৰ মাকসকলেও এই কথা বিশ্বাস কৰিছিল; তেওঁলোকৰ ভায়েক, দেউতাক, স্বামী সকলোৱেই এই কথা বিশ্বাস কৰিছিল। কিন্তু বাস্তৱতে, নিকৃষ্ট জাতি বুলি যেনেকৈ একো বস্তু নাই, তেনেকৈয়ে স্ত্ৰী আৰু পুৰুষৰ মাজতো

নিকৃষ্টতাৰ প্ৰশ্ন নুঠে। শিক্ষা আৰু সুবিধা পালে যে নাৰীয়ে বুদ্ধিৰ অনুশীলনৰ ক্ষেত্ৰতে পুৰুষৰ সমকক্ষ হব পাৰে সেই কথা বাৰে বাৰে প্ৰমাণিত হৈছে।

তিৰোতাই যে প্ৰথমতে ভোট দাতা হিচাবে, আৰু তাৰ পিছত ৰাজনৈতিক পদ গ্ৰহণ কৰি ৰাজনীতিত অংশ গ্ৰহণ কৰিছে, ই বুৰঞ্জীত তেনেই নতুন কথা। আমি এই কথা দেখি আচৰিত হব নালাগে যে জাতিৰ জীৱনত নাৰীয়ে বৰ ধীৰ গতিতহে দায়িত্বপূৰ্ণ পদ গ্ৰহণ কৰিব ধৰিছে ; বৰং আমি এই কাৰণত হে আচৰিত হোৱা উচিত যে ইমান কম দিনৰ ভিতৰতে বহুতেই ইমান দক্ষতা দেখুৱাইছে।



# ৫

# সামাজিক জীৱন

নাইজিৰিয়াৰ এজনী তিৰোতাই শান্ত মাতেৰে তলত দিয়া মতামত জনাইছিল ঃ

"এসময়ত আমাৰ অৱস্থা সবল আছিল। আমি আমাৰ পতিৰ কাৰণে সন্তান ধাৰণ কৰিব লাগিছিল আৰু তেওঁলোকৰ যত্ন লব লাগিছিল। এতিয়া আমি দেখা পাব ধৰিছোঁ যে তাতকৈ বেছি কৰিব পৰা আছে। আমি এতিয়া দেখোঁ যে অন্যান্য তিৰোতাই সম্পূৰ্ণ জীৱনৰ অন্যান্য ক্ষেত্ৰতো অংশ গ্ৰহণ কৰিব ধৰিছে। আমি ভাবিবলৈ আৰম্ভ কৰিছোঁ যে আমি তিৰোতাসকলেও স্বাধীন,—দেশক সহায় কৰাৰ বাবে আমাৰ যথেষ্ট স্বাধীনতা আছে। আমি এতিয়া কেৱল শস্য গুৰি কৰি আৰু পথাৰত কোৰ মাৰি থাকিব নোখোজোঁ।"[১]

সুদূৰ পূবৰ এজনী ডেকা তিৰোতাই হুমুনিয়াহ পেলাই কৈছিল, "কেতিয়াবা এই কথা ভাবি মোৰ মূৰ আচন্ৰাই যায় যে আমি কিমান পৰিশ্ৰম কৰিব লাগিব।"[২]

নিঃসন্দেহে কব পাৰি যে অধিকাংশ তিৰোতাৰে ওপৰত দিয়া মতামতৰ প্ৰতি সহানুভূতি আছে। কাৰণ তেওঁলোক যি কোনো দেশৰ কৃষ্টিসম্পন্নই নহওক, তিৰোতাই নানা অংশ গ্ৰহণ কৰে একেটা জীৱনতে। বহুতেই দেখে যে তেওঁলোকৰ সমুখত উত্তেজনাপূৰ্ণ নতুন দিগন্ত মেল খাই আছে কিন্তু তাৰ আগতেই তেওঁলোকৰ জীৱন ভৰি আছে। কাৰণ তিৰোতা সম্পৰ্কে এই কথাবোৰ কব পাৰোঁ ঃ—প্ৰথমতে তেওঁ এগৰাকী পত্নী আৰু মাতৃ। বহুত সময়তে, পৰিয়ালৰ বাবে উপাৰ্জনও কৰে। এজন ভোটদাতা নাগৰিক, যাৰ পৰা আমি আশা কৰোঁ যে তেওঁ নিজৰ সমাজৰ আৰু জাতিৰ সমস্যা সম্পৰ্কে সচেতন।

বহুতখিনি ক্ষেত্ৰতে জাতিৰ পুৰণি কলীয়া প্ৰথা, কৃষ্টি, আচাৰ-ব্যৱহাৰ আদিৰ বাহক, নহলে কাৰ জৰিয়তে আমাৰ পুৰণি দিনৰ গীত, সাধু, নাচ, আৰু নক্সা-বা চানেকিবোৰ আজিলৈকে জীয়াই আছে ?

এইবোৰৰ উপৰিও ক্ৰমে বহুত তিৰোতাই সময় উলিয়াব ধৰিছে যাতে তেওঁলোকে পাৰিবাৰিক চিন্তাৰ নিচিনা সমাজৰ সমস্যা সম্বন্ধেও চিন্তা কৰিব পাৰে, যাৰ ফলত মানুহে বাস কৰাৰ বাবে ই উন্নততৰ ঠাই হব পাৰে। বহুত তিৰোতাই ভাবে যে তেওঁলোকে বিধান সভাত বা ৰাজনৈতিক উচ্চ পদ নললেও হব—বৰং নিজৰ পৰিয়াল বা 'চুবুৰীৰ উপকাৰ কৰিলেই হব; আৰু এই ধৰণৰ চিন্তাক যুক্তিপূৰ্ণ বুলি কব পাৰি।

ওৱেষ্ট ইণ্ডিজৰ এটি প্ৰবাদ আছে—"তুমি যতে বাস কৰা, বালতি তাতে বুৰাই দিয়া, আৰু ঘৰও তাতেই সজা।"

জীৱনৰ অন্যান্য ক্ষেত্ৰতো যথেষ্ট পৰিশ্ৰম কৰিব লগীয়া থাকিলেও তিৰোতা-সকলে যি কোনো উপায়ে কিছু সময় উলিয়াইছে যাতে তেওঁলোকে এনেধৰণৰ 'গঠনমূলক' কাম কৰিব পাৰে। পৃথিবীৰ নানা ঠাইতে হেজাৰ হেজাৰ ক্লাবত তেওঁলোকে শিশুসকলক খুৱোৱাৰ নতুন নিয়ম আদি শিকিব ধৰিছে; তেওঁলোকে বিতৰ্ক সভাত যোগ দিছে; তেওঁলোকে পঢ়িবলৈ শিকিছে। ক্ৰমে ক্ৰমে ভোট দিয়া নাৰীৰ সংখ্যাও বাঢ়িব ধৰিছে।

তিৰোতাসকলে ক্ৰমে বুজিব ধৰিছে এই সুপৰিচিত কিংবদন্তীৰ সভ্যতা **"ঘৰ তোমাৰ কেন্দ্ৰ, কিন্তু সিয়ে তোমাৰ পৰিধি নহয়।"** প্ৰায়েই তেওঁলোকে অতি সৰল অথচ কাৰ্য্যকৰী ভাবে সমাজৰ কাম কৰিবলৈ আগবাঢ়ি আহিছে।

মেক্সিকোত দাৰিদ্ৰ্য আৰু ক্ষুধাৰ তাড়না আছে। চিনোৰা কেলিগনন নামৰ এগৰাকী প্ৰতিষ্ঠা সম্পন্না ভদ্ৰমহিলাই এই দুয়োটা সমস্যা সম্পৰ্কে যথেষ্ট দুৰ্ভাৱনা কৰিছিল। তেওঁ নিজে দান কৰিব পৰাকৈ ধন তেওঁৰ নিজৰ নাছিল, কিন্তু তেওঁ যেতিয়ালৈকে নিজৰ দেশৰ মানুহৰ ভোক গুচোৱাৰ বাবে আৰু লৰাছোৱালীবোৰক স্কুললৈ পঠিওৱাৰ বাবে সহায় কৰিব পৰা নাছিল, তেতিয়ালৈকে জিৰণি লব পৰা নাছিল।

তেওঁৰ মনলৈ এটি ধাৰণা আহিল, আৰু তেওঁ সেই ধাৰণাটো 'কেথলিক উইমেনচ্ চোচাইটি'ৰ স্থানীয় শাখাৰ আগত প্ৰকাশ কৰিলেগৈ।



তেওঁলোকে এই সম্বন্ধে ভাবি চালে আৰু আলোচনাও কৰিলে। তাৰ পিছত এখন মানচিত্ৰ অনুসৰণ কৰি তাৰ সভ্যসকলে স্থানীয় পৰিবাৰবোৰলৈ গৈ প্ৰত্যেককে এজন এজনকৈ সেই ধাৰণাটো বুজাই দিলে। সেই ধাৰণা ক্ৰমে বিস্তৃত অঞ্চলত বিয়পি পৰিল।

প্ৰতিটো কেচুৱা ওপজিলেই মাকদেউতাকে 'পেকান' গছৰ 'কলম' এটি ৰুব; পেকান গছ মেক্সিকোৰ এবিধ বৰ খৰকৈ বঢ়া বাদাম গছ, ফলও হয় বহুত। কেথলিক উইমেন চোচাইটিয়ে পুলিটো দিব। শিশুটোৰ দহ বছৰ মান হয় মানে গছজোপাত যিমান ফল হব, তাক বেচিব পৰা যাব, আৰু তাৰ দ্বাৰা স্কুলৰ বেতন দিয়া যাব। লগে লগে স্থানীয় মানুহৰ খাদ্যত 'প্ৰোটিন'ৰ (আমিষ-উপাদান) পৰিমাণ বাঢ়িব।

আৰু যিস্থলত সম্ভৱ, তাৰ শিশুটিক সৰুৰে পৰা শিকাব লাগিব যে তেওঁ যেন সেই গছজোপাৰ দায়িত্ব লবলৈ শিকে, আৰু তাৰ লগতে ভৱিষ্যতৰ বাবে পৰিকল্পনা কৰি কাম কৰিবলৈ শিকে।

এই অভিযানৰ ফলাফল জনাৰ পক্ষে যথেষ্ট সময় পাৰ হোৱা নাই, কিন্তু এতিয়ালৈকে প্ৰায় ন হেজাৰ গছ ৰোৱা হৈছে।

চিনোৰা কেলিগননে গছ আৰু শিশু দুয়োৰে বৃদ্ধি চাবলৈ ৰৈ আছে, কিন্তু ইতিমধ্যে তেওঁ মানুহৰ মাজত এটি নতুন সচেতনতা আৰু পৰিবৰ্ত্তনৰ প্ৰতি আগ্ৰহ জগাই তুলিছে।

জাপানৰ এখন সৰু ভিতৰুৱা গাৱঁত আৰু এটি উদাহৰণ পোৱা যায়—কেনেকৈ তিৰোতা সকলে তেওঁলোকৰ চুবুৰীৰ ঠাইবোৰৰ উন্নতি কৰি জীৱনও উন্নত কৰিব পাৰে।[৩]

গাৱঁৰ অধিবাসী সকল অপুষ্টিত ভুগি আছিল; তেওঁলোকৰ চিমনী নোহোৱা ঘৰবোৰত ধোঁৱা ভৰি থাকিছিল, তাৰ ফলত মানুহবোৰৰ চকু ৰঙা হৈ আছিল, আৰু সংক্ৰমণৰ ফলত চকুত ঘা হৈ তাৰ পৰা পানী বৈ থাকিছিল। তেওঁলোকৰ খোৱা পানী বিশুদ্ধ নাছিল, সেই কাৰণে তেওঁলোকে প্ৰায়ে অসুস্থ হৈ পৰিছিল।

পুৰুষানুক্ৰমে মানুহৰ অৱস্থা এনেকুৱা হৈ আছিল। যেতিয়ালৈকে এগৰাকী গাওঁ-উন্নয়নৰ উপদেষ্টা, শ্ৰীমতী মাত্চুওকা তালৈ অহা নাছিল, তেতিয়ালৈকে কোনোৱে ভবা নাছিল যে তেওঁলোকে এইবোৰৰ বিষয়ে কিবা উন্নতি কৰিব পাৰে।

তেওঁ কলে "টোকোৰোডে" আহা আমি এটা নতুন নাদ খান্দো।" গাঁত খন্দাৰ বাবে কোৰ আৰু আন সজুলি লৈ আন গাৱঁলীয়া তিৰোতাবোৰৰ লগত তেখেঁ গল। তেওঁলোকে এটি নতুন নাদ খন্দালে। তাৰ পিছত, এই সফলতাৰ দ্বাৰা উৎসাহ পাই তেওঁলোকে এটি চিমনীৰ নল লগোৱা চৌকা সাজিলে। তেওঁলোকৰ চকুৰ অৱস্থাৰ উন্নতি হল। তেওঁলোকে যিথিনি পাৰে পইছা গোটালে, আৰু দুটি ছাগলী কিনিলে, যথা সময়ত তাৰ সংখ্যা কেবাগুণো হল। আগতে গাৱঁৰ মানুহৰ লৰাছোৱালীবোৰে যি সামান্য খাদ্য পাইছিল, তাৰ লগতে এতিয়া ক্ৰমে বহুত মানুহেই ছাগলীৰ গাখীৰও দিব পৰা হল।

তিৰোতাসকলে যিসকল ডাঙৰ সমস্যা তেওঁলোকৰ নিজৰ চুবুৰীতেই মনে মনে সমাধান কৰাৰ চেষ্টা কৰি আছে সেইবোৰ হল ঃ

অপুষ্টিকৰ খাদ্য আৰু স্বাস্থ্য ;

দ্ৰুতগতিত জনসংখ্যা বৃদ্ধি, আৰু তাৰ ফলত জীৱনযাত্ৰা আৰু শিক্ষাৰ মান তললৈ যোৱা ; চহৰৰ কলেৱৰ বৃদ্ধি—তাৰ লগতে সুপৰিচিত ঘন বসতি, দাৰিদ্ৰ্য নিঃসঙ্গতা, উচ্ছৃঙ্খল জীৱন যাপন।

**খাদ্যৰ পুষ্টি আৰু স্বাস্থ্য ঃ—**

এটি জাতিৰ খোৱাৰ অভ্যাস আদি তিৰোতাত বাজে আন কোনে বাস্তৱিকতে পৰিবৰ্ত্তিত কৰিব পাৰে ?

বৈজ্ঞানিকসকলে বহুত বছৰ ধৰি পৰীক্ষাগাৰত গৱেষণা কৰি চাইছে শিশু মৃত্যুৰ উচ্চহাৰৰ কাৰণ সম্বন্ধে। গোৱাটেমালাৰ এটি অঞ্চলত এহেজাৰ শিশুৰ ভিতৰত পঞ্চাশটি শিশুই এবছৰৰ পৰা চাৰি বছৰ বয়সৰ ভিতৰত প্ৰাণ এৰিছিল, কাৰণ তেওঁলোকৰ মাকসকলে তেওঁলোকৰ বয়স ওঠৰ মাহ হওঁতেই তেওঁলোকক মাকৰ গাখীৰ খুৱোৱা বন্ধ কৰিছিল ; তাৰ কাৰণ, নতুন শিশুৰ আগমনৰ সম্ভাৱনা হৈছিল। মাকৰ গাখীৰ বন্ধ কৰাৰ পিছত শিশুক শৰ্কৰা জাতীয় খাদ্যৰ মণ্ড, আৰু সামান্য পাচলি দিয়া হৈছিল, কাৰণ মাকসকলে ভাবিছিল যে তেওঁলোক তেতিয়াও কণী, মাংস আদি পুৰুষ ( পূৰ্ণবয়স্ক ) ৰ খাদ্য হজম কৰিব পৰা হোৱা নাই। আমিষ জাতীয় কোনো খাদ্য নোপোৱাৰ ফলত শিশুবোৰ অসুস্থ হৈছিল আৰু ঢুকাইছিল।

আজিকালি পৰীক্ষাগাৰত স্বাদ-হীন গুৰি এবিধ তৈয়াৰ কৰা হৈছে কেৱল স্থানীয় শাক পাচলিৰ পৰা। ইয়াৰ দ্বাৰা এবিধ মণ্ডৰ নিচিনা পানীয় তৈয়াৰ



কৰা যায়, যাৰ লগত 'এটোল' বুলি তেওঁলোকৰ এবিধ সুপৰিচিত পানীয়ৰ সাদৃশ্য আছে। ই প্ৰায় বিশুদ্ধ আমিষ জাতীয় খাদ্য আৰু ইয়াৰ মূল্যও অতি সামান্য ; সেই কাৰণে ইয়াৰ দ্বাৰা দক্ষিণ আৰু মধ্য আমেৰিকাৰ আমিষ-উপবাসী লাখ লাখ মানুহক উদ্ধাৰ কৰিব পৰা যাব যেন লাগে।[4]

জগতৰ অন্যান্য অংশতো এনেকুৱা ধৰণৰ স্বল্প-মূল্যৰ শাক পাচলিৰে তৈয়াৰী মিশ্ৰণৰ উদ্ভাৱন কৰা হব ধৰিছে। ইন্দোনেছিয়াত এবিধৰ ওপৰত পৰীক্ষা কৰা হব ধৰিছে ; আফ্ৰিকাত আন এবিধে সফলতা লাভ কৰা দেখা গৈছে।

এতিয়া, আটাইতকৈ ডাঙৰ প্ৰশ্ন হল যে এই সকল গুৰি খাদ্য মাকসকলে পৰিয়ালবোৰক খুৱায় নে নুখুৱায় ?

বৈজ্ঞানিক সকলে অধিক পুষ্টিযুক্ত খাদ্য সৃষ্টিৰ সম্ভাৱনা দেখুৱাৰ পিছতো তিৰোতাসকলৰ হাতত শক্তি থাকে যাৰ সহায়েৰে তিৰোতাসকলে তাৰ ব্যৱহাৰৰ সহায়ক হব পাৰে বা বাধাও দিব পাৰে।

**স্বাস্থ্য ঃ—**

বাঢ়নীয়া লৰাছোৱালীৰ যত্নৰ দায়িত্ব মাকসকলৰ হাততেই থাকে, সেই কাৰণে স্বাস্থ্য গঢ়াৰ ক্ষেত্ৰতো তেওঁলোকৰ গুৰুত্বপূৰ্ণ অংশ থাকে। ত্ৰুটিপূৰ্ণ লৰাছোৱালী সকলৰ ব্যক্তিগতভাৱে শোক লগা অৱস্থাৰ উপৰিও এই সমস্যাৰ আন এটা ফালও আছে। হেজাৰ হেজাৰ খোৱা, দৃষ্টি শক্তিহীন আৰু ত্ৰুটিপূৰ্ণ নাগৰিকক পালন কৰাৰ দায়িত্ব লবলৈ জাতিসকল অপাৰগ ; তাৰ উপৰি স্বাস্থ্যৱান ডেকা মানুহে যিসকল কাম কৰিব পাৰে সেইবোৰৰ আৱশ্যকতাও জাতিৰ ওচৰত আছে। শিক্ষিতা মাক সকলে জগতৰ ভালেখিনি অসুস্থতাক বাধা দিব নোৱাৰিলেও অন্ততঃ তাকৰ কৰিব পাৰে। উদাহৰণ স্বৰূপে কওঁ যে, বিশ্ব স্বাস্থ্য সংস্থাৰ মতে পৃথিৱীৰ প্ৰায় ছভাগৰ এভাগ মানুহৰ, অৰ্থাৎ পঞ্চাশ লাখ মানুহে দৃষ্টি শক্তি হেৰুৱাৰ সম্ভাৱনা আছে যেন লাগে।[5]

ইয়াৰ ভিতৰত কহুতেই, যদি এতিয়াও অন্ধ হোৱা নাই, অতি সোনকালেই তেওঁলোকে নিঃসঙ্গ আন্ধাৰৰ মাজত উজুটি খাই ফুৰাৰ দুৰ্ভাগ্যৰ সন্মুখীন হব। ইজিপ্ত, কুৱেইট, টিউনিছিয়া আৰু লিবিয়াৰ গাৱঁৰ অধিবাসীবোৰৰ ভিতৰত প্ৰায় শতকৰা আশী বা নবৈজনৰে দৃষ্টিশক্তি ক্ষতিগ্ৰস্ত, এই সংখ্যা অতি ভয়াবহ। কিন্তু বহুতৰ ক্ষেত্ৰতে অসুখবোৰক বাধা দিব পৰা গলহেঁতেন, বা আগতে চিকিৎসা কৰি দৃষ্টি শক্তি ৰক্ষা কৰিব পৰা গলহেঁতেন, যদিহে মাকসকলে

পৰিচ্ছন্নতা বা যত্ন সম্বন্ধে জানিলে হেঁতেন ; বা মাখি আৰু লেতেৰা বস্তুৰ পৰা হোৱা বিপদ সম্বন্ধে সজাগ থাকিলহেঁতেন।

### প্ৰতি চেকেণ্ডতে এটি শিশু :—

আন এটি প্ৰধান সমস্যা, যিটো সম্পৰ্কে তিৰোতা সকলে বিশেষভাবে চিন্তিত সেইটো হল—পৃথিৱীৰ বহুত ঠাইতে, আমাৰ সংখ্যা যি হাৰত দুগুণ বা চাৰিগুণ হব ধৰিছে সেই সম্পৰ্কে। ৰাষ্ট্ৰসংঘৰ এটি গৱেষণাৰ ফলমতে[৬] ১৯৭০ চনত পৃথিৱীৰ জনসংখ্যা পঞ্চাশ কোটি বাঢ়িব। আশা কৰা যায় যে এই বৃদ্ধিৰ অধিকাংশ ভাগ হব এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ অনুন্নত আৰু খাদ্যাভাবযুক্ত অঞ্চলবোৰত। যত কিছুমান দেশৰ জনসংখ্যা বৃদ্ধিৰ হাৰ ইমান বেচি যে পৃথিৱীৰ বুৰঞ্জীত সি অজ্ঞাত। সমগ্ৰ পৃথিৱীত লাখ লাখ লৰাছোৱালী ওপজাৰ ফলত বৰ্ত্তমান যুগৰ অভাৱ অনটন আৰু বেছি তীব্ৰ হৈ উঠিছে। সময়ত এই লৰাছোৱালীবোৰক আমি দিব লাগিব—খাদ্য, কাপোৰ, দৰব, স্কুল, আৰু শিক্ষক ; আৰু ভৱিষ্যতে তেওঁলোক ডাঙৰ হলে তেওঁলোকক লাগিব—কাম, ঘৰ, মাটি, বাটপথ, হচপিটাল, উচ্চশিক্ষাৰ ব্যৱস্থা।

পৃথিৱীৰ বহুত ঠাইতে জনসংখ্যা বাস্তৱতে দুগুণ হব ধৰিছে। এনেকুৱা ঘটাৰ আংশিক কাৰণ হল যে বেচি কেচুৱা উপজিব ধৰিছে ; আৰু আন কাৰণ হল যে স্বাস্থ্যৰক্ষা ব্যৱস্থা উন্নত হোৱাৰ কাৰণে মানুহৰ আয়ু বাঢ়িছে।

যুক্তৰাষ্ট্ৰ আৰু অন্যান্য কিছুমান দেশত ছোৱালীবোৰ ইমান কম বয়সতে বিয়া সোমাব ধৰিছে যে তেওঁলোকৰ ত্ৰিশ বছৰ বয়সতে তেওঁলোকৰ শেষ সন্তান জন্মলাভ কৰে। একোটা পুৰুষৰ চকাক এনেকৈ খৰকৈ ঘূৰাই অনাৰ ফলত পৰিয়ালৰ মানসিক আবেগ আদিৰ ক্ষেত্ৰত আৰু অৰ্থনৈতিক ক্ষেত্ৰত স্থিৰতা অহাত অসুবিধা হব পাৰে।

'কমনচেন্স এবাউট এ স্টাৰ্ভিং ৱৰ্ল্ড' ( অৰ্থাৎ উপবাসী জগত সম্বন্ধে সাধাৰণ জ্ঞান ) নামৰ কিতাপতে বিট্ৰিচ কেন্ডাৰে কয় :

"প্ৰত্যেকেই সকলো ঠাইতেই এই কথা বুজি পাব লাগিব যে জনসংখ্যা বৃদ্ধি আৰু তাৰ লগতে আনবিক শক্তিজাত ধ্বংসৰ বিভীষিকা এই দুটা সমস্যা একেলগ হৈ আমাৰ দুটা প্ৰধান সমস্যাৰ অন্যতম হৈ পৰিছে[৭]।"

বৰ্ত্তমান সময়ত উত্তৰ, দক্ষিণ আৰু মধ্য আমেৰিকাত যিমান মানুহ বাস কৰে, ১৯৭১ চনলৈকে পৃথিৱীৰ জনসংখ্যাৰ লগত তিমান খিনি সংখ্যা যোগ হব।



দিনৰ পিছত দিন ধৰি ঘড়ীয়ে প্ৰতিটো চেকেণ্ডৰ শব্দ কৰোঁতে পৃথিৱীলৈ এজনকৈ নতুন মানুহ আহে।

অধিকাংশ মানুহেই জনসংখ্যা-বৃদ্ধিৰ সমস্যাৰ প্ৰতি কদাচিতহে বিশেষ মনোযোগ দিয়ে। কিন্তু, শান্তি, মানুহৰ মৰ্য্যাদা, জীৱন-ধাৰণৰ উন্নত মান আদি বিষয়ে যিহকে কৰিব খোজা যায় জনসংখ্যাৰ সমস্যাৰ ছাঁ এইবোৰৰ ওপৰত অতি বেচিকৈ পৰিব। ই প্ৰগতিৰ বাটত ভেটা দিব পাৰে ; উদাহৰণ স্বৰূপে, শিক্ষকৰ ব্যৱস্থা কৰাৰ বাবে অবিশ্বাস্য পৰিমাণে চেষ্টা কৰা হৈছে, বহুত দেশ আগতকৈও বেছি অশিক্ষিত হব ধৰিছে ; নতুন স্কুলৰ ব্যৱস্থা যিমানে কৰা হৈছে, নতুন নতুন শিশুৰ আগমনৰ ফলত সেই ব্যৱস্থা পৰ্য্যাপ্ত হৈ উঠিব পৰা নাই।

ইজিপ্তৰ নীল নদৰ পাৰৰ এজনী গাৱঁলীয়া ছোৱালীয়ে এই বিষয়ৰ গুৰুত্ব সম্পৰ্কে সচেতনতাৰ প্ৰমাণ দিছিল :—

"পুৰণি দিনৰ প্ৰবাদ বাক্য আছিল 'প্ৰত্যেকটো শিশু ওপোজোঁতে তেওঁক লগা সকলোবোৰ বস্তুৰ ব্যৱস্থা ঈশ্বৰে কৰি থয়।' এতিয়া তাৰ পৰিবৰ্ত্তে আমি কওঁ 'যি শিশুৱেই ওপজে, সিয়ে তাৰ ভায়েকৰ ভাগৰ খাদ্য খায়'।"[৮]

মালয়েছিয়াৰ এটি দলে কৈছিল :—

"যি শিশুক সকলোৱে বিচাৰে, সি সুখী শিশু, কিন্তু যি শিশুৱে নিবিচৰাকৈয়ে ওপজে সি সদায় চিন্তা আৰু দুৰ্ভাৱনাৰ কাৰণ হয়। কথাটো এয়ে, যে মানুহে পিতৃত্ব বা মাতৃত্বৰ দায়িত্ব সম্বন্ধে বুজি পাব লাগিব। যি সকল শিশু আগেয়ে উপজিছে তেওঁলোকক ক্ষতিগ্ৰস্ত নকৰাকৈ যি নতুন শিশুৰ আৱশ্যকীয় বস্তু আদি পূৰণ কৰিব পাৰি সেই শিশুকহে উপজিবলৈ দিয়া উচিত।[৯]

যি সকলে এই সমস্যাটো সমাধান কৰাৰ বাবে আগবাঢ়িছে তেওঁলোকক সহায় কৰাৰ বাবে চেষ্টা কৰা হৈছে। যি ৰাষ্ট্ৰই পৰিবাৰ পৰিকল্পনা হাতত লয় আৰু ৰাষ্ট্ৰসংঘৰ ওচৰত সাহায্য প্ৰাৰ্থনা কৰে সেই ৰাষ্ট্ৰকেই সাহায্য দিয়া হয়। কেবাখনো দেশে, বিশেষকৈ জাপান, ভাৰত, পাকিস্তান আৰু ইজিপ্তে পৰিবাৰ পৰিকল্পনাক গহীন সমস্যা বুলি মানি লৈছে, আৰু শিক্ষা আৰু চিকিৎসা বিজ্ঞানৰ সহায়েৰে সাফল্যজনক কাম কৰিছে। কিছুমানে ব্যক্তিগতভাবে আৰু কিছুমান সংগঠনে জাতীয় আৰু আন্তৰ্জাতিক দুয়োবিধ স্তৰতে এই ক্ষেত্ৰত কঠোৰ পৰিশ্ৰম কৰিব ধৰিছে।

সংযুক্ত আৰব গণৰাজ্যৰ শ্ৰীমতী আজিজা হুচেনে তেওঁৰ কাম বৰ্ণনা কৰি

দেখুৱাইছে যে কেনেকৈ সমস্যাটো সমাজৰ পৰা উচ্চ কৰ্তৃপক্ষৰ হাতলৈ যায় ঃ—

“কাইৰোৰ পৰা বাহিৰত আমাৰ এখন অতি দুখীয়া গাৱঁত আন কেগৰাকীমান তিৰোতাৰ সৈতে মই এখন সৰু শিশু বিদ্যালয় পাতিবলৈ চেষ্টা কৰি আছিলোঁ। স্বাভাৱিকতে, মই পৰিবাৰ পৰিকল্পনাৰ সমস্যাটোৰ সন্মুখীন হলোঁ। কাৰণ যি দুখীয়া শ্ৰান্ত তিৰোতাই এটি শিশুৰ জন্ম দি তাক ডাঙৰ দীঘল কৰাৰ চেষ্টা আৰম্ভ কৰোঁতেই আন এটি শিশুৰ জন্মৰ বান্ধোনত পৰে, আৰু কেতিয়াও পানীৰ তলৰ পৰা মূৰ ডাঙিৰ নোৱাৰা হয়, তেওঁকনো আৰু কেনেভাবে সহায় কৰিব পাৰি ?

“গতিকে মই আমাৰ নেতাসকলৰ লগত পৰিবাৰ পৰিকল্পনা সম্বন্ধীয় কাম কৰিব ধৰিলোঁ, এই বিষয়ে আলোচনা কৰিলোঁ, আৰু তাৰ হকে উত্তেজনাময় কথাবতৰাও হল। তাৰ পিছৰ বছৰ তেওঁলোকে মোক এই বিষয়ে আৰব গণ ৰাজ্যৰ প্ৰতিনিধিত্ব কৰিবলৈ চিঙ্গাপুৰত হোৱা বিশ্ব সভালৈ পঠিয়ালে। তাত মই সমস্যাৰ গুৰুত্ব আৰু জগতত ইয়াৰ কেনে ফলাফল হব পাৰে সেই সম্পৰ্কে আৰু বেছিকৈ শিকিবলৈ পালোঁ।

“তাৰ পিছত যেতিয়া মই ৰাষ্ট্ৰসংঘত ‘নাৰীৰ স্থান’ সম্পৰ্কীয় কমিছনলৈ প্ৰতিনিধিত্ব কৰিবলৈ গলোঁ, তেতিয়া স্বাভাৱিকতে মই এই গুৰুত্বপূৰ্ণ বিষয়টো যি একৈশখন দেশে প্ৰতিনিধিত্ব কৰিছিল তেওঁলোকৰ আগত আলোচনাৰ বাবে ডাঙি ধৰিলোঁ।

“কিন্তু সেয়ে সকলো নহয়। মই যেতিয়া পিছত ‘ইণ্টাৰনেচনেল প্লেন্‌ড্‌ পেৰেণ্টহুড ফেডাৰেচন’ৰ ( আন্তৰ্জাতিক পৰিকল্পিত পিতৃত্বৰ সংগঠন ) নেতাসকলৰ লগত এই বিষয়ে কথা পাতোঁ, তেওঁলোকে এই বিষয়টো বিশেষ দেশলৈ এক নতুন বাটেৰে ওভটাই নিলে। আন্তৰ্জাতিক নাৰী পৰিষদৰ শাখা যি উনপঞ্চাশ খন দেশত আছে, সেইবোৰ দেশত থকা তেওঁলোকৰ নিজৰ সংগঠনবোৰৰ লগত সংযোগ স্থাপন কৰে। সেই সকল মহিলাই তাৰ কিছুদিন পিছতে তেওঁলোকে ৱাচিংটনত পতা বিশ্ব সভাত যোগ দিয়ে।

“শাখাবোৰক অনুৰোধ কৰা হয়—তেওঁলোকে যেন নিজৰ দেশৰ পৰা যি সকল প্ৰতিনিধি আহিব তেওঁলোকৰ লগত যোগাযোগ স্থাপন কৰে। তাৰ লগতে অনুৰোধ কৰা হয়—তেওঁলোকে যেন এই সমস্যা আৰু বিশ্বজুৰি তাৰ কি



ফলাফল হব পাৰে সেই বিষয়ে ব্যাখ্যা দিয়ে ; তেওঁলোকক পৰিবাৰ পৰিকল্পনাৰ সমৰ্থকৰ দলভুক্ত কৰিবলৈ চেষ্টা কৰিবলৈ অনুৰোধ কৰা হয়, যাতে আন্তৰ্জাতিক পৰিষদত যেন তেওঁলোকে প্ৰস্তাৱটো সমৰ্থন কৰে।” ১০

বহুত দেশৰ নাৰীয়ে এই গুৰুত্বপূৰ্ণ বিষয়টো সম্পৰ্কে আলোচনা কৰিবলৈ ৱাচিংটনলৈ গৈছিল। তেওঁলোকে তাত যি প্ৰস্তাৱ ডাঙি ধৰিছিল আৰু গ্ৰহণ কৰিছিল, সেইটো এনেকুৱা—

যিহেতু অদূৰ ভৱিষ্যতে, মানুহৰ জন্মহাৰ অত্যাধিক বঢ়াৰ ফলত পৃথিৱীৰ বহুত দেশতে মানুহৰ দুখ আৰু কষ্ট বৃদ্ধি পোৱাৰ আশঙ্কা আছে—

যিহেতু, বৈজ্ঞানিক সকলে মানুহৰ সন্তান-উৎপাদন ক্ষমতা সম্পৰ্কে গভীৰ গৱেষণা কৰিছে, আৰু চিকিৎসক সকলে সমৰ্থন কৰা উপায়ৰ দ্বাৰা দুটি বা বেচি শিশুৰ জন্মৰ মাজত সময়ৰ পাৰ্থক্য ৰাখিব পাৰি, আৰু সেই সকল উপায় সকলো ধৰ্ম বা কৃষ্টিৰ মানুহৰ দ্বাৰা গ্ৰহণ যোগ্য—

সেই কাৰণে অন্তৰ্জাতিক নাৰী পৰিষদে মতামত দিয়ে যে—

(ক) পৃথিৱীত জনসংখ্যা অতিবৃদ্ধিৰ ফলত, চিকিৎসা, নীতি, চৰিত্ৰ গঠন আদিৰ ওপৰত তাৰ কি প্ৰভাৱ হব পাৰে, বা কি বিপদ আহিব পাৰে, সেই সম্বন্ধে শিক্ষাদানৰ আঁচনি গ্ৰহণ কৰিবলৈ উৎসাহ দিয়া হওক।

(খ) পিতৃ-মাতৃক তেওঁলোকৰ কৰ্ত্তব্য আৰু দায়িত্ব সম্বন্ধে শিক্ষা দিয়া হওক, যাতে তেওঁলোকে তেওঁলোকৰ সন্তান সকলৰ সকলো ধৰণৰ আৱশ্যকতা পূৰণ কৰিবলৈ সক্ষম হোৱাৰ অৰ্থে আগতেই পৰিবাৰ-পৰিকল্পনা কৰি লব পাৰে।

(গ) যতেই সম্ভৱ হয়, দুটি শিশুৰ জন্মৰ মাজত সময়ৰ উচিত ব্যৱধান ৰাখিব পৰাৰ অৰ্থে, সাধাৰণৰ বাবে থকা চিকিৎসাৰ ব্যৱস্থাৰ লগতে, সকলো পিতৃ-মাতৃকেই এই বিষয়ে জ্ঞান পৰিবেশন কৰাৰও ব্যৱস্থা কৰা হওক। ১১

ৰাষ্ট্ৰ সংঘৰ লগত সংযোগ থকা কোনো আন্তৰ্জাতিক সংগঠনে ( যত সি স্বপ্ৰণোদিত ) এটি প্ৰস্তাৱ গ্ৰহণ কৰিলে, এই সংগঠনৰ প্ৰতিনিধিয়ে ৰাষ্ট্ৰসংঘত এটি বিশেষ স্থান লব পাৰে। ইয়াৰ দ্বাৰা, আলোচ্য বিষয় সম্পৰ্কে হেজাৰ হেজাৰ বা বহুত সময়ত লাখ লাখ মানুহৰ মতামত ব্যক্ত কৰা হয়। ক্ৰমে, যিমানে বেছি সংখ্যক সংগঠনে এটি কৰ্মপন্থা সম্বন্ধে সম্মতি জনায়, সেই সম্পৰ্কে সমগ্ৰ জগতৰ মানুহৰ মতামতৰ প্ৰভাৱো তাৰ ওপৰত পৰে।

জনসংখ্যা বৃদ্ধি সম্পৰ্কে তিৰোতা সকলে তেওঁলোকৰ মতামত স্পষ্টকৈ আৰু

ডাঙৰকৈ প্ৰকাশ কৰিব পাৰে। যদি পৃথিবীৰ সকলো ঠাইৰ নাৰী-সংগঠনবোৰে বিশ্বসভাৰ আগত এই বিষয়ে দৃঢ়ভাবে কয়, তেন্তে তাৰ প্ৰভাৱ অতি বলৱান হব। বহুত দেশতে, যদি এতিয়াই জনসংখ্যা-বৃদ্ধি বন্ধ কৰা নহয় তেন্তে বৰ্ত্তমানৰ অতি তলথাপৰ জীৱনৰ মান ক্ৰমে আৰু তললৈ নামি যাব। এতিয়াৰ যুগতে লাখ লাখ বুভুক্ষু, অসুস্থ মানুহে জগতৰ ডাঙৰ নগৰবোৰত ঘন বসতিৰ চেপাত পিষ্ট হব ধৰিছে।

**মহানগৰ ঃ—**

তথাপি এই নগৰবোৰে মানুহক দুৰ্নিবাৰ ভাবে আকৰ্ষণ কৰে, দূৰৰ পৰ্বত বা গামবোৰত যত মানুহৰ উপাৰ্জন কম তাৰ পৰা আহি মানুহে নগৰত বসতি আৰম্ভ কৰে। তেওঁলোকে উপাৰ্জনৰ পথ, বৈদ্যুতিক চাকি, মানুহৰ সঙ্গ, অন্যান্য কামকাজ বিচাৰে আৰু আশা কৰি থাকে, ভবিষ্যতে 'ইয়াঁতকৈ ভাল কিবা এটা হব।'

কেৱল জীৱিকা উপাৰ্জনেই একমাত্ৰ আকৰ্ষণ নহয়। গাৱঁলীয়া অঞ্চলত জীৱিকাৰ উপায় নোহোৱা বা জীবিকা উপাৰ্জন নথকা মানুহবোৰে আন যিসকল সুবিধা নাপায়, নগৰত, যত দুখীয়া মানুহৰ সংখ্যা বহুত বেছি, তাত ৰাষ্ট্ৰৰ ফালৰ পৰা সেইবোৰ সুবিধা দিয়া হয়। মহানগৰবোৰত ই এটি ৰাজনৈতিক আৱশ্যকতা ; আৰু নগৰত বহুত বেছি স্কুলও আছে।

জনসংখ্যা বৃদ্ধি এতিয়া প্ৰায় বিভীষিকাজনক বুলি কব পাৰি। টোকিও পৃথিৱীৰ আটাইতকৈ ডাঙৰ মহানগৰ, প্ৰায় এককোটি দহ লাখ মানুহে তাত বাস কৰে। ১৯১৪ চনত সমগ্ৰ আৰ্জেণ্টিনাত যিমান মানুহ বাস কৰিছিল অৰ্থাৎ ৬৫ লাখ মানুহ এতিয়া কেৱল বিউনচ এয়াৰ্‌চত বাস কৰে। দহ বছৰ আগেয়ে আমেৰিকাত যিমান অধিবাসী আছিল, এতিয়া তাতকৈ তিনি কোটি বেছি অধিবাসী। তাৰ ভিতৰত মহানগৰত বাস কৰা মানুহৰ হাৰ অতি উচ্চ।

যেতিয়া নগৰবোৰ ইমান খৰকৈ বাঢ়ে, তেতিয়া কোনো পৰিকল্পনা নোহোৱা-কৈয়ে তাৰ বৃদ্ধি হয়। যেনে তেনেকৈ সজা পঁজাবোৰ নগৰৰ দাঁতিয়ে দাঁতিয়ে গঢ়ি উঠে। যথেষ্ট সংখ্যক হচপিটেল, স্কুল, বা পৰিচ্ছন্নতাৰ ব্যৱস্থা নাথাকে ; মানুহৰ পক্ষে যথেষ্ট খাদ্য, কাম বা লৰাছোৱালীয়ে খেল ধেমালি কৰাৰ কাৰণে ঠাই নেথাকে। আনভাবে কবলৈ হলে ক্ৰমে মাইলৰ পিছত মাইল জুৰি অস্বাস্থ্যকৰ ঘনবসতি গঢ়ি উঠে। এনেকুৱা ঘন বসতিৰ ফলত নগৰবোৰ দেখিবলৈ



কুৎসিত হয়, আৰু তাতকৈও ডাঙৰ কথা হল যে ইয়াৰ ফলত তাৰ অধিবাসীসকলৰ আত্মা আৰু মনও কুৎসিৎ হৈ উঠে। এই নিবাক, প্ৰায় হেৰাই যোৱাৰ নিচিনা মানুহবোৰে তেওঁলোকৰ শাৰীৰিক পৰিশ্ৰমৰ দ্বাৰা সামান্য উপাৰ্জন কৰি জীৱন কটোৱাৰ লগে লগে ভাৱে কেনেকৈ জীৱন উন্নত কৰা যায়—তেওঁলোকে কেঁচা ইটা বা খাগৰি বা বিৰিণাৰ ঘৰত মেক্সিকো চহৰতে বাস কৰক, বা নিউইয়ৰ্কৰ হাৰ্লেমৰ ঘনবসতিৰ সৰু ঘৰবোৰতে বাস কৰক, হংকং চহৰৰ আলকাতৰাৰ টিনৰ ঘৰতেই বাস কৰক, সকলো ঠাইতেই একে পৰিস্থিতি। তেওঁলোকৰ ভিতৰত অধিকাংশ মানুহেই এতিয়াও উদাস হৈয়ে আছে। মাজে মাজে তেওঁলোকে পথে ঘাটে হোৱা অসংবদ্ধ খণ্ডযুদ্ধত যোগ দিয়ে, কেতিয়াবা বা ধুঁৱলী-কুঁৱলী হৈ থকা কোঠাত বহি বহি বিদ্ৰোহৰ আঁচনি কৰে, কিন্তু অধিকাংশ সময়তে তেওঁলোকে কেৱল জীয়াই হে আছে, জনপ্ৰিয় নেতাসকলৰ সুলভ পাত্ৰ হিচাবে ; তেওঁলোক ৰক্ষণশীলেই হওক, বা বামপন্থীয়েই হওক ; কলা মুচলমান, সাম্যবাদী বা স্থানীয় দলৰ বিক্ষোভকাৰী সকলৰ অস্ত্ৰ হিচাবেও।

আমাৰ নগৰবোৰৰ এই অন্ধকাৰ অংশবোৰত মানুহৰ সমস্যাৰ উন্নততৰ সমাধান অনাৰ ক্ষেত্ৰত নাৰী সকলে বাস্তৱতে উপযুক্ত অংশ গ্ৰহণ কৰিব পাৰে, আমাৰ যুগৰ এটি বাধা দূৰ কৰিব পাৰে। দয়ালু নাৰীয়ে অকল দান কৰিলেই নহব। যি ধৰণৰ প্ৰচেষ্টাই হাতত লোৱা নহওক কিয় মানুহৰ মাজত এটি নতুন প্ৰেৰণা জগাই তুলিব লাগিব। এই পুৰুষ আৰু নাৰীসকলে জানিব লাগিব, কেনেকৈ তেওঁলোকে এই দুখকষ্টবোৰৰ মাজৰ পৰা ওলাই আহিব পাৰে, কেৱল সাময়িক-ভাবে তেওঁলোকৰ দাৰিদ্ৰ্য বা দুখৰ পৰা ত্ৰাণ কৰিলেই নহব। তেওঁলোকে শিক্ষা পোৱাৰ আৱশ্যকতা আছে, যাতে তেওঁলোকে উন্নত ধৰণৰ কামকাজ পায়, আৰু নিজক আৰু সতিসন্ততিক তেওঁলোকক যি লেতেৰা পৰিবেশে বেঢ়ি আছে তাৰ পৰা যুগমীয়াভাবে ডাঙি তুলিব পাৰে।

নাৰীসকলে এই ক্ষেত্ৰত কি কৰিব পাৰে ? বহুত উজ্জল ব্যক্তিত্বসম্পন্ন মানুহে দেখুৱাইছে কেনে ধৰণৰ খোজ লোৱা সম্ভৱ এনেকুৱা ক্ষেত্ৰত।

ব্ৰাজিলত, যত নিৰক্ষৰতা আৰু দাৰিদ্ৰ্য বৰ গধুৰ সমস্যা, তাত ডোনা লেনিৰা ফ্ৰাকাৰেলি নামৰ মহিলাই শিশু সকলৰ পুথিভঁৰাল গঢ়ি তোলাৰ বাবে অক্লান্ত-ভাবে পৰিশ্ৰম কৰিছে, যাতে লৰাছোৱালীবোৰে কেৱল তাৰ পৰা কিতাপেই নাপায়, বৰং অনুভৱ কৰে যে পুথিভঁৰালবোৰ তেওঁলোকৰ থকা ঠাই।

১৯৩৬ চনত 'বিব্লিওটেকা ইনফেনটিল' নামৰ পুথিভঁৰালৰ দুৱাৰ মুকলি কৰা হয় ব্ৰাজিলৰ চাও পোলো নগৰত ; এটি সৰু ঘৰত অলপ সংখ্যক কিতাপ মূলধন লৈ ইয়াক শ্ৰীমতী ফ্ৰাকাবেলিৰ যত্নৰ ফলতে খোলা হয় বুলি কব পাৰি। দহ বছৰ পিছত ইয়াৰ সভ্য সংখ্যা হয় ৩৫,০০০, শিশু আৰু কিতাপৰ সংখ্যা হয় ৩০,০০০।

এই পুথিভঁৰালৰ নিজস্ব এটি আধুনিক দুমহলীয়া ঘৰ আছে আৰু লগতে শিশুসকলৰ এটি নাট্যশালা আছে। ইয়াত সঙ্গীতানুষ্ঠান হয় ; লোকসাহিত্য আৰু উচ্চাঙ্গ-সঙ্গীত দুয়োবিধৰ আছে। শিশুসকলে আহি ছবি আঁকে, পুতলা-নাচ দেখুৱাবলৈ শিকে, তেওঁলোকৰ নিজৰ বাতৰি-কাকত প্ৰকাশ কৰে, নিজে নাট্যাভিনয় পৰিচালনা কৰে। বহু সময়তে ফিল্মও দেখুৱা হয়। প্ৰতি সপ্তাহতে নিয়মিতভাৱে নগৰৰ দৃষ্টিহীন শিশুসকলক বাচেৰে বুটলি অনা হয় আৰু পুথিভঁৰালত তেওঁলোকে 'ব্ৰেল' প্ৰণালীত লিখা কিতাপ পঢ়ে। পুথিভঁৰালটোত জীৱনৰ স্পন্দন আছে, আৰু শিশুসকলে ইয়াত জুমুৰি খাই পৰে।[১২]

পৃথিৱীত বহুত ঠাইতে গাঁৱৰ পৰা নগৰলৈ পলাই যোৱা শিশুৰ সংখ্যা বাঢ়িছে, —তেওঁলোকে নানা প্ৰলোভনত পৰি নগৰলৈ যায়। নগৰতো কৰ্মহীন বা কাম থকা দুয়োবিধ মাকৰ শিশুৱেই উদ্দেশ্যহীন ভাৱে ঘূৰি ফুৰে, বহুত সময়তে সৰু সুৰা চুৰি আদি শিকে, আৰু কেতিয়াবা সংগঠিত চোৰ ডকাইতৰ দলৰ লগতো যুক্ত হয় গৈ।

নৰৱেৰ গৃহিণী সকলৰ সংগঠনে শিশুসকলৰ এই অস্থিৰতাৰ সমস্যাটোৰ সমাধান কৰিবলৈ আগবাঢ়িছে। "চেনে আকৌ গোলমালত পৰিছে। সি স্কুল হোৱাৰ পিছত ঘৰলৈ আহিবলৈ ভাল নাপায়, আৰু তাৰ বাবে মই তাক দোষও দিব নোৱাৰোঁ ; ককাদেউতাকে সকলো সময়ে ধমকি দি থাকে ; কেচুৱাটোৰ দাঁত গজিব ধৰিছে। সি দিগদাৰি দি থাকে। যঁজা লৰাছোৱালী দুটিৰ খেলনাবোৰ গোটেই মজিয়াখনত বাগৰি থাকে ; গ্ৰেটাই তাইৰ টাইপ-মেচিনত অভ্যাস কৰি থাকিব লাগে ; আৰু মই ৰন্ধা-বঢ়া কৰাৰ চেষ্টা কৰোঁ। দুটা কোঠাত এটি বাৰ বছৰীয়া লৰাই বন্ধ হৈ থাকি কি কৰিব ? কিন্তু যেতিয়াই সি বাটত ঘূৰি ফুৰে তেতিয়াই কিবা এটা লেঠা লাগে।"[১৩]

গৃহিণী সংগঠনে স্পষ্টকৈ দেখিছিল যে, এই সমস্যা বৰ ডাঙৰ, কেৱল চেনৰ কাৰণে নহয়, শ শ নগৰীয়া লৰাছোৱালীৰ কাৰণেও ; তেওঁলোকে ইয়াকো উপলব্ধি কৰিছিল যে এই বিষয়ে তেওঁলোকে কিবা এটা কৰিবলৈ সক্ষম।



তেওঁলোকে মানুহৰ পৰা বৰঙণি তুলি এটাৰ পিছত এটাকৈ কেবাটাও "শিশু-সকলৰ কৰ্মস্থান" খুলিলে। স্কুলৰ সময় পাৰ হোৱাৰ পিছত অসীম আগ্ৰহেৰে সৈতে সাতৰ পৰা চৈধ্য বছৰৰ ভিতৰত থকা লৰাছোৱালীবোৰে ইয়ালৈ দৌৰি আহে। কিছুমান আৱশ্যকীয় কাম যেনে কিতাপ-বন্ধোৱা, জোতা তৈয়াৰী, কাঠৰ কাম, চিলাই আদিৰ পৰা যাৰ যিহকে মন যায় তাকে বাছি লৈ কৰে।

শ্ৰীমতী এঞ্জেলহাৰ্টৰ নেতৃত্বত গৃহিণী-সংগঠনে আৰু এখোজ আগবাঢ়ি গল, কাৰণ তেওঁলোকে বুজি পাইছিল যে কেৱল শিশুৰ অফুৰন্ত শক্তিক ওলাই যোৱাৰ বাট দিলেই আৱশ্যকতা পূৰণ নহব। ধৰি লওক যে এজনী মাক অসুস্থ হল, তেন্তে ? পৰিয়ালটোৰ কি হব ?

চৰকাৰৰ পৰা আৰ্থিক সহায় আৰু সহযোগিতা লৈ এই দলটোৱে এটি "গৃহিণী-সকলৰ ত্ৰাণ" নামৰ দলক উপযুক্ত শিক্ষা দিবলৈ আগবাঢ়ি আহিল।

এই পৰিকল্পনা নানা পৰিয়ালৰ বাবে বৰ মূল্যবান :

"শ্ৰীমতী হফ্‌টচবাৰ্গ নামৰ চাৰিটি অকণ অকণ লৰাছোৱালীৰ মাকক এখন ট্ৰাকে খুন্দিয়ায়। তেওঁ খুন্দাৰ ফলত যি দুখ পাইছিল—তাতকৈও তেওঁৰ ওচৰত বেছি ডাঙৰ আছিল তেওঁৰ লৰাছোৱালীবোৰৰ প্ৰতি উৎকণ্ঠা। তেওঁ কলে 'মই যাব নোৱাৰোঁ, সিহঁত তেনেই অকলশৰে থাকিব।'

"তেওঁৰ মুখৰ পৰা উৎকণ্ঠাৰ ভাব আঁতৰিল যেতিয়া তেওঁক মনত পেলাই দিয়া হল যে নগৰৰ পৰা তেওঁৰ ঘৰলৈ এজনী শিক্ষিতা সহায়কাৰী পঠিওৱা হব, আৰু তেওঁ যিমান দিন হচপিতালত থাকে তিমান দিনে সেই সহায়কাৰীয়ে ঘৰখন সুন্দৰকৈ চলাই থাকিব।

এতিয়া সমগ্ৰ নৰৱে দেশত এনেকুৱা সোতৰ শ সহায়কাৰীয়ে পৰিয়ালবোৰক সহায় কৰে, আৰু যদি কোনো পৰিয়ালে টকা দিব নোৱাৰে তেন্তে নগৰৰ শাসনযন্ত্ৰই সেই টকা দিয়ে। এইসকল ডেকা ছোৱালীয়ে নিযুক্তি পোৱাৰ আগতে পাচ মাহ শিক্ষা গ্ৰহণ কৰে, আৰু ঘৰ পৰিচালনা, শিশুৰ তত্ত্বাবধান, শুশ্ৰূষা আদি বিষয় সম্বন্ধে পুথিগত বিদ্যাও লাভ কৰে আৰু হাতে কামেও শিকে।

"শ্ৰীমতী হফ্‌টচ্‌বাৰ্গে অৱশেষত যেতিয়া ঠেলি দিয়া চেয়াৰত উঠি ঘৰলৈ আহিল তেতিয়া তেওঁৰ অকণমান লৰা লাৰ্চে কলে, 'মা, মই ডাঙৰ হলে এজনী 'সহায়কাৰী' বিয়া কৰাম, তেওঁলোকে সকলো কথা জানে'।

পুথিভঁৰাল, খেল ধেমালি কৰাৰ কেন্দ্ৰ, শিশু সমলৰ নাট্যসংঘ, শৰীৰ চৰ্চা ইত্যাদি, সংগঠিত ভ্ৰমণ, আমোদকেন্দ্ৰ, সঙ্গীতচৰ্চা, এইবোৰ স্বাস্থ্যকৰ, সৃষ্টিশীল কামৰ মাজেদি উচ্ছৃঙ্খলতা আৰম্ভ হোৱাৰ আগতে তাক বন্ধ কৰিব পাৰি, কাৰণ গতানুগতিকতাৰ পৰা হোৱা বিৰক্তিৰ পৰাই সাধাৰণতে উচ্ছৃঙ্খলতাৰ উৎপত্তি হয়।

পূৰ্ণবয়স্ক মানুহৰ বাবেও 'আপোন আপোন' ভাব থকাৰ যথেষ্ট মূল্য আছে। তেওঁলোকে যেন অনুভব কৰে যে মানুহে তেওঁলোকক আপোন বুলি ভাবে; গাৱঁৰ মানুহে হঠাতে নগৰত আহি বসবাস কৰিলে বহুত সময়তে তেওঁলোকে অতিমাত্ৰাত মৰীয়া হৈ উঠে। তেওঁলোকে ভাবে যে তেওঁলোকৰ কোনো স্থানেই নাই। তেওঁলোকে মাটিত খেতি কৰাৰ সুযোগ নাপায়। যিসকল মানুহে ওৰে জীৱন খাদ্য বিনিময় কৰাত অভ্যস্ত বা নিজৰ খাদ্য নিজেই উৎপন্ন কৰাত অভ্যস্ত আছিল, টকাপইচাৰে খোৱাবস্তু কিনিব লগীয়া হোৱাটো তেওঁলোকে অস্বাভাবিক যেন পায়। যত কিতাপ পঢ়ি লাভ কৰা শিক্ষা আৱশ্যকীয় বা ভাষা বেলেগ, তাত তেওঁলোকে পুৰণি নিয়মত পাই অহা শিক্ষা ব্যৰ্থ হয়। পূৰ্ণবয়স্ক আৰু শিশু দুয়োৰেই পক্ষে সমাদৰ পোৱাৰ আৱশ্যকতা আছে; যি দক্ষতাৰ দ্বাৰা তেওঁলোকে উপাৰ্জন কৰিব পাৰে তেনে দক্ষতা লাভ কৰাৰ বাবে সহায় পোৱা আৱশ্যক? ভাষা শিকা বা আন ঘৰুৱা সমস্যা সমাধানৰ বাবেও তেওঁলোকৰ সহায় আৱশ্যক হব পাৰে। যি সকল নাৰীয়ে সন্ত্ৰস্ত বা বিমূঢ় অৱস্থাত নগৰৰ মাজত বাস কৰে তেওঁলোকৰ অৱস্থাৰ উন্নতি কৰাৰ বাবে বহুত নগৰতে নাৰী-সংগঠনবোৰে ভালেমান কাম কৰিব পাৰে। নৱৰেৰ নিচিনাকৈ গৃহিণীসকলৰ সাহায্য সংগঠন কৰিব পাৰে, কিছুমানে বা নতুনকৈ নগৰলৈ অহা তিৰোতা সকলক গোট খুৱাই তেওঁলোকৰ লগত মানুহৰ উপযুক্ত ব্যৱহাৰ কৰি সহানুভূতিৰে সৈতে তেওঁলোকৰ সমস্যাৰ ভাগ লব পাৰে, যাতে আগন্তুক কোঠাবোৰত অকলশৰে বন্দী হৈ থাকিব নালাগে।

সমাজ জীৱনৰ আৰু এটি ফাল আছে যিটো সম্বন্ধে কেৱল তিৰোতা সকলেহে কিবা এটা কৰিব পাৰে। যিটো ক্ষেত্ৰত কেৱল তিৰোতা সকলেহে উদ্যম দেখুৱালে অৱস্থাৰ পৰিবৰ্ত্তন ঘটিব পাৰে; মই কব খুজিছোঁ, গতানুগতিকতা আৰু পুনৰাবৃত্তিপূৰ্ণ ঘৰুৱা কাম কাজৰ কথা। পুৰুষানুক্ৰমে তিৰোতাসকলে সকলো ঠাইতে একে ধৰণৰ গধুৰ কামবোৰ তেওঁলোকৰ ঘৰ আৰু পৰিয়ালৰ বাবে কৰি



আহিছে—যেনে অত্যধিক ঘঁহা-মজা, পিঠিৰ বিষ হোৱাকৈ কাপোৰ ধোৱা, ভাগৰ লগাকৈ পানী কঢ়িওৱা বা শস্যগুৰি কৰা ইত্যাদি। এই আৱশ্যকীয় কামবোৰ বাৰে বাৰে কৰি, বা দিনৰ পিছত দিন ধৰি কৰি, মানুহৰ বিৰক্তিও আহে ভাগৰও লাগে। ভাগি পৰাৰ মুহূৰ্ত্তলৈকে পৰিশ্ৰম কৰিব লাগিলে কোনোৱে সৃষ্টিশীলতা দেখুৱাব নোৱাৰে।

যি সকল কামৰ বাবে চিন্তাশক্তিৰ আৱশ্যকতা নাই, আৰু দিনটোৰ ভিতৰত কেবা ঘণ্টাও যদি তেনে কামতে পাৰ হৈ যায়,—তাৰ পৰা মুক্তি নোপোৱালৈকে তিৰোতাসকলে তেওঁলোকৰ সৰ্ব্বোত্তম অৱদান দিব নোৱাৰে। যি সকলে যান্ত্ৰিক আৰু বৈদ্যুতিক সঁজুলিৰ সহায়েৰে এনেকুৱা কামৰ ভাৰ লাঘৱ কৰিব পাৰে; তেওঁলোকে কৰিছে কিন্তু জগতৰ বহুত অংশতে এই বস্তুবোৰ বজাৰত পোৱা গলেও অধিকাংশ মানুহৰে এইবোৰ কিনাৰ কাৰণে আৰ্থিক সামৰ্থ্য নাই।

তথাপিও, বহুত তিৰোতাই পৰস্পৰক আৰু নিজক এই গতানুগতিক কামৰ পৰা মুক্ত কৰাৰ বাটত ভালেখিনি আগ বাঢ়িছে।

"অষ্ট্ৰিয়াত এজনী তিৰোতাই প্ৰথমতে কিদৰে 'গৃহস্থালীৰ ঘৰ' সম্বন্ধে চিন্তা কৰে উদাহৰণ স্বৰূপে আমি তাক উল্লেখ কৰিব পাৰোঁ। এই কেন্দ্ৰবোৰলৈ ওচৰৰ গাৱঁবোৰৰ পৰা তিৰোতাসকলে তেওঁলোকৰ ধুবলগীয়া কাপোৰবোৰ লৈ আহে আৰু তাত সমবায় প্ৰথাৰ সহায়েৰে কিনা যন্ত্ৰৰ দ্বাৰা কাপোৰ ধুব পাৰে, ঘণ্টা হিচাবে ভাড়া দিব পৰা শীতনিয়ন্ত্ৰণ কেন্দ্ৰবোৰলৈ তেওঁলোকে শাক-পাচলি, ফল আদি লৈ আহে, আৰু ঘৰত অকলশৰে দীঘলীয়া সময় ধৰি গৰমৰ মাজত থিয় হৈ ফল আদি টিনত থোৱাৰ পৰিবৰ্ত্তে অন্যান্য সঙ্গীৰ লগত কাম সমাধা কৰি আধুনিক যন্ত্ৰৰ সহায়েৰে খাদ্যবোৰ শীতযন্ত্ৰত চেঁচা কৰি তাতে সাঁচি থব পাৰে।

হংকঙত এনে ধৰণৰ ব্যৱস্থা কৰা হৈছে যাতে তিৰোতাসকলে তেওঁলোকৰ ৰুটি সেঁকাৰ সময়ত, কেবাজনেও একেলগে কয়লা, খৰি বা সময় খৰচ কৰাৰ পৰিবৰ্ত্তে এটা বিশেষ সময়ত এজনী তিৰোতাই নিজৰ ৰুটিৰ লগতে আনকেজনীৰ ৰুটিও সেঁকি দিব পাৰে, আৰু পাল পাতি বিভিন্ন দিনত বিভিন্ন তিৰোতাই তাৰ দায়িত্ব লব পাৰে; সময় বা খৰিৰ উপৰিও তিৰোতা সকলে সদায় একে কাম কৰাৰ বিৰক্তিৰ পৰাও হাত সাৰিব পাৰে।

পৃথিৱীৰ নানা ঠাইতে বহুত সমাজত তিৰোতা সকলে সৰু লৰা-ছোৱালীৰ চোৱামেলা কৰাৰ বাবেও বহুত পৰিয়ালৰ মাজত এনে ধৰণৰ ব্যৱস্থা কৰি লৈছে।

পাঁচ ছয়টি সমগোত্রীয় পৰিয়ালে শিশুসকলৰ তত্বাবধান কৰাৰ বাবে কেজনমানক দায়িত্ব দিয়ে। সপ্তাহটোৰ প্ৰত্যেক দিনতে আবেলি একোজনী মাকে আন সকলোবোৰ পৰিবাৰৰ শিশুসকলৰ দায়িত্ব লয়। অন্যান্য মাকসকলে তেওঁলোকৰ লৰা ছোৱালীবোৰক তেওঁৰ লগত ধেমালি কৰি থাকিবলৈ এৰি যায়, আৰু নিজে কেঘণ্টামানৰ বাবে স্বাধীনভাবে আন কাম কৰিব পাৰে ; কাৰণ তেওঁলোকে জানে যে তেওঁৰ শিশুবোৰ আনৰ সাহচৰ্য্য আৰু যত্ন দুয়োটাই পাব।

তিৰোতাসকলৰ কল্পনা শক্তি আছে। বহুতে এনে কিছুমান পন্থা উদ্ভাৱন কৰে যাৰ সহায়েৰে কামবোৰ সহজতে আৰু সোনকালে হব পাৰে আৰু তেওঁলোকে সময় উলিয়াব পাৰে। এনে ধৰণৰ পন্থাবোৰ কেৱল নিজৰ বাবে নাৰাখি আনকো শিকাব পাৰি—যদি তেওঁলোকে সময় এবিধ মূল্যবান বস্তু বুলি ভাবে, আৰু তাক বেছি ফলদায়ক ভাবে ব্যৱহাৰ কৰাৰ বাবে পৰস্পৰক শিকাব পাৰে।

কোনোৱে নকয় যে জীৱনৰ মান তলথাপৰ হওক বা বেমেজালি লাগক, কোনোৱে নিবিচাৰে যে স্বামী আৰু সন্তানসকলে অৱহেলিত হওক বা অসুবিধা ভোগ কৰক। তথাপি, বৰ্ত্তমান জগতত ই অতি স্পষ্ট যে নাগৰিকসকলৰ দায়িত্ব ক্ৰমে বাঢ়ি আহিছে। তিৰোতাসকলে যিমানে দেখি আহিছে যে সমাজৰ প্ৰতি তেওঁলোকে বহুতখিনি অৱদান দিবলগীয়া আছে, মাকসকলে তেওঁলোকৰ গৃহস্থালীৰ কামকাজৰ প্ৰতি এটি নতুন দৃষ্টিভঙ্গীৰে চাবলৈ ইচ্ছুক হব পাৰে। এইবোৰ কেনেকৈ আৰু বেছি সৰলকৈ কৰা যাব পাৰে ? তাৰ ভিতৰত আটাই-বোৰ কামেই সঁচাকৈয়ে আৱশ্যকীয় হয়নে ? কামবোৰ অলপ ইফাল সিফালকৈ কৰিলে যথেষ্ট পৰিমাণে সময় উলিয়াই লব পৰা যাব নে ? কেনেকুৱা ধৰণৰ কামবোৰ প্ৰতিবেশীসকলৰ মাজত ভগাই ললে সকলোৰে কিছু পৰিমাণে সুবিধা হব ? ঘৰৰ গাতে লাগি থকা প্ৰতিবেশীজনৰ আৰু নিজৰ কাপোৰ এজনেই ইস্ত্ৰি কৰি লব পাৰি নে ? অহা সপ্তাহত যেতিয়া তেওঁৰ প্ৰতিবেশীয়ে এই কামটো কৰিব তেতিয়া তেওঁ এবেলা সময় আন কামৰ বাবে পাব।

ইজিপ্তৰ তিৰোতা এজনীয়ে কৈছিল "আমি যদি বাস্তৱতে বুজিলোঁহেঁতেন প্ৰত্যেকবাৰ খাওঁতে আমাৰ ইমানবোৰ বেলেগ ধৰণৰ-আঞ্জা তৰকাৰীৰ কোনো আৱশ্যকতা নাই।"

মালয়েছিয়াৰ তিৰোতা এজনীয়ে কৈছিল, "কেৱল মছলা গুৰি কৰোঁতেই আমাৰ তিনি ঘণ্টা সময় পাৰ হব পাৰে।"



এনে এটা সময় আছিল যি সময়ত তিৰোতাসকলে কেৱল মছলা গুৰি কৰা বা ৰান্ধনি ঘৰৰ আন আন কাম কৰিয়েই দিনটো পাৰ কৰি সন্তুষ্ট হৈ থাকিছিল। কিন্তু আজিৰ দিনত বহুতেই বোধহয় নহয়।

"এসময়ত আমাৰ অৱস্থা সৰল আছিল....এতিয়া আমি 'বহুত বেছি' দেখা পাবলৈ আৰম্ভ কৰিছোঁ।"

---

## ৬

## কৰ্মৰত তিৰোতাসকলৰ জগত

আজিৰ দিনত আৰু, "তিৰোতাই কাম কৰা উচিত নে ?" এই প্ৰশ্ন সম্বন্ধে ভাবিবলগীয়া একো নাই। লাখ লাখ তিৰোতাই কাম কৰিব ধৰিছে, কোনোৱে টকা উপাৰ্জন কৰাৰ বাবে আৰু কোনোৱে বা স্বেচ্ছাসেবিকা হিচাবে। বৰ্ত্তমানৰ প্ৰশ্নবোৰ হল ঃ

তিৰোতাসকলে কেনেকৈ তেওঁলোকৰ পৰিয়ালৰ প্ৰতি সৰ্ব্বোত্তম ভাবে কৰ্ত্তব্য কৰিব পাৰে ?

তেওঁলোকে কেনেকৈ নিজক উন্নত কৰি তুলিব পাৰে আৰু পৰিপূৰ্ণ কৰিব পাৰে ?

সমাজৰ প্ৰতি কেনেকৈ তেওঁলোকে সৰ্বশ্ৰেষ্ঠ অৱদান দিব পাৰে ?

প্ৰত্যেক সমাজতে পুৰুষ আৰু তিৰোতাৰ কামবোৰক ভাগ কৰাৰ অৰ্থে এটি দৃঢ় ৰেখা আছে। কিন্তু বিভিন্ন সমাজত এই বিষয়ে মতামত বেলেগ বেলেগ। কিছুমান কৃষ্টিৰ ক্ষেত্ৰত তিৰোতাসকলে কাপোৰ বোৱে, পুৰুষে নোবোৱে ; আকৌ আন এখন সমাজত ইয়াৰ বিপৰীতহে ঘটে। কিছুমান অঞ্চলত তিৰোতাই বেহাবেপাৰ কৰে, আন হাতে কিছুমান অঞ্চলত তিৰোতাই ঘৰৰ আৱশ্যকীয় বস্তুখিনিও কিনিবলৈ নাযায়। কিছুমান দেশৰ তিৰোতাই ইটা বা ঘৰ সজাৰ আন গধুৰ সজুলি আৰু চিমেণ্ট আদি জখলাৰে ঘৰৰ ওপৰলৈ কঢ়িয়াই লৈ যায়। চোভিয়েত গণতন্ত্ৰত তিৰোতাসকলে নাৱিকৰ কামও কৰে। আন আন দেশত এই ধৰণৰ কামক পুৰুষৰ কাম বুলিহে গণ্য কৰা হয়।

কিন্তু বহুত কামৰ বাবে আগতে যিমানখিনি শাৰীৰিক শক্তিৰ প্ৰয়োজন



হৈছিল, যন্ত্ৰৰ ব্যৱহাৰৰ ফলত আজিকালি তাতকৈ বহুত কম শক্তিৰ আৱশ্যকতা হয়, আৰু যিসকল কাম কৰা কমবয়সীয়া ছোৱালীৰ পক্ষে অসম্ভৱ আছিল— আজিকালি সি সম্ভৱ হৈছে। বিজ্ঞানৰ নতুন নতুন উন্নতিৰ ফলত নতুন নতুন কামৰ দুৱাৰ মুকলি হৈ আহিব ধৰিছে যিবোৰক পুৰুষ বা নাৰী কাৰোবেই বাবে বিশেষভাবে বিভক্ত কৰা হোৱা নাই, ফলত দুয়োই এই ধৰণৰ কাম গ্ৰহণ কৰিব পাৰে। আজিৰ পৃথিৱীয়ে দেখিছে যে তিৰোতাই জুই নুমাব পাৰে, ৰেল ষ্টেচনত মাল কঢ়িয়াব পাৰে, ডাকবিভাগৰ গধুৰ বস্তু বব পাৰে, পেৰাচুট বান্ধি দিব পাৰে, ৰেল চলাব পাৰে। পাকিস্তানৰ কৰাচীত এজনী তিৰোতাৰ এটি চিমেণ্টৰ কাৰখানা আছে আৰু তেওঁৱে তাৰ পৰিচালনা কৰে ; ব্ৰহ্মদেশত এজনী তিৰোতাই এটি ডাঙৰ চাউলৰ ব্যৱসায়ৰ ডিৰেক্টৰ হিচাবে কাম কৰে ; নিউ ইয়ৰ্কত এজনী তিৰোতাই এটি জাহাজৰ ব্যৱসায় প্ৰতিষ্ঠান পৰিচালনা কৰে। শৰীৰ-গঠনৰ ফালৰ পৰা চালে বা সমাজৰ ফালৰ পৰা ভাবি চালে এনে কোনো ধৰা বন্ধা কাৰণ নাই, যে সমাজৰ যি কোনো স্তৰতে তিৰোতাসকলে অৱদান দিব নোৱাৰে, যি কোনো ধৰণৰ কৰ্মক্ষেত্ৰতেই হওক।

ভালেই হওক বা বেয়াই হওক, আধুনিক জগতত দেখা যায় ; তিৰোতাই তেওঁলোকৰ জীৱনৰ কিছু অংশত হলেও ঘৰৰ বাহিৰত কাম কৰাৰ প্ৰৱণতা বাঢ়ি আহিছে। যিমানেই বেছি শিক্ষাৰ আৱশ্যকতা হৈ আহিছে, আৰু জীৱনধাৰণৰ মান উন্নত কৰাৰ চেষ্টা বিয়পিব ধৰিছে, আৰু এইবোৰ কাৰণত খৰচ বাঢ়িছে, তিমানেই তিৰোতাই বাহিৰৰ কাম লবলৈ চেষ্টা কৰিছে। বহুত সময়ত আকৌ অকলশৰীয়া হৈ থাকিব লগীয়া হোৱাত, বা বিৰক্তিৰ ফলত কাম গ্ৰহণ কৰি আৰু মানুহৰ সাহচৰ্য্য পাই তিৰোতাই মনত সন্তুষ্টি লাভ কৰে, টকা ঘটাৰ প্ৰলোভনৰ ফলত কাম লোৱা নহয়। কিছুমান তিৰোতাই আকৌ (আমি শুশ্ৰূষাকাৰিণী সকলৰ কথা উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰোঁ), তেওঁলোকৰ ভিতৰত বহুতে সমাজৰ প্ৰতি কৰ্ত্তব্যবোধৰ দ্বাৰাও কাম লবলৈ আগ বাঢ়ে। কিন্তু সাধাৰণতে, অধিকাংশ তিৰোতাই কাম কৰিবলৈ আগবাঢ়ে কাৰণ তেওঁলোকে টকা উপাৰ্জন কৰা আৱশ্যক। তেওঁলোকে কাম কৰি সন্তুষ্ট হয়, কাৰণ ইয়াৰ দ্বাৰা টকা পাব পাৰি, বস্তু কিনিব পাৰি, আৰু ইয়াৰ ফলত মনলৈ স্বাধীনতাৰ বোধও আহে।

বহুতৰে ধাৰণা যে যুক্তৰাষ্ট্ৰৰ অধিকাংশ তিৰোতাই বাহিৰত কাম কৰে, কিন্তু

প্ৰকৃততে প্ৰায় চাৰে তিনি কোটি বিবাহিত তিৰোতাই তাত কেৱল গৃহস্থালী চলোৱাৰ বাবে সময় ক্ষয় কৰে। সমগ্ৰ বিবাহিতা তিৰোতাৰ সংখ্যাৰ প্ৰায় একতৃতীয়াংশই আৰু বহুত অবিবাহিতা বা অকলশৰীয়া তিৰোতাই বাহিৰতও কাম কৰে আৰু ঘৰও চলায়।[১] এই কথা উপলব্ধি কৰা উচিত যে আজিৰ দিনত আৰু তিৰোতাই ঘৰৰ বাহিৰত কাম কৰাটো পৰিয়ালৰ দায়িত্ব বিভাজনৰ দ্বাৰা হোৱা মনোমালিন্যৰ প্ৰশ্ন নহয়—বা তেওঁলোকে নিজে অৰ্জা টকাৰ দ্বাৰা কি কৰিব খোজে সেইটোৱে ডাঙৰ প্ৰশ্ন নহয়। দ্ৰুত গতিত বৃদ্ধি পাই আহিব ধৰা অৰ্থনৈতিক ব্যৱস্থাৰ মাজত, বহুত দেশতে তিৰোতাই কাম কৰাটো আৱশ্যকীয় হৈ পৰিছে।

জাৰ্মানীৰ এগৰাকী সমাজতত্ত্ববিদ ডঃ হেলগা প্ৰচে এনে ধৰণে মন্তব্য প্ৰকাশ কৰে :—

"কোনো শিল্পোন্নত দেশতেই, ইউৰোপেই হওক, যুক্তৰাষ্ট্ৰই হওক বা চোভিয়েত গণতন্ত্ৰই হওক, জাতীয় অৰ্থনৈতিক ব্যৱস্থাই ফলপ্ৰসূভাৱে কাম কৰিব নোৱাৰিলেহেঁতেন, যদি তিৰোতাসকলে কৰ্মী স্বৰূপে, কেৰাণী, শাসন-বিভাগৰ কৰ্মী, খেতিয়ক শিক্ষাব্ৰতী ইত্যাদি বিভিন্ন পদ লৈ কাম কৰি সহযোগিতা নকৰিলেহেঁতেন। পশ্চিম জাৰ্মানীত এতিয়া আমাৰ প্ৰায় সত্তৰ লাখ নাৰী কৰ্মী আছে যদি এই সত্তৰ লাখ কৰ্মীক তেওঁলোকৰ কামৰ পৰা বিৰত কৰা হয়, তেন্তে কাৰখানা, অফিচ আৰু স্কুলত প্ৰায় কাম বন্ধ হৈ যোৱাৰ নিচিনা অৱস্থা হব।[২]

ডঃ মহেই-এল-দিন চেবাৰে তিৰোতা সম্বন্ধে লিখিছে :—"কিছুমান আৰবীয় দেশৰ সামাজিক আৰু অৰ্থনৈতিক জীৱনত তিৰোতা বাস্তৱতে এটি অস্তিত্বহীন সত্তা। ইয়াৰ ফলত সমাজে এটি হাঁওফাঁওৰ সহায়েৰে উশাহ লব লাগে, এখন বাহুৰ সহায়েৰে কাম কৰিব লাগে,....যাৰ ফলত শিল্পৰ পৰা হোৱা উপাৰ্জন কম হয় আৰু পৰিয়ালৰ আৱশ্যকতা পূৰণৰ বাবে কেৱল পুৰুষৰ উপাৰ্জনহে পোৱা যায়।"[৩]

গাওঁলীয়া অঞ্চলত তিৰোতাই সদায় পুৰুষৰ লগত পথাৰৰ কামত ভাগ লৈ আহিছে। এটি আন্তৰ্জাতিক শ্ৰমসংস্থাই কৈছিল যে ১৯৫৮ চনত ভাৰতত ১ কোটি ২৫ লাখ তিৰোতাই শ্ৰমিক হিচাবে কাম কৰি আছিল, কোনোৱে গোটেই দিনটো, কোনোৱে আধা সময়; দুই কোটিয়ে "উপাৰ্জনশীল নিৰ্ভৰকাৰী"



হিচাবে নিজৰ মাটিত কাম কৰিছিল আৰু তিনি কোটি নব্বৈ লাখ তিৰোতাই উপাৰ্জন নকৰাকৈ পৰিয়ালৰ ওপৰত নিৰ্ভৰ কৰিছিল।[৪] বহুত দেশতে, যত শিল্পায়ন ক্ৰমে বাঢ়ি আছে তাত এটি বিশেষ ধৰণৰ সমস্যা উপস্থিত হৈছে, কাৰণ স্বামী সকলে যেতিয়া নতুন কাম লোৱাৰ উদ্দেশ্যে নগৰলৈ যায় তেতিয়া গাওঁৰ পত্নীসকলৰ লগত সাময়িকভাৱে তেওঁলোকৰ বিচ্ছেদ ঘটে। পাম বা খেতি পথাৰ চোৱামেলা কৰাৰ বাবে তিৰোতাবোৰ গাঁৱত ৰৈ যায়। গতিকে গাওঁৰ অৰ্থনৈতিক ব্যৱস্থাত স্থিতি ৰখা আৰু শস্য উৎপাদন ক্ষেত্ৰত তিৰোতাই দায়িত্ব লয়, আৰু এটি পৰিবৰ্ত্তনপূৰ্ণ যুগত শিল্পায়ন সম্ভৱ হবলৈ দিয়ে, যদিও এই বিচ্ছেদৰ দ্বাৰা বহুতসময়তে ডাঙৰ সামাজিক সমস্যাৰ উদ্ভৱ হব পাৰে।

বহুত দেশেই এতিয়া তিৰোতাসকলক সহায় কৰিব ধৰিছে যাতে তেওঁলোকে ব্যৱসায় আৰু শ্ৰমৰ ক্ষেত্ৰত সোমাই তেওঁলোকৰ দক্ষতা আৰু অৱদান দি জাতিৰ আৱশ্যকতা পূৰণ কৰিব পাৰে।

ইন্দোনেছিয়া যদিও এখন ইচলাম ধৰ্মাবলম্বী দেশ, অধিকাংশ মুচলমান দেশতে সামাজিক জীৱনত যি সকল বাধানিষেধৰ নিয়ম প্ৰচলিত আছে, তাত সেইবোৰ নাই। ফলত, পৃথিবীৰ ভিতৰত জন সংখ্যাৰ ঘনত্বত যাৰ তৃতীয় স্থান, তাত তিৰোতা সকলৰ কাৰণে বহুত ধৰণৰ কাম-কাজৰ ক্ষেত্ৰতে দুৱাৰ মুকলি।

কেৱলমাত্ৰ জাকাৰ্ত্তা নগৰতে তেৰটা তিৰোতাৰ বেঙ্ক আছে, তাৰ ভিতৰত এটা বেঙ্ক 'কংগ্ৰেচ ৱানিতা' নামৰ তিৰোতাৰ সংগঠনৰ দ্বাৰা পৰিচালিত হয়। এই বেঙ্কবোৰ বিশেষ উদ্দেশ্যৰে সৈতে পৰিচালিত হয় যাতে তিৰোতাসকলে টকা সাঁচিব বা টকা খটুৱাব পাৰে; যিসকল তিৰোতাই ব্যৱসায় কৰিব খোজে এই বেঙ্কবোৰত তেওঁলোকক উপদেশ আদি দিয়াৰ ব্যৱস্থাও আছে; যি সকল ব্যৱসায়ৰ গুৰি ধৰোঁতা তিৰোতা, সেইবোৰৰ হঠাৎ বিপৰ্যয় হোৱাৰ সম্ভাবনা দেখা গলে এই বেঙ্কবোৰে টকা ধাৰলৈ দিও সহায় আগবঢ়ায়।

অন্যান্য দেশেও তিৰোতাৰ অৰ্থনীতি সম্বন্ধীয় ধাৰণাৰ উন্নতি কৰিবলৈ চেষ্টা কৰিছে, আৰু তেওঁলোকৰ নিজৰ ব্যৱসায়-প্ৰচেষ্টাক প্ৰতিষ্ঠিত কৰাৰ বাবে সহায় আগবঢ়াইছে। যুক্তৰাষ্ট্ৰৰ বহুত বেঙ্কতে কিছুমান উপদেষ্টা আছে, যাৰ কাম হল তিৰোতা সকলক উপযুক্তভাৱে তেওঁলোকৰ অৰ্থ ব্যৱহাৰ কৰিবলৈ সহায় কৰা। চুইজাৰলেণ্ডতো কিছুমান ব্যৱস্থা আছে যাৰ দ্বাৰা বিশেষকৈ তিৰোতা সকলকহে

টকা ধাৰলৈ দিয়া হয়, যাতে তেওঁলোকে নিজে ব্যৱসায় আৰম্ভ কৰিব পাৰে। পশ্চিম আফ্রিকাতো চিয়াৰা লিওনৰ ফ্রিটাউনৰ 'পোৰ্ট লোকো থ্রিফ্ট চোচাইটি' নামৰ সংস্থাৰ নিচিনা সংগঠনে ১৯৫৯ চনৰ পৰা এই ধৰণৰ কাম কৰিছে। ইয়াৰ সভ্যসকলে ঘৰ সাজিবলৈ বা চিলাই-কল কিনিবলৈ টকা ধাৰ কৰিছে। তেওঁলোকৰ লৰাছোৱালীৰ শিক্ষাৰ বাবে খৰচ কৰাৰ কাৰণে, ব্যৱসায়ৰ সঁজুলি আদি কিনাৰ কাৰণে বা ব্যৱসায়ৰ ক্ষেত্ৰ বঢ়োৱাৰ কাৰণেও টকা ধাৰ কৰিছে।

এই ধৰণৰ ব্যৱস্থাৰ মূল্য কেৱল আৰ্থিক ফালৰ পৰা যথেষ্ট নহয়। স্বাৱলম্বী আৰু স্বাধীন হোৱাৰ ক্ষেত্ৰতো এই ব্যৱস্থাই যথেষ্ট সহায় কৰিছে।

পৃথিৱীৰ নানা অংশতে তিৰোতাৰ সমবায়-সমিতিবোৰে তিৰোতাই ঘৰুৱা দায়িত্বৰ পৰা ব্যৱসায়ৰ দায়িত্ব লোৱাৰ বাটলৈ অহাৰ ক্ষেত্ৰত সহায় আগবঢ়াইছে। কিছুমান 'সমবায় সমিতিয়ে' তিৰোতাসকলক কম খৰচত যান-বাহনৰ সুযোগ দিয়ে, বা বস্তু বিক্ৰীৰ সুযোগ দিয়ে; তেওঁলোকে গাহৰি-পোহা, চৰাই-পোহা, চিচল-ৰোৱা, ইত্যাদি ব্যৱসায়ক লাভদায়ক কৰি তোলাত সহায় কৰে; কিছুমানে হস্তশিল্প গঢ়ি তোলাত সহায় কৰে, বা তিৰোতা সকলে যিসকল খাদ্য ঘৰতে সংৰক্ষণ কৰিব পাৰে তেনে বস্তু বজাৰত বিক্ৰী কৰাৰ কাৰণে সহায় কৰে।

ইজিপ্তে জনাইছে ঃ

"এতিয়া আমি এখন সমবায়-সমিতি পাতিছোঁ যি সকল মাকে ঘৰ এৰিব নোৱাৰে, তেওঁলোকৰ কাৰণে। তেওঁলোকে ঘৰতে বিক্ৰয়-সামগ্ৰী তৈয়াৰ কৰিব পাৰে আৰু সমিতিৰ মাধ্যমেৰে বিক্ৰী কৰিব পাৰে। এই সমিতিয়ে ঃ

১। ঘৰুৱা শিল্প আৰম্ভ কৰাৰ কাৰণে টকা ধাৰলৈ দিয়ে (ইয়াৰ দ্বাৰা 'মাজৰ মানুহ', অৰ্থাৎ যেয়ে উচ্চ হাৰত টকা ধাৰলৈ দিছিল, তাক আঁতৰোৱা হল)।

২। পাইকাৰী দামত কেচা মাল দিয়ে।

৩। যিমান ভাল দামত পৰা যায় সেই দামত বস্তু বিক্ৰী কৰাৰ ব্যৱস্থা কৰি দিয়ে। ইতিমধ্যে, সভ্যসকলে তেওঁলোকৰ অংশৰ ওপৰত সুদ পায় আৰু তেওঁলোকে যেন ঘৰত নিজৰ লৰাছোৱালীৰ ওপৰত চকু ৰখাৰ লগে লগে কাম কৰি যাব পাৰে তাৰ কাৰণে উৎসাহ দিয়া হয়।"[৫]

যিয়ে হওক, এই কথা মনত ৰখা উচিত যে হস্ত-শিল্পৰ সামগ্ৰী বিক্ৰীৰ ক্ষেত্ৰ ক্ৰমে নাইকীয়া হৈ আহিব ধৰিছে। কাৰখানাবোৰে যিমানে তেওঁলোকৰ কামৰ মান উন্নত কৰি আহিছে, আৰু মূল্য বহুত কমাই দিছে, যিমানেই হাতে-সজা



বস্তু যিমানেই ধুনীয়া নহওক কিয়, পৃথিৱীৰ বজাৰত তাৰ পক্ষে প্ৰতিযোগিতা কৰা ক্ৰমে টান হৈ আহিছে। সম্ভবতঃ ডেকা ছোৱালীবোৰে এতিয়া ভাবি চোৱা উচিত শিল্পৰ সলনি আন ধৰণৰ কামত তেওঁলোকে বেচি মনোযোগ দিব পাৰে নেকি। তেওঁলোকৰ ভিতৰত অধিকাংশই যদি বেজিৰে ফুলতোলা বা তেনেধৰণৰ আগৰে পৰা প্ৰচলিত বিদ্যাৰ প্ৰতি মনোযোগ নিদি, চুলিৰ প্ৰসাধন, পোচাক তৈয়াৰী, হোটেল ৰখা, হিচাবৰ কাম, বস্তু বিক্ৰী আদিৰ প্ৰতি মনোযোগ দিয়ে—মোৰ বিশ্বাস, তেতিয়াহে ভাল হব।

কিছুমান অঞ্চলত স্থানীয় সৰু কাৰখানাবোৰে, তিৰোতাসকলৰ লৰাছোৱালী সৰু থকা সময়ত টকা অৰ্জাৰ আৱশ্যকতা, এটা উপায়েৰে পূৰণ কৰে। তেওঁলোকক কিছুমান সৰু সৰু কাম দিয়া হয়, যিবোৰ তেওঁলোকে ঘৰতে বহি কৰিব পাৰে। মাক সকলে অৱশ্যে এনে ধৰণৰ উপাৰ্জনৰ দ্বাৰা সহায় লাভ কৰে, কিন্তু তিৰোতা সকলে সাৱধান হোৱা উচিত, কাৰণ এই ব্যৱস্থাত তেওঁলোক শোষিত হব পাৰে। যি কাম কৰে তাৰ বাবে যদি তেওঁলোকে উপযুক্ত পাৰিশ্ৰমিক নাপায়, তেন্তে তেওঁলোকে ঐক্যবদ্ধ হৈ তেওঁলোকৰ দাবী জনোৱা উচিত।

মাকসকলে কাম কৰিলে পৰিয়ালৰ কাৰণে ভাল হয় নে বেয়া হয় এই বিষয়ে বিতৰ্ক চলি আছে যদিও আচলতে ইয়াত ভাল বেয়া সম্পৰ্কে কোনো নিয়ম থাকিব নোৱাৰে। স্থান বিশেষে ইয়াৰ পাৰ্থক্য হয়। লৰাছোৱালীবোৰৰ বয়স কিমান? তেওঁ এগৰাকী বিধবা বা বিবাহ বিচ্ছেদ হোৱা তিৰোতা নেকি যেয়ে পৰিয়ালক পোহ-পাল দিব লাগে? তেওঁ সমাজক দিব পৰাৰ অৰ্থে তেওঁৰ দক্ষতা, শক্তি বা সৃষ্টিশীলতা আছে নে নাই? তেওঁ গামত থাকে নে নগৰত থাকে? তেওঁৰ স্বামীৰ কি মতামত, তেওঁ পৰিয়ালৰ কাৰণে কিমান আৰ্জে? তেওঁ যদি কাম কৰে। তেওঁৰ সমাজ অসন্তুষ্ট হব নেকি?

'ইণ্টাৰনেচনেল কাউন্সিল অব চোচিয়েল ডেমোক্ৰেটিক উইমেন' নামৰ সমিতিৰ সভানেত্ৰী শ্ৰীমতী ৰিতা ডে ব্ৰুৱান ওবোটাবে বিশ্বাস কৰে যে ডেকা মাকসকলে ঘৰৰ বাহিৰত কাম কৰাটো অধিকাংশ ক্ষেত্ৰতে ভালেই।

"মই ধৰি লৈছোঁ, বহুত মাকৰেই বাহিৰত কাম কৰা বৰ অসুবিধাজনক হয়, যদি তেওঁলোকৰ সৰু লৰাছোৱালী থাকে, কিন্তু তেওঁলোকে দেশৰ অৰ্থ-নৈতিক জীৱনত অংশ গ্ৰহণ কৰাৰ পৰা যিসকল সুবিধা হয়, তাৰ ওপৰতহে বেছি জোৰ দিয়া উচিত। যদি তিৰোতাসকল উচ্চশিক্ষা প্ৰাপ্তা হয়, তেন্তে

কাম কৰাৰ ফলত তেওঁলোকৰ দৃষ্টিভঙ্গীও উদাৰ হব। তাৰ উপৰি লৰাছোৱালী-বোৰৰও সুবিধা হব, কাৰণ মাকে তেওঁলোকক বেছি ভাল শিক্ষা দিব পাৰিব। অলপদিনৰ কাৰণে যদি লৰাছোৱালীয়ে কষ্টও পায় বা অবহেলিত হোৱা বুলি ভাবে বা অকলে থাকিব লগীয়া হয়,—অৱশেষত ইয়াৰ দ্বাৰা সুফলেই পোৱা যায়।”[৬]

যুক্তৰাষ্ট্ৰৰ সমগ্ৰ কৰ্মৰত জনসংখ্যাৰ এক-তৃতীয়াংশ হল তিৰোতা; তেওঁলোকৰ ভিতৰত অধিকাংশই বিবাহিতা (বা বিবাহিতা আছিল)। স্বামীৰ উপাৰ্জনৰ লগত নিজৰ উপাৰ্জন যোগ কৰাৰ অৰ্থে কাম কৰাৰ সময়ত, লগতে লৰাছোৱালীয়ে জন্মলাভ কৰি থাকিলে বহুত সময়ত ডাঙৰ মনস্তাত্বিক সমস্যাইও দেখা দিয়ে। বিশেষকৈ 'নিম্ন উপাৰ্জনশীল' পৰিয়ালবোৰত প্ৰায়ে ইয়াৰ পৰা হাত সৰা টান হয়।

ডঃ প্ৰেছে কয়ঃ

“মই ভাবোঁ, এই সমস্যাৰ এটা সমাধান হল শিক্ষা। ডেকা ছোৱালীবোৰক পঢ়িবলৈ আৰু লিখিবলৈ শিকাব লাগিব, আৰু কেনেকৈ কৰ্মক্ষম চেক্ৰেটাৰী, কৰ্মী, ডাক্তৰ, শিক্ষক বা আন কিবা হোৱা যায় তাৰ বাবে শিক্ষা পাব লাগিব। ইয়াৰ লগতে কিছু মনস্তাত্বিক শিক্ষা পোৱাও আৱশ্যক। তিৰোতাসকলে নিজে সিদ্ধান্ত গ্ৰহণ কৰিব শিকিব লাগিব। তেওঁলোকে এই বিষয়েও সচেতন হব লাগিব, যি কোনো মানুহে একে সময়তে সকলো সুবিধা পাব নোৱাৰে; যেনে, বিবাহিত জীৱনৰ সুখ-সুবিধা, আৰু তাৰ লগতে স্বাধীন ভাবে জীৱিকা উপাৰ্জনৰ সুবিধা—সৰ্বোপৰি ছোৱালী বা ডেকা তিৰোতাসকলে তেওঁলোকে নিজৰ জীৱন কিভাবে গঢ়ি তুলিব সেই বিষয়ে, আৰু তেওঁলোকে গৃহস্থালীৰ কামৰ পৰিকল্পনা কৰিবলৈ শিক্ষা পোৱা আৱশ্যক। তিৰোতাসকলে যদি পৰিকল্পনাৰ দ্বাৰা নিজৰ কামক ভাগ খুৱাই লব পাৰে, তেন্তে বিবাহিতা তিৰোতাসকলে গোটেই দিনটো ঘৰতে বন্ধ হৈ থাকিব নালাগে, আৰু নিজৰ অন্যান্য কামৰ বাবে যথেষ্ট সময় উলিয়াব পাৰিব।”[৭]

যুক্তৰাষ্ট্ৰত স্ত্ৰী-শিক্ষাৰ ক্ষেত্ৰত এটি অৰ্থব্যঞ্জক পৰিবৰ্ত্তন ঘটিছে,—সেইটো হল যে লৰাছোৱালী ডাঙৰ হোৱাৰ পিছত আৰু পৰিয়ালৰ দায়িত্ব পাতল হৈ অহাৰ পিছত তিৰোতাসকলে ক্ৰমে অধিক সংখ্যাত স্কুল আৰু কলেজলৈ উভটি



আহিব ধৰিছে। গ্ৰেট বৃটেন, ইজিপ্ত আৰু অন্যান্য দেশতো এনেকুৱা ঘটিব ধৰিছে। এই সকল তিৰোতাই জাতিৰ এটি আৱশ্যকতা পূৰণ কৰিছে কাৰণে বাঢ়ি অহা সংখ্যাৰ কলেজে বিশেষ আঁচনিৰ দ্বাৰা এওঁলোকক শিক্ষা দিব ধৰিছে; যাতে জাতিৰ কৰ্মীসংখ্যা বৃদ্ধি কৰাৰ বাবে এই সকল তিৰোতাই নিজক আৱশ্যকীয় কামৰ কাৰণে উপযুক্ত কৰি তুলিব পাৰে। যদি তেওঁলোকৰ উপযুক্ত গুণ থাকে, তেন্তে যি কোনো বয়সৰ তিৰোতাকেই কলেজৰ শিক্ষা আৰম্ভ কৰিবলৈ বা শেষ কৰিবলৈ অনুমতি দিয়া হয়। প্ৰাক্তন ছাত্ৰীসকলক পূৰ্ণবয়স্ক-সকলৰ শিক্ষালাভ কৰিবলৈ বিশেষ সুবিধা দিয়া হয়; যিসকল বয়সপ্ৰাপ্ত স্নাতকে ঘৰৰ বাহিৰত কাম কৰিব খোজে, তেওঁলোকৰ কাৰণে বৃত্তিগত কামৰ কেন্দ্ৰ খোলা হয়।

শ্ৰীমতী মিলিচেণ্ট চি মেক্‌ইণ্টোচে এই নতুন পৰিবৰ্ত্তন ভালে পৰিমাণে প্ৰবৰ্ত্তন কৰিছিল, (তেওঁ আগতে বাৰ্নাড কলেজৰ প্ৰেচিডেণ্ট আছিল) তেওঁ কয়ঃ

“তিৰোতাৰ অধিকাৰৰ যুগ আহি তিৰোতাৰ সুযোগৰ যুগৰ লগত মিলি গৈছে….। নাৰীসুলভ গুণাগুণ বা বিবাহিতা অৱস্থা বজায় ৰাখিও এজনী তিৰোতা সঁচাকৈয়ে কৃষ্টিসম্পন্না হ'ব পাৰে,—এই দুটাৰ মাজত খাপ নোখোৱাৰ প্ৰশ্ন নুঠে।”[৮]

যিসকল তিৰোতাই এখন সুখী ঘৰও চলাব খোজে আৰু বাহিৰতও কাম কৰিবলৈ বাধ্য হয়, তেওঁলোকক সুযোগ দিয়াৰ কাৰণে দেশবোৰে বিভিন্ন উপায় অবলম্বন কৰিব পাৰে।

### কৰ্মী নিয়োগ আৰু পৰিচালনাৰ পদ্ধতিঃ—

তিৰোতাসকলে ঘৰ আৰু বাহিৰত যি দুই ধৰণৰ ভূমিকা গ্ৰহণ কৰিব লাগে তাৰ কথা মনত ৰাখি নিয়োগকাৰীসকল যেতিয়ালৈকে বেছি নমনীয় নহয় তেতিয়ালৈকে জাতিবোৰে নাৰীসকলৰ পূৰ্ণ শক্তি আৰু প্ৰতিভাৰ প্ৰকৃত ব্যৱহাৰ কৰিব নোৱাৰিব। ফিনলেণ্ডৰ এলিনা হাটানেনে এই বিশেষ পৰামৰ্শ দিছিলঃ

“ক্ৰমে বেছিসংখ্যক নাৰীয়ে দলবদ্ধভাবে কাম কৰা উচিত—প্ৰত্যেক আধা দিনত কামটোৰ নিজৰ ভাগৰ থিনি কৰি উঠিব পাৰিব লাগিব, আৰু এইভাবে নিজৰ ঘৰুৱা দায়িত্ব ভালকৈ পালন কৰিব পাৰিব। বহুত কামকে তেওঁলোকে

নিজৰ মাজত ভগাই লব পাৰে। কৰ্মীসকলক জোৰ জোৰ বান্ধি দিব পাৰি, আৰু এনে ধৰণৰ কামত প্ৰত্যেক আধা-আধা দিন কাম কৰিব পাৰে, যেনে—চুইচবোৰ্ডৰ অপাৰেটৰৰ কাম, এলিভেটৰ বা লিফ্‌ট্‌ চলোৱাৰ কাম, পৰিচাৰিকা, কাৰখানাৰ কাম, দোকানৰ বিক্ৰীৰ কাম, নকল বা টাইপ কৰাৰ কাম, সৌন্দৰ্য্যচৰ্চাকেন্দ্ৰৰ কাম।

“যেতিয়া মানুহে বুজি পাব যে এনেকুৱা উপায়ৰ দ্বাৰা ব্যৱসায় প্ৰতিষ্ঠানৰ লাভ হব, তেতিয়া বহুতেই ইয়াক গ্ৰহণ কৰিব। দুপৰীয়াৰ খোৱাৰ সময়ত মানুহ নাৰাখি কেৱল আধা দিনৰ বাবে মানুহ ৰাখিলে নিয়োগকাৰীৰ খৰচ কম হব। অৱশ্যে এইটো সঁচা, যে কৰ্মীজনে বেচি টকাৰ বেতন নাপাব, কিন্তু তাৰ পৰিবৰ্ত্তে তেওঁ ঘৰ আৰু পৰিয়ালৰ কাৰণে যি সময় পাব, সিয়ে ক্ষতিপূৰণৰ নিচিনা হব। তাৰোপৰি তেওঁ নিজে যেতিয়া নিজৰ গৃহস্থালীৰ কাম কৰিবলৈ সময় পাব বা সাৱধানতাৰে সৈতে বস্তু বাহানি কিনিব পাৰিব, তেওঁৰ টকাৰ সদ্ব্যৱহাৰ হব।”[৯]

**দিনৰ শিশু পালন কেন্দ্ৰ ঃ—**

কোৰিয়াত হোৱা এখন সভাত এজনী তিৰোতাই কয় যে “কম খৰচত সৰু লৰাছোৱালী ৰখাৰ কাৰণে ঘৰৰ ওচৰত বা আমি কাম কৰা ঠাইৰ ওচৰত কিছুমান প্ৰতিষ্ঠান থকা আমাৰ ওচৰত অত্যাবশ্যকীয়।”[১০]

চুইডেনৰ এটি দলে কয়—“অলপ ডাঙৰ লৰাছোৱালীৰ কাৰণে বিনা খৰচত দুপৰীয়াৰ আহাৰ স্কুলত দিয়া হলে এটি বৰ ডাঙৰ পাৰ্থক্য হলহেঁতেন।”

**আকস্মিক দুৰ্ঘটনা বা আন জৰুৰী অৱস্থাৰ কাৰণে গৃহস্থালী কৰ্মী ঃ—**

আগতে কৈ অহা হৈছে, স্কান্দিনেভিয়াৰ অধিবাসীসকলে, নিজৰ সন্তানৰ অসুখৰ কাৰণে মাকসকলে কৰ্মক্ষেত্ৰত অনুপস্থিত হবলগীয়া হোৱাৰ বাবে ‘গৃহস্থালী-কৰ্মী’ সংঘ গঠন কৰিছে। কোনো পৰিয়ালৰ এনেকুৱা আৱশ্যকতা হলেই এই প্ৰতিষ্ঠানৰ মানুহৰ দ্বাৰা ঘৰখন চলাব পৰা যায়।

ফিনলেণ্ডৰ ‘এবাবিয়া’ নামৰ চিনামাটিৰ কাৰখানাৰ অধ্যক্ষই কয়—“আমাৰ কৰ্মী এজন অনুপস্থিত থাকিলে আমাৰ যিমান লোকচান হয়, তাৰ পৰিবৰ্ত্তে শুশ্ৰূষাকাৰিণী এজনীক তেওঁৰ ঘৰলৈ কাম কৰিবলৈ পঠিয়ালে আমাৰ তাতকৈ



কম খৰচ হয়। ইতিমধ্যে মাকজনীয়েও কাম কৰি টকা উপাৰ্জন কৰে আৰু আমিও তেওঁৰ দক্ষতাৰ দ্বাৰা উপকৃত হওঁ।”

**গৃহস্থালীৰ সহায় ঃ—**

যুক্তৰাষ্ট্ৰৰ তিৰোতা সকলক যে ঘৰুৱা কামকাজৰ হেঁচাৰ পৰা মুক্তি পোৱা যেন লাগে, তাৰ কাৰণ হ’ল, কাপোৰ কানিৰ বৃহৎ-উপাদান, আধুনিক উপায়ে খাদ্য-সংৰক্ষণ, বৃহৎ বজাৰ আৰু পানীত জুবুৰিয়াইয়ে শুকোৱা কাপোৰ, ইত্যাদিৰ দ্বাৰা তেওঁলোকৰ বহুতখিনি শক্তি আৰু সময় হাতত ৰয়। চাফ্‌-চিকুণ, আকৰ্ষণীয় ঘৰ আৰু পৰিয়ালৰ কাৰণে স্বাদু আহাৰ তৈয়াৰ কৰোঁতে আগতে তেওঁলোকৰ যিমান সময় লাগিছিল, আজিকালি তাৰ এটি অংশৰ ভিতৰতে তেওঁলোকে সেইখিনি কৰিব পাৰে। পৃথিৱীৰ অন্যান্য অঞ্চলতো গৃহস্থালীৰ এনেকুৱা সহায়বোৰ দেখা যাব ধৰিছে আৰু ক্ৰমে তাৰ সংখ্যা বৃদ্ধি পায়ে থাকিব। ক্ৰমে বেছি সংখ্যক তিৰোতাই আবিষ্কাৰ কৰিব ধৰিছে যে আধুনিক উপায়-বোৰৰ দ্বাৰা তেওঁলোকৰ হাতত সময় ওলাব ধৰিছে ; আৰু সেই সময় তেওঁলোকে সমাজৰ কামত খৰচ কৰিব পাৰে বা ঘৰৰ মান নিয় নকৰাকৈয়ে টকা উপাৰ্জনও কৰিব পাৰে। ইয়াৰ দ্বাৰা যিসকল নতুন সুযোগ ওলাইছে তাৰ বিষয়ে এওঁলোকে সচেতন হৈছে।

**নতুন বাট ঃ—**

জাতিৰ উপাৰ্জন বৃদ্ধিৰ ক্ষেত্ৰত তিৰোতা সকলৰ কিছুমান অৱদানৰ ওপৰত আন কিছুমান উপাদানে ডাঙৰ প্ৰভাৱ পেলাব পাৰে ঃ—

**ট্ৰেড ইউনিয়ন বা শ্ৰমিক সমিতি ঃ—**

যদিও শ্ৰমিক-সমিতিবোৰ গঠিত হৈছে তাৰ সভ্যসকলৰ অৱস্থাৰ উন্নতি কৰিবলৈ, বৰ কম তিৰোতাইহে আজিৰ দিনত তাত উল্লেখযোগ্য অংশ গ্ৰহণ কৰিছে। কিছুমান দেশত তিৰোতাই যথেষ্ট অৱদান দিছে ? কিন্তু বহুত তিৰোতাই এতিয়াও নাজানে যে শ্ৰমিকৰ স্বাৰ্থৰক্ষাৰ কাৰণে বহুতবোৰ আইন কানুন জগতত আছে।

**গৃহস্থালীৰ কামৰ মূল্য ঃ—**

পুৰুষে বা তিৰোতাসকলে নিজেও গৃহস্থালীৰ কামকাজৰ অৰ্থনৈতিক মূল্য সম্বন্ধে যথেষ্ট পৰিমাণে সচেতন নহয়। গৃহিনী সকলৰ মূল্য যেতিয়া জাতিৰ

ওচৰত বেছি স্পষ্ট হৈ উঠিব, সম্ভবতঃ তেতিয়া অৱসৰ গ্ৰহণৰ ভাতা বা তেনেকুৱা আন আৰ্থিক সহায় আগবঢ়োৱা হব।

**স্বয়ংক্ৰিয় যন্ত্ৰৰ ব্যৱহাৰ ঃ—**

যদি যন্ত্ৰৰ সহায়েৰে দক্ষ বা অৰ্দ্ধদক্ষ সকলো কৰ্মীৰেই কামকাজৰ ধাৰা জগতত পৰিবৰ্ত্তিত হৈ যায়, আৰু যাব যেন লাগেও, তাৰ কাৰণে পুৰুষ আৰু নাৰী দুয়োকেই যান্ত্ৰিক কৌশলাদি সম্পৰ্কে শিক্ষা দিয়া আৱশ্যক।

**কম সুদত দীৰ্ঘ-দিনৰ ঋণ ঃ—**

বগোতাত ৰাষ্ট্ৰসংঘৰ সভাত লেটিন আমেৰিকাৰ তিৰোতাসকলে কৈছিল এই ধৰণৰ ঋণ সহজতে পোৱা অত্যাৱশ্যকীয় ; যাতে মানুহে ইয়াৰ দ্বাৰা শ্ৰম-হাৰক যন্ত্ৰাদি বেছি পৰিমাণে কিনিব পাৰে। ১৯৬০ চনত আফ্ৰিকাৰ নাৰীসকলে যেতিয়া আদিচ-আবাবাত মিলিত হয়, তেতিয়াও তেওঁলোকে একে কথাকেই কয়। তেওঁলোকে চৰকাৰ আৰু সমবায় সমিতিবোৰক এই বস্তুবোৰ দিবলৈ গোহাৰি জনায় ঃ

সদায় গধুৰ উৰলত শস্যগুৰি কৰা পৰিশ্ৰমৰ পৰা হাত সৰাব কাৰণে তেওঁ-লোকে সৰু বিদ্যুৎচালিত যন্ত্ৰ দিবলৈ অনুৰোধ জনায়।

নল, মাটি ফুটা কৰা যন্ত্ৰ নাদ আদিৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ জনায়, যাতে দীঘল বাটেৰে খোজকাঢ়ি মূৰত বা পিঠিত তুলি পানী কঢ়িয়াব নালাগে।

---

৭

## কামকৰা তিৰোতাসকলৰ ভৱিষ্যৎ কি ?

তিৰোতা সকলে যে কামৰ জৰিয়তে সমাজত তেওঁলোকৰ প্ৰভাৱ বঢ়াব ধৰিছে এই বিষয়ে কোনো প্ৰশ্নই নুঠে। কেনিয়াৰ ৰয়েল কলেজত ব্যৱসায় শাসন-পদ্ধতি' বিষয়ৰ অধ্যাপক শ্ৰীজন চাৰ্লচ বোচে এইদৰে কয় ঃ

"আগবাঢ়ি অহা দেশবোৰত বহুত তিৰোতাই শীৰ্ষস্থান পায়, কিন্তু যিসকলে মধ্যৱৰ্ত্তী স্থানত থাকে তেওঁলোকেহে ভালেখিনি সাফল্য দেখুৱাইছে। (ইউৰোপ আৰু আমেৰিকাত তিৰোতাসকলে ডাঙৰ ডাঙৰ প্ৰতিষ্ঠান চলায়, কিন্তু হেজাৰ হেজাৰ তিৰোতাই চেক্ৰেটাৰী হিচাবে ব্যৱসায়ৰ কৰ্মতৎপৰতা বঢ়োৱাত বহুত সহায় কৰিছে।)

"বহুত তিৰোতাই ডাক্তৰ হিচাবে তিৰোতাৰ মৰ্য্যাদা বঢ়াইছে, কিন্তু নাৰ্চ বা শুশ্ৰূষাকাৰিণী সকলেহে চিকিৎসালয়ৰ চিকিৎসাত মানৱিকতা আনি দিছে।"

"প্ৰসিদ্ধ মহিলা অধ্যাপিকা সকলে পাণ্ডিত্যৰ ক্ষেত্ৰত অৱদান দিছে,—কিন্তু প্ৰাথমিক স্কুলৰ শিক্ষিকা সকলেহে জাতিৰ প্ৰগতিৰ প্ৰতি বৃহত্তৰ অৱদান দিছে।"[১]

অৰ্থনৈতিক ক্ষেত্ৰত তিৰোতাসকলে কোন্ কোন্ বাটেৰে দান আগবঢ়াইছে, দেশ আৰু সভ্যতা ভেদে তাৰ মাজত অৱশ্যে যথেষ্ট পাৰ্থক্য আছে।

সাধাৰণভাবে কবলৈ হলে তিৰোতাৰ কামৰ ক্ষেত্ৰক এইদৰে ভগাব পাৰি ঃ

**শিক্ষা ঃ—**

এই ব্যৱসায়টোৰে হল তিৰোতাসকলৰ মাজত আটাইতকৈ বেচি প্ৰিয় বা যাৰ লগত তেওঁলোকৰ সম্পৰ্ক অতি প্ৰাচীন। পুৰণি আৰু নতুন দুয়োবিধ

দেশতে শিক্ষাই আটাইতকৈ বেচি সংখ্যক তিৰোতাক আঁকোৱালি লয়। ইয়াত, শিক্ষাবৃত্তিৰ মাধ্যমেৰে সামাজিক আৰু অৰ্থ নৈতিক পৰিবৰ্ত্তনৰ ক্ষেত্ৰত তিৰোতাই আটাইতকৈ বেছি প্ৰভাৱ বিস্তাৰ কৰিব পাৰে; ভৱিষ্যৎ বংশধৰসকলক শিক্ষা দিব পৰাৰ ফলত তেওঁলোকে এটি দীৰ্ঘস্থায়ী অৱদান দিবলৈ আটাইতকৈ ডাঙৰ সুযোগ পায়।

### চিকিৎসাবিদ্যা :—

শিক্ষাদানৰ পিছতে শুশ্ৰূষাবৃত্তি, তাৰ লগতে ধাত্ৰীবিদ্যা আৰু চিকিৎসা শাস্ত্ৰৰ কলাকৌশলৰ স্থান। এই ক্ষেত্ৰত মানুহক আৰু বেছি সহায় আগবঢ়োৱাৰ আৱশ্যকতা আছে। ১৯৫৭ চনত বেঙ্কত ৰাষ্ট্ৰসংঘৰ অধিবেশনত "জনজীৱনত তিৰোতাৰ অংশগ্ৰহণ" শীৰ্ষক আলোচনাত, এচিয়াৰ তিৰোতাসকলে এই বিষয়ে দীঘলীয়াকৈ আলোচনা কৰিছিল। তাত আনুষ্ঠানিকভাবে গ্ৰহণ কৰা সিদ্ধান্ত বোৰৰ ভিতৰত এটা হল:

"ডাক্তৰ, শুশ্ৰূষাকাৰিণী, তেওঁলোকৰ সহায়ক, চিকিৎসাৰ লগত জড়িত থকা সমাজ-কৰ্মী, শিক্ষাপ্ৰাপ্তা ধাত্ৰীৰ অত্যন্ত অভাৱ আৰু তাৰ লগতে দেশৰ প্ৰচলিত পদ্ধতিত শিশুৰ জন্মৰ সময়ত সহায়কাৰী সকলৰ শিক্ষাদান, এই দুটা বিষয়ৰ প্ৰতি চৰকাৰ, স্ব-প্ৰণোদিত সংগঠন, আৰু সাধাৰণ নাগৰিকৰ দৃষ্টি অবিলম্বে আকৰ্ষণ কৰা আৱশ্যক। উপযুক্ত পৰিমাণে বৃত্তিমূলক শিক্ষাদানৰ উপৰিও, নাগৰিকৰ দায়িত্ব, জনসেৱাৰ প্ৰতি আগ্ৰহ আৰু যি অঞ্চলৰ মানুহৰ লগত স্বাস্থ্য আৰু সমাজকৰ্মীসকলে কাম কৰিব তেওঁলোকৰ লগত আবেগ বা অনুভূতিগত মিল অনাৰ ওপৰতও মনযোগ দিব লাগিব।

"জনস্বাস্থ্য আৰু সমাজ-কৰ্মীসকলৰ ঘৰৰ সমস্যা, কাম কৰাৰ সুযোগ-সুবিধা, বেতন আৰু সমাজত তেওঁলোকৰ মৰ্য্যাদা, এইবোৰ সম্বন্ধেও চিন্তা কৰিব লাগিব।"[২]

### খেতিবাতিৰ বা পামৰ কাম :—

মুঠতে কবলৈ হলে পৃথিৱীৰ প্ৰায় শতকৰা ৮০ জন মানুহ গাৱঁত বাস কৰে। খেতিৰ কামৰ ক্ষেত্ৰত তিৰোতাই সদায় এজনী মূল্যবান কৰ্মীস্বৰূপে কাম কৰি আহিছে। মানুহে তেওঁলোকক যুগোশ্লাভিয়াৰ ঘেঁহুৰ পথাৰত, লাইবেৰীয়াৰ ৰবৰৰ খেতিত, ব্ৰাজিলৰ কফি ৰোৱা পাহাৰবোৰত, জাপানৰ ধাননি পথাৰত,



আৰু ইংলণ্ডৰ 'হপ' লতাৰ (সুগন্ধৰ বাবে ব্যৱহাৰ কৰা হয়) পথাৰত কাম কৰি থকা দেখি আহিছে। পৃথিৱীৰ সকলো ঠাইতে, পুৰণি কালৰে পৰা পুৰুষৰ লগত তিৰোতাই গুটি সিঁচিছে, কোৰ মাৰিছে, পথাৰৰ পৰা শস্য কাটি নিছে; যদিও অতি সামান্যই আৰ্জিছে, শ্ৰান্ত হৈ পৰিছে তথাপি যথেষ্ট টান পৰিশ্ৰম কৰিছে।

এতিয়া তেওঁলোকৰ সন্মুখত বিপদৰ লক্ষণ দেখা দিছে। মাটি চহোৱা, শস্যৰ ওপৰত চকু ৰখা, শস্য-সংগ্ৰহ কৰা, সকলো নতুন পদ্ধতিৰ দ্বাৰা কৰা হব ধৰিছে; আৰু তাৰ দ্বাৰা প্ৰতি একৰত শস্য বেছি পৰিমাণে জন্মিছে আৰু বেছি খাদ্য পোৱা গৈছে। যন্ত্ৰৰ সহায়েৰে, পিঠিৰ বিষ তোলা সীমাহীন পৰিশ্ৰমৰ পৰিমাণ ক্ৰমে কম হৈ আহিছে। আজি পথাৰত যিমান কৰ্মী আৱশ্যক হয় আৰু কুৰি বছৰ পিছত তাৰ আধাতকৈও কম কৰ্মীৰহে আৱশ্যক হব।

ই যে কেৱল ৰাষ্ট্ৰবোৰৰ সন্মুখতহে সমস্যাৰূপে দেখা দিছে তেনে নহয়, স্থানীয় সমাজবোৰৰ সন্মুখতও এই সমস্যা দেখা দিছে। যি সকল আগধৰি চিন্তা কৰে আৰু পৰিকল্পনা কৰে, তেওঁলোকে যিসকল লৰা ছোৱালীয়ে ভৱিষ্যতে খেতি পথাৰত কাম কৰিলেহেঁতেন, তেওঁলোকক বৃত্তিগত শিক্ষা দিয়াৰ ব্যৱস্থা কৰি আছে। নাৰী-সংগঠনবোৰে এই প্ৰশ্নটো ভাবি চালে ভাল হয় যে "যেতিয়া ক্ৰমে খেতিপথাৰত ব্যৱহাৰ কৰা মেচিনৰ সংখ্যা আহিব, তেতিয়া অৰ্থাৎ কেবছৰমান পিছত, আমাৰ তিৰোতা সকলে কি কৰিব? ব্যৱসায়ৰ ভেটিত টিনত খাদ্য সংৰক্ষণ আৰু তেনে ধৰণৰ আন ব্যৱসায়ত এই প্ৰশ্নৰ কিছু উত্তৰ পোৱা যাব। আৰু বেছিসংখ্যক তিৰোতাই এই ধৰণৰ শিল্পত যোগ দিব পাৰে। যেনে— তেল নিষ্কাশন, পানীয় (মদ) তৈয়াৰী, গুৰ তৈয়াৰী, পাটৰ সূতাৰ আৰু কাপোৰৰ শিল্প—অৰ্থাৎ যিবোৰ শিল্প সম্বন্ধে তেওঁলোকৰ আগৰে পৰা অভিজ্ঞতা আছে। কিন্তু যদি এইদৰে জীৱিকাৰ ক্ষেত্ৰ পৰিবৰ্ত্তন কৰিব লাগে—তেন্তে তাৰ বাবে শিক্ষা দিয়াৰ ব্যৱস্থা, পৰিকল্পনা আৰু প্ৰস্তুতি সোনকালে আৰম্ভ কৰা আৱশ্যক।

### গ্ৰাম্য-অঞ্চলত কাম :—

যিসকলে গ্ৰাম্য-অঞ্চলত জনসেৱাৰ কাম কৰে তেওঁলোকৰ সম্বন্ধে কি কোৱা যায়? কুমাৰী কথ উডম্মলৰ বক্তব্য হল:

"সমাজত যি ৰক্ষণশীলতা দেখা যায়, তাৰ ফলতেই আমাৰ পৰিচিত সমস্যাই

দেখা দিয়ে, অর্থাৎ এনে উৎসাহী তিৰোতা কৰ্ম্মীৰ বৰ অভাব যি সকলে গ্ৰাম্য পৰিবেশত কাম কৰিবলৈ ইচ্ছুক, আন কি স্বাস্থ্যৰক্ষাৰ ক্ষেত্ৰতো। সকলো কৰ্ম্মীয়েই বিশেষকৈ অবিবাহিতা সকলে, কম বা বেচি পৰিমাণে এনেধৰণৰ অসুবিধাবোৰৰ সন্মুখীন হয়,—থকা সম্বন্ধে, সামাজিক পৰিবেশে বিৰোধিতা কৰা কাৰণে ইত্যাদি····। সামাজিক পৰিবেশৰ এটি পৰিবৰ্ত্তন অনা অত্যাবশ্যকীয়।”৩

কেৱল বাস্তৱ সুখ-সুবিধাই একমাত্ৰ প্ৰশ্ন নহয়। বিৰক্তি হল আৰু এটা ডাঙৰ কাৰণ, যাৰ কাৰণে শক্তিপূৰ্ণ, তৎপৰ, কমবয়সীয়া মানুহে গ্ৰাম্য পৰিবেশত কাম লব নোখোজে। মধ্য-পূৰ্বৰ এটি ছোৱালী কলেজৰ এগৰাকী অধ্যক্ষই কয়ঃ

“আমাৰ ছোৱালীবোৰে এনেধৰণৰ কাম ভাল পোৱা উচিত, যিবোৰৰ দ্বাৰা দেশক সৰ্ব্বোত্তম উপায়েৰে সহায় কৰা যায়—তেনে কাম গাৱঁতহে হব। কিন্তু আজৰি সময়ত তেওঁলোকে কি কৰিব? যেতিয়া তেওঁলোকে বাস্তৱিকতে কাম কৰি নেথাকে তেতিয়া কি কৰিব? শিক্ষিতা ছোৱালী বা শিক্ষিত লৰাক গাৱঁত ভালদৰে কাম কৰিবলৈ পঠিওৱাৰ আগতে আমি এই সমস্যাৰ সমাধান কৰিব লাগিব।”৪

### আন আন কৰ্ম্মক্ষেত্ৰ ঃ—

অন্যান্য যিবোৰ ক্ষেত্ৰত তিৰোতাসকলৰ দক্ষতাৰ পৰিচয় স্পষ্ট সেইবোৰ হল —কেৰানীৰ কাম, সেৱাৰ লগত জড়িত কাম, শিল্প আৰু বিক্ৰীৰ কাম।

বেহা-বেপাৰও এনে এটা ক্ষেত্ৰ, যত কিছুমান অঞ্চলত হেজাৰ-হেজাৰ তিৰোতাই নিজৰ উপাৰ্জন নিজে উলিয়াই আছে, যেনে পশ্চিম আফ্ৰিকা। তাত হাট-বজাৰবোৰ প্ৰধানতঃ তিৰোতাবেই জগত।

ডানিয়েল এফ্ মেক্‌কলে এইদৰে লিখিছে ঃ—“বজাৰখন প্ৰধানতঃ তিৰোতাবেই জগত; ই তেওঁলোকৰ ক্লাব বা মিলনক্ষেত্ৰও, আৰু টকা উপাৰ্জনৰ ঠাইও। তেওঁ দিনটোৰ অধিকাংশ সময়তে এখন মেজ বা বেচিবলৈ অনা বস্তুৰ পাচিৰ ওচৰত বহি বান্ধবীৰ চুলিৰ বেণী গুথি থাকে বা নিজৰ বেণী গোথায়, আৰু তাৰ লগে লগে বস্তুও বেচি থাকে। এজনী তিৰোতাই খেতি পথাৰত কাম কৰাতকৈ বজাৰত বস্তুবাহানি বেচাৰ কাম হে বাছি লব, যদি তেওঁৰ বাছি লোৱাৰ স্বাধীনতা থাকে; কাৰণ ই বহুত সহজ আৰু তাত মানুহৰ সাহচৰ্য্য পোৱা যায়।



“ব্যৱসায়ত লিপ্ত থকা তিৰোতাৰ সংখ্যা ক্ৰমে বাঢ়িব ধৰিছে। পুৰণি দিনত অধিকাংশ মানুহেই খেতিয়ক আছিল—আৰু তেওঁলোকৰ পত্নীসকলেও পথাৰত কাম কৰিছিল। তেওঁলোক জীয়াই থকাৰ কাৰণে যিসকল বস্তুৰ আৱশ্যকতা হৈছিল—তাৰ প্ৰায় সকলোবোৰকেই তেওঁলোকে একেলগ হৈ ওপজাইছিল। আজিৰ দিনত পুৰুষে বিবাহ-ব্যৱস্থাৰ এটি অঙ্গ হিচাবে নিজৰ পত্নী বা পত্নী-সকলক কিছু টকা দিয়ে, আৰু পত্নীয়ে সেই টকাৰে ব্যৱসায় কৰি তাৰ পৰা পোৱা লাভৰ দ্বাৰা নিজৰ ভৰণ-পোষণ উলিয়াব পাৰিব আশা কৰা হয়।”৫

এই সকলোবোৰ বহল ব্যৱস্থাত, পৰিকল্পনাৰ যথেষ্ট ঠাই আছে। নতুন উন্নতিৰ ফলত নতুন নতুন সুযোগ ওলায়। কলাকৌশলৰ উন্নতিৰ ফলত প্ৰচণ্ড পৰিবৰ্ত্তন দেখা গৈছে। আশা কৰা যায় যে অহা কেইটা দশকমানৰ ভিতৰত, আমি ভৱিষ্যৎবাণী কৰিব পৰাতকৈও দ্ৰুতবেগেৰে পৰিবৰ্ত্তন আহিব, সি নিশ্চয়।

**বেতনাদি ঃ—**

পাৰিশ্ৰমিক আৰু সুবিধাৰ ক্ষেত্ৰতও পৰিবৰ্ত্তন আহিব ধৰিছে। সাধাৰণ ভাবে কবলৈ হলে পুৰুষসকলে তেওঁলোকৰ কামৰ পৰা যিমানখিনি উপাৰ্জন কৰে, তিৰোতাসকলে তিমানখিনি পাৰিশ্ৰমিক নাপায়। ইয়াৰ আংশিক কাৰণ হল, ঐতিহ্য বা প্ৰচলিত প্ৰথা, আন এটা আংশিক কাৰণ হল যে মানুহে ধৰি লয় যে তিৰোতাসকলে বাহিৰত কাম কৰিলেও ঘৰৰ কামৰ প্ৰতিহে তেওঁলোকৰ আসক্তি; গতিকে মানুহে ভাবে যে তেওঁলোকে দেহা-মন সঁপি কাম নকৰে। বহুত সময়তে তিৰোতাই পুৰুষতকৈ শিক্ষাৰ ক্ষেত্ৰত পিছপৰি থকা কাৰণে তেওঁলোকে কম-বেতনযুক্ত কামৰ লগতহে যুক্ত হৈ আছে।

যিয়ে নহওক, ক্ৰমে এই সকলো বস্তু পৰিবৰ্ত্তিত হৈ আহিব ধৰিছে। সম্প্ৰতি, বেতন-চুক্তি আদিৰ ভিতৰত এতিয়া নাৰী-পুৰুষৰ সমান বেতন দিয়াৰ ব্যৱস্থা অন্তৰ্গত কৰা হৈছে, আৰু ক্ৰমে তেনে চুক্তিৰ সংখ্যা বাঢ়ি আহিছে; জাতীয় শ্ৰম-আইনবোৰে এতিয়া তিৰোতাৰ অধিকাৰ মানি লৈছে; আন্তৰ্জাতিক শ্ৰম-সংস্থাই এতিয়া সেই প্ৰথা দূৰ কৰিবলৈ চেষ্টা কৰিব ধৰিছে যাৰ দ্বাৰা পাৰিশ্ৰমিকৰ ক্ষেত্ৰত পুৰুষ আৰু তিৰোতাক বিভিন্ন চকুৰে চোৱা হয়। যিসকল দেশে প্ৰথমতে পুৰুষ আৰু তিৰোতাক সমান পাৰিশ্ৰমিক দিয়াৰ ব্যৱস্থা কৰে, সেই দেশবোৰ হল—অষ্ট্ৰিয়া, বেলজিয়াম, ডোমিনীয় গণতন্ত্ৰ, ফ্ৰান্স, মেক্সিকো আৰু যুগোশ্লাভিয়া। ফ্ৰান্সে ১৯৪৫ চনত পুৰুষ আৰু নাৰীৰ নিম্নতম

পাৰিশ্ৰমিকৰ সীমা বান্ধি দিয়ে, আৰু তাৰ পিছৰ বছৰত 'সমান কামৰ বাবে সমান পাৰিশ্ৰমিক' এই নীতি গ্ৰহণ কৰে।

সোভিয়েত ৰাচিয়াকে আদি কৰি আঠত্ৰিশখন দেশে আন্তৰ্জাতিক শ্ৰম-সংস্থাৰ 'সমান কামৰ বাবে সমান পাৰিশ্ৰমিক' দিয়াৰ চুক্তিত স্বাক্ষৰ দিছে। চিঙ্গাপুৰৰ তিৰোতাসকলক সমান পাৰিশ্ৰমিক দিবলৈ আৰম্ভ কৰা হয় ১৯৬২ চনৰ পৰা। বৃটেনে এই নীতি চৰকাৰী চাকৰিয়াল, শিক্ষিকা আৰু অন্যান্য কিছুমান ব্যৱসায়ৰ ক্ষেত্ৰত গ্ৰহণ কৰিছে। আৰু যুক্তৰাজ্যৰ দৃঢ়চেতা নাৰীসকলে, এই নীতিক অন্যান্য কামৰ ক্ষেত্ৰতো গ্ৰহণ কৰাৰ কাৰণে হেঁচা দি আছে। ব্ৰহ্মদেশত পুৰণি ৰজাসকলৰ দিনৰে পৰা এই নীতি গ্ৰহণ কৰা হৈছে যে তিৰোতাই পুৰুষৰ সমান কাম কৰিলে পুৰুষৰ সমান পাৰিশ্ৰমিক পাব ; কিন্তু যুক্তৰাষ্ট্ৰত পঞ্চাশখন ৰাজ্যৰ ভিতৰত কেৱল যোলখন ৰাজ্যতহে আইন কৰা হৈছে যে তিৰোতাই পুৰুষৰ সমান পাৰিশ্ৰমিক পাব। কমনীয় ব্ৰহ্মদেশীয় তিৰোতাসকলে তেওঁলোকৰ চিকচিকীয়া কলাচুলিত ধুনীয়া ফুল গুজিলৈ জীৱনৰ সকলো ক্ষেত্ৰতে কাম কৰিবলৈ উৎসাহেৰে সৈতে আগবাঢ়ি আহিছে। বহুতদিন আগৰে পৰা তেওঁলোকে ব্যৱসায়, শিল্প, নানা বৃত্তি, কূটনৈতিক বিভাগ আদিত ব্ৰহ্মদেশৰ সকলো বিভাগতে দায়িত্বপূৰ্ণ পদ গ্ৰহণ কৰি আহিছে।

নিয়োগকাৰীসকলে বহুত সময়তে আপত্তি জনায় যে, দীৰ্ঘদিনৰ পৰিপ্ৰেক্ষিতত ভাবি চালে তিৰোতাসকলক পুৰুষতকৈ বেছি পাৰিশ্ৰমিক দিয়া পৰে। বহুত সময়তে বিয়াৰ পিছত তিৰোতাৰ কৰ্মজীৱনৰ ওৰ পৰে আৰু তাৰ লগতে তেওঁৰ শিক্ষা আৰু অভিজ্ঞতাৰ মূল্য নোহোৱা হয় অৰ্থাৎ কামত নেলাগে। আৰু যদি তেওঁ কাম কৰি থাকেও, তেওঁৰ নিয়োগকাৰীয়ে তেওঁক কেবামাহও ধৰি সন্তান-সম্ভাৱনাৰ সময়ত পাৰিশ্ৰমিক দি থাকিব লাগে, যদিও সেইসময়ত তেওঁৰ অফিচে তেওঁৰ পৰা কোনো কাম নাপায়। তিৰোতাই পুৰুষৰ সমান পাৰিশ্ৰমিক দাবী কৰাৰ ফলত বহুত ক্ষেত্ৰত তেওঁলোকে কাম নাপায়। কেতিয়াবা কোনো কোনো কাম তিৰোতাক দিয়াৰ সম্ভাৱনা থাকিলেও এই কাৰণতে পুৰুষক দিয়া হয়।

অন্যপক্ষই আকৌ 'শোষণ' বুলি চিঞৰি উঠে। "বহুত নিয়োগকাৰীয়ে পুৰুষকৰ্মীক কামৰ পৰা আঁতৰাই তিৰোতা কৰ্মী নিয়োগ কৰে, কাৰণ তেওঁলোকক একে কামৰ বাবে কম পাৰিশ্ৰমিক দিলেই হয়", 'নেচনেল ইউনিয়ন অব প্লান্টেচন ওৱৰ্কাৰ্চ' নামৰ কৰ্মীসংঘই ওপৰত কোৱা কথাষাৰ কৈ দোষাৰোপ কৰে।



অলপ দিনৰ আগতে মালয়েছিয়াৰ বাতৰি কাকতত তাৰ শ্ৰমমন্ত্ৰীৰ দপ্তৰৰ এজন বিষয়াই বিবৃতি দিছে, "মালয়ৰ বহুতবোৰ শিল্পতেই তিৰোতাসকলে নিজকে ইমান ভাল কৰ্মী বুলি প্ৰমাণ কৰিছে যে কৰ্তৃপক্ষই বহুত ক্ষেত্ৰত পুৰুষ কৰ্মীতকৈ নাৰী কৰ্মী নিয়োগ কৰাৰহে পক্ষপাতী যেন লাগে···। আনকি যিসকল কামত তেওঁলোকক পুৰুষৰ অনুপাতে কম পাৰিশ্ৰমিক দিয়া হয় তেনেস্থলতো তেওঁলোকে বেছি পৰিশ্ৰম কৰি পুৰুষতকৈ বেছি আৰ্জে।"

## সামাজিক নিৰাপত্তা :—

সামাজিক নিৰাপত্তাৰ ধাৰণা,—জনসাধাৰণৰ স্বাস্থ্যৰক্ষাৰ আঁচনি বা তেনে ধৰণৰ আন আঁচনি আজি মানুহে গ্ৰহণ কৰিবলৈ আৰম্ভ কৰাৰ প্ৰায় আশী বছৰ হল। সামাজিক নিৰাপত্তা সম্বন্ধে প্ৰথম আইন গ্ৰহণ কৰা হয় ১৮৮৩ চনত জাৰ্মানীত। যোৱা কুৰি বছৰৰ ভিতৰত পৃথিৱীৰ সকলো অংশতে আৰু লাখ লাখ মানুহৰ কাৰণে সামাজিক নিৰাপত্তাৰ আঁচনি অতি দ্ৰুতগতিত গ্ৰহণ কৰা হৈছে। সাধাৰণতে পাঁচ ৰকমৰ ব্যৱস্থা গ্ৰহণ কৰা হয় মানুহৰ সুখ-সুবিধাৰ কাৰণে :

১। বাৰ্দ্ধক্য, মৃতজনৰ আশ্ৰিত আৰু অক্ষমতাৰ বীমা।
২। স্বাস্থ্যৰক্ষা আৰু মাতৃত্বৰ সময়ত যত্ন।
৩। শ্ৰমিকৰ ক্ষতিপূৰণ ( কামৰ ফলত যিসকল দৈহিক আঘাত হয় )।
৪। কৰ্মহীনৰ বীমা।
৫। পৰিয়ালৰ ভাতা।

জনস্বাস্থ্য আৰু মাতৃত্ব সম্পৰ্কীয় আঁচনিবোৰৰ প্ৰতি তিৰোতাসকলৰ বেছি আকৰ্ষণ থকাৰ সম্ভাৱনা। এই সকলৰ আঁচনি আইনসভাৰ আগত বাৰে বাৰে ডাঙি ধৰাৰ কাৰণে আৰু এই সকল আঁচনিৰ আৱশ্যকতা সম্পৰ্কে জনমত সৃষ্টি কৰাৰ কাৰণে হেজাৰ হেজাৰ তিৰোতাই নিজে যাচি শক্তি আৰু সময় খৰচ কৰিছে। ১৯৫৫ চনলৈকে ৪৫ খন দেশে এনেকুৱা আঁচনিবোৰ হাতত লৈছে। ইয়াৰ ভিতৰত ইটালী, স্পেইন, তুৰস্ক, ফৰমোচা, অষ্ট্ৰেলিয়া, ভাৰত, নিকাৰাগুৱা আৰু পেৰুও আছিল।

গ্ৰেট বৃটেনত জাতীয় জনস্বাস্থ্য-সেৱা-বিভাগে ( অন্যান্য বহুত দেশে ইয়াৰ পৰা বহুত শিকিছে আৰু নিজৰ দেশত এনে আঁচনি গ্ৰহণ কৰিছে ) সৰ্বসাধাৰণৰ

স্বাস্থ্যৰক্ষাৰ কাৰণে দ্রুতগতিত নানা ব্যৱস্থা অবলম্বন কৰিছে। বুলগেৰিয়া, চিলি, ইকুৱেডৰ, আয়ৰ্লেণ্ড, জাপান, আৰু লাক্সেমবাৰ্গত চিকিৎসাদিৰ সুবিধা কেৱল শ্ৰমিকসকলকে যোৱা কেইবছৰৰ ভিতৰত দিয়া হোৱা নাই, তেওঁলোকৰ পৰিয়ালবোৰকো এই সুবিধা দিয়া হৈছে।

চৰকাৰৰ যি সকল আৰ্থিক সহায়ৰ দ্বাৰা পত্নী আৰু মাকসকলে উপকাৰ পায় তাৰে ভিতৰত এবিধ হল পৰিয়ালৰ ভাতা বা সাহায্যৰ আঁচনি। বৃটিছ কমন-ওৱেলথৰ অধিকাংশ ঠাইতে আৰু স্কান্দিনেভিয়াৰ দেশবোৰত এটি নিৰ্দ্দিষ্ট সংখ্যাৰ সন্তান-সন্ততি থকা পৰিয়ালবোৰে এনেকুৱা ভাতা বা সাহায্য পায়। ডেনমাৰ্ক আৰু দক্ষিণ আফ্ৰিকাত কেৱল কম উপাৰ্জনৰ পৰিবাৰবোৰক দিয়া হয়। অন্যান্য বেছিভাগ দেশতে পৰিবাৰৰ ভাতাবোৰ নিয়োগকাৰীবোৰে দিয়ে, চৰকাৰে নিদিয়ে আৰু পাৰিশ্ৰমিকৰ লগত ওপৰঞ্চিৰ নিচিনাকৈ দিয়া হয়।

কিছুমানে চিন্তিত হয় এই কথা ভাবি যে এই ধৰণৰ সাহায্যৰ দ্বাৰা মানুহক ডাঙৰ পৰিয়াল তুলিবলৈ উৎসাহ দিয়া হয়, আৰু তাৰ দ্বাৰা অন্যায় হয়। আন পক্ষই কয় যে যি পৰিমাণে সাহায্য দিয়া হয় তাৰ দ্বাৰা পৰিবাৰৰ আকাৰ ডাঙৰ কৰিবলৈ উৎসাহ দিয়া নাযায়, কিন্তু তাৰ দ্বাৰা শিশু উপজিলে পোহপাল দিয়া সহজ হয় আৰু কষ্ট লাঘব হয়।

১৯৫৯ চনত বোগোটাত ৰাষ্ট্ৰসংঘৰ এখন আলোচনাত এটি মনোগ্ৰাহী পৰামৰ্শ দিয়া হয়—যে পৰিয়ালৰ ভাতাবোৰ, যেতিয়া শিশুৱে স্কুললৈ যাবলৈ আৰম্ভ কৰে তেতিয়াহে দিয়া উচিত, তাৰ ফলত পিতৃমাতৃয়ে শিশুক ঘৰুৱা কামত লগাই নাৰাখি তেওঁলোকক শিক্ষা দিয়াৰ কাৰণে উৎসাহিত হব। ৰিও-ডি-জেনিৰো নগৰৰ মেয়ৰে এই পথেৰে পৰীক্ষা আৰম্ভ কৰিছেই, আৰু তেওঁৰ বিশ্বাস যে ই সঁচাকৈয়ে ফলদায়ক।

শিল্পোন্নত দেশবোৰত যি সকল উপায় অবলম্বন কৰাত সুফল পোৱা গৈছে সেইবোৰ যে অন্যান্য দেশৰ কাৰণেও উপযুক্ত হব তেনে নহয়। এখন দেশে কৰ্মহীন বা বেকাৰ মানুহক সাহায্য দি বহুত টকা খৰচ কৰাতকৈ, যদি দেশখনে সকলো মানুহেই যেন কাম পায় তাৰ ব্যৱস্থা কৰাৰ প্ৰতি মনোযোগ দিয়ে তেনেহলেহে বহুত বেছি সংখ্যক মানুহে উপকাৰ পাব। কোনো এটা জাতিয়ে নতুনকৈ গঢ়ি উঠিব ধৰা সময়ত এই ধৰণৰ সাহায্যদানৰ আঁচনি গ্ৰহণ কৰিলেই এটি কষ্টকৰ বিলাসৰ নিচিনাহে হব যিটো কৰা সেই জাতিৰ পক্ষে সম্ভৱ নহব।



এটা নিৰ্দ্দিষ্ট বয়সত মানুহক কৰ্মজীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰোৱা আৰু অৱশিষ্ট জীৱন কালত বৃত্তি দি থকা সম্বন্ধেও সাৱধানতাৰ সৈতে ভাবি চোৱা উচিত। যুক্তৰাষ্ট্ৰ আৰু অন্যান্য দেশত এই ব্যৱস্থা অবলম্বন কৰা হৈছিল যি সময়ত চাকৰিৰ সংখ্যা বৰ কম আছিল ; বয়স্ক মানুহক পদবোৰৰ ওপৰৰ ফালৰ পৰা গুচাই দিয়া হৈছিল যাতে, ক্ৰমে তলৰ ফালৰ পৰা আন কৰ্মীসকলে ওপৰৰ ফালে যাব পাৰে। কিন্তু যি স্থলত সকলো মানুহৰ কাৰণেই কাম থাকে তেনে ক্ষেত্ৰত ইয়াৰ দ্বাৰা প্ৰতিভাৰ অপচয় হব পাৰে। কিছুমান দেশৰ কাৰণে এনে এটা ব্যৱস্থা কৰিলে ইয়াতকৈ ভাল হব পাৰে, যত বয়সস্থ মানুহক ক্ৰমে এনে ধৰণৰ দায়িত্ব দিয়া হব যত তেওঁলোকে ধীৰে-সুস্থে কাম কৰিলেও হব, আৰু কামৰ হেঁচা বৰ বেচি নাথাকিব। এই ব্যৱস্থাৰ দ্বাৰা তেওঁলোকৰ শক্তি ক্ৰমে কমি আহিলেও তেওঁলোকৰ শিক্ষা আৰু অভিজ্ঞতাক কামত লগোৱা যাব।

**পৰবৰ্ত্তী শিল্প-বিপ্লৱ :**

যি সকল দেশে তেওঁলোকৰ শিল্পবোৰ এতিয়া নতুনকৈ গঢ়ি তুলিব ধৰিছে তেওঁলোকে এটা সুবিধা পাইছে ; তেওঁলোকতকৈ আগৰে পৰা যিসকল দেশে শিল্প গঢ়ি তুলিছে তেওঁলোকৰ ভুল-ভ্ৰান্তিবোৰ এৰাই যাব পাৰিছে। এইদৰে তেওঁলোকে, শিল্পোন্নত দেশৰ অৰ্থনৈতিক ব্যৱস্থাত যিসকল ডাঙৰ বাধা বিপত্তি আহিব পাৰে, তাৰ পৰা নিজ দেশৰ অধিবাসীসকলক আৰম্ভণিৰে পৰা ৰক্ষা কৰিব পাৰে।

এইবোৰৰ ভিতৰত এটা অমঙ্গলজনক ব্যৱস্থা হল কমবয়সীয়া লৰাছোৱালীৰ দ্বাৰা শ্ৰমৰ কাম কৰোৱা। নানা জাতিৰ মাজত এই অশুভ প্ৰথা এতিয়াও বিয়পি আছে। এতিয়াও দেখা যায় যে সৰু লৰাছোৱালীবোৰ চেঁচা আন্ধাৰ ঘৰৰ ভিতৰত কাঠৰ ছটাৰ ওপৰত কুঁজা হৈ বহি ধুনীয়া হাতে-বোৱা কম্বল বৈ আছে, বা বেজিৰে ফুল তুলিছে। আন কিছুমানে বা বহুত সময় ধৰি থিয় হৈ মিশ্ৰি বা মিঠাই কাগজেৰে টোপোলা বান্ধি আছে, বা কফিৰ গুটি বাছিছে বা তেনে ধৰণৰ আন বন্ধাধৰা বিধৰ কাম কৰি আছে। বহুত পৰিয়ালৰ অৰ্থনৈতিক মান ইমান তল খাপৰ যে প্ৰায় উপবাস কৰাৰ নিচিনা অৱস্থা, এই অৱস্থাত এই সৰু লৰাছোৱালীবোৰে যিকেইটা মুদ্ৰা আৰ্জে পৰিয়ালটোক জীয়াই থকাৰ কাৰণে তাৰ দ্বাৰাই ভালেখিনি সহায় কৰা হয়। কিন্তু এই দৰে কষ্ট কৰি কাম কৰাৰ ফলত পৰবৰ্ত্তী বংশধৰ সকলৰ মাৰাত্মক ক্ষতি হয়।

শ্ৰম সম্বন্ধে আধুনিক মান বান্ধি দিয়াৰ কাৰণে আন্তৰ্জাতিক শ্ৰম-সংস্থাই বহুত কাম কৰিছে। অৱশ্যে আইন বান্ধি দিয়া এটা কাম; আৰু সেই আইন অনুসৰি কাম কৰা আন এটা। এই ক্ষেত্ৰত জনমতে উল্লেখযোগ্য অংশ লব পাৰে। জনসাধাৰণে এই অনাৱশ্যকীয় অশুভ ব্যৱস্থাবোৰ কৰাৰ কাৰণে সহায় কৰিব পাৰে। চকু আৰু কাণ খোলা ৰাখিলে আৰু জনমতৰ হেঁচা থাকিলে, আইনবোৰ পালন কৰা হৈছে নে নাই তাক ভালকৈয়ে লক্ষ্য কৰা যায়।

কামৰ অন্যান্য ক্ষেত্ৰতো জনসাধাৰণে মনোযোগেৰে সৈতে দৃষ্টি ৰাখিব পাৰে, বিশেষকৈ তিৰোতাসকলে; কাৰণ আজিকালি তেওঁলোকে ক্ৰমে বেছি সংখ্যাত কাৰখানাত কাম লব ধৰিছে। তেওঁলোকে যিবোৰ বিষয়ৰ ওপৰত লক্ষ্য ৰাখিব পাৰে সেইবোৰৰ ভিতৰত পৰে ঃ

সপ্তাহত কিমান দিন কাম কৰিব লাগে আৰু দিনটোত কিমান সময় কাম কৰিব লাগে।

**নিম্নতম পাৰিশ্ৰমিক ঃ**

কাৰখানাত স্বাস্থ্যৰক্ষা আৰু নিৰাপত্তাৰ ব্যৱস্থা; তাৰ লগতে বিশ্ৰামৰ সময়, কৰ্মীসকলে কেনেধৰণৰ ঠাইত বহিব বা জিৰণি লব পাৰে, উপযুক্ত পৰিমাণে পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ ব্যৱস্থা। মাকসকলৰ কাৰণে আধা-দিন কাম কৰাৰ সুযোগ; অকলশৰীয়া তিৰোতা কৰ্মীসকলৰ কাৰণে উপযুক্ত থকা ঠাইৰ ব্যৱস্থা; কামকৰা মাকসকলৰ শিশুৰ তত্ত্বাবধানৰ ব্যৱস্থা।

যদি কৰ্মী তিৰোতাসকলে তেওঁলোকৰ দাবীবোৰ জনোৱাৰ কাৰণে ঐক্যবদ্ধ নহয়, যদি শিক্ষিতা তিৰোতাসকলে তেওঁলোকৰ শিক্ষা আৰু ক্ষমতাৰ দ্বাৰা তেওঁলোকক সমৰ্থন নকৰে ( উদাহৰণ স্বৰূপে, আৱশ্যকীয় আইন প্ৰণয়ণ কৰাৰ কাৰণে সহায় কৰিব পাৰে ), তেনেহলে, অন্যান্য দেশত তেওঁলোকৰ সমগোত্ৰীয় নাৰী-কৰ্মীসকলৰ আগৰ যুগত যি দুৰ্দশা হৈছিল, নতুনকৈ শিল্পায়ন হব ধৰা দেশবোৰৰ তিৰোতাকৰ্মীসকলেও সেই একে অসুবিধাত পৰিবলগা হব। সেই একে ভুলভ্ৰান্তিবোৰকে দুনাই কৰাৰ কোনো আৱশ্যকতা নাই। সজাগ দৃষ্টি ৰখাৰ আৱশ্যকতাই হ'ল সকলোতকৈ জৰুৰী।

মানুহৰ ইতিহাসৰ অধিকাংশ ঠাইতেই দেখা যায় যে অৰ্থব্যৱস্থাত অভাবে ঠাই জুৰি আছেই। মানুহে যিমান সময় সাৰ পাই থাকে, সকলোখিনি সময়



জীয়াই থকাৰ কাৰণে ব্যয় কৰে। মানুহে ঘৰ সাজিছে, মাটি চহ কৰিছে, কাপোৰ বইছে, খৰি গোটাইছে, পানী কঢ়িয়াইছে। শিল্প-বিপ্লৱৰ সময়লৈকে মানুহৰ জীৱন আছিল কঠোৰ, সীমাহীন পৰিশ্ৰম দ্বাৰা ভৰপূৰ। মানুহে নিজৰ মোমৰ চাকি জুতা নিজহাতে সাজি লব লাগিছিল, সূতা নিজে কাটিব লাগিছিল, শস্য নিজে উৎপাদন কৰিব লাগিছিল, কাঠৰ তক্তা বা ইটাও নিজেই সাজিব লাগিছিল, নিজৰ কাম কৰাৰ সঁজুলিবোৰ নিজে তৈয়াৰ কৰিব লাগিছিল আৰু যন্ত্ৰপাতি নিজেই মেৰামত কৰিব লাগিছিল। সেইদিনত, দৈনিক আৱশ্যকবোৰ গোটোৱা বা তৈয়াৰ কৰাৰ কাৰণে গোটেই দিনটোতে তিৰোতাৰ শ্ৰমৰ আৱশ্যকতা হৈছিল। পৃথিৱীৰ বহুত অঞ্চলতে এই কথা এতিয়াও খাটে। বহুত তিৰোতাই আজিও সূৰ্যোদয়ৰ আগৰ পৰা কাম কৰিবলৈ আৰম্ভ কৰে আৰু আন্ধাৰ হোৱাৰ পিচত শুবলৈ যোৱাৰ আগলৈকে ঘৰ আৰু খেতি-পথাৰ দুয়ো ঠাইতে কাম কৰে।

কিন্তু ক্ৰমে অভাৱ দূৰীভূত হৈ প্ৰাচুৰ্য্য অহাৰ লগে লগে, আৰু যন্ত্ৰৰ ব্যৱহাৰৰ ফলত যিবোৰ কামত পুনৰাবৃত্তি আৱশ্যক হৈছিল সেইবোৰ কৰিব নলগা হোৱাৰ ফলত আৰু পথাৰত পৰিশ্ৰমৰ কাম লাঘৱ হোৱাৰ ফলত, তিৰোতাৰ উত্থান সম্ভৱ হৈছে। দিনৰ পিছত দিন ধৰি, বছৰৰ পিছত বছৰ, ওপজাৰে পৰা অকাল-বৃদ্ধ নোহোৱালৈকে, শস্য গুৰি কৰিবলগীয়া কামৰ পৰা ক্ৰমে অধিকসংখ্যক নাৰীয়ে মুক্তি পাব ধৰিছে।

মানৱৰ মৰ্য্যাদা, মানৱৰ সাম্য মানৱৰ অধিকাৰ, তাৰ লগতে পুৰুষ আৰু নাৰী দুয়োৰে শিক্ষাৰ অধিকাৰ, ইত্যাদি ধাৰণাৰ জন্ম যদিও প্ৰথমতে আমেৰিকা আৰু ফ্ৰান্সৰ বিপ্লৱৰ পৰাই হোৱা, তথাপি এইবোৰে জগতক নতুন বাটেৰে আগুৱাই লৈ যাব ধৰিছে। গণতন্ত্ৰবাদ, সমাজতন্ত্ৰবাদ, আনকি সাম্যবাদেও মানুহৰ মুক্তি আনিবলৈ প্ৰতিজ্ঞা কৰিছে। প্ৰতিজ্ঞা ৰক্ষা হওক বা নওহক, মানুহৰ মনত ধাৰণা দৃঢ়মূল হব ধৰিছে।

"মুক্তি" কথাষাৰৰ বাস্তৱ অৰ্থত পৰে ( কেৱল মতবাদ নহয় ) এজন মানুহৰ নিজৰ ইচ্ছাৰে বাছি লোৱা ঠাইত নিজে বাছি লোৱা কাম কৰিব পৰাৰ সম্ভাৱনা; আৰু উপাৰ্জন কৰাৰ বাস্তৱ সুযোগ; আৰু উপাৰ্জন কম হলেও উপাৰ্জনৰ ফলত পোৱা স্বাধীনতা। ক্ৰমে বছৰবোৰ পাৰ হোৱাৰ লগে লগে তিৰোতা সকল বেছি মুক্ত হৈ আহিব ধৰিছে। তেওঁলোকে ক্ৰমে বেছি সংখ্যাত মানুহৰ

প্ৰায় সকলো ধৰণৰ কৰ্মক্ষেত্ৰতে পুৰুষৰ লগত আগবাঢ়ি আহিছে এই কামবোৰ কৰিবলৈ ঃ—

টকা উপাৰ্জন কৰিবলৈ, যাৰ ফলত তেওঁৰ পৰিয়ালৰ জীৱনযাত্ৰা সহজ হব বা তাৰ মান উন্নত হব।

তেওঁলোকৰ দেশৰ দ্ৰুত পৰিবৰ্ত্তনশীল অৰ্থব্যৱস্থাৰ প্ৰতি অৱদান দিবলৈ।

মানুহে স্বাধীনতা, মৰ্য্যাদা আৰু সমান ব্যৱহাৰৰ মাদকতাৰ সোৱাদ পালে সদায় যি আলোড়ন আৰু স্পন্দন উঠে তাত ভাগ লবলৈ।

---

৮

## এজন মানুহে কিমানখিনি কৰিব পাৰে ?

আমেৰিকাৰ এজন নাম-জ্বলা শিক্ষাবিদ ডঃ জন ডব্লিউ গাৰ্ডেনাৰে লিখিছে ঃ

"মোৰ ধাৰণা এয়ে, যে স্বাধীন আৰু দায়িত্বশীল মানুহবোৰে সুযোগ পালে কামত নিষ্ঠা দেখুৱাই গৰ্বিত অনুভৱ কৰে। মানুহে বিলাসপূৰ্ণ আলস্য উপভোগ কৰাতকৈ, তেওঁলোকৰ যিহৰ ওপৰত বিশ্বাস বা আস্থা থাকে তাৰ কাৰণে টান পৰিশ্ৰম কৰিবলৈও সাজু থাকে।....প্ৰত্যেক স্বাধীন মানুহে, তেওঁৰ কামৰ মাজত বা তেওঁৰ পাৰিবাৰিক জীৱনত তেওঁৰ প্ৰকাশ্য ব্যৱহাৰত, বা তেওঁৰ মনৰ গোপন স্থানত, মনত ৰখা উচিত যে তেওঁ সমাজৰ আদৰ্শবোৰৰ এজন স্ৰষ্টিকাৰী আৰু সেইবোৰৰ ৰক্ষাকাৰীও। এখন স্বাধীন সমাজৰ শক্তি আৰু বলৰ প্ৰতি এজন মানুহে কি দৰে অৱদান দিব পাৰে ? এই প্ৰশ্নটোৰ উত্তৰত কেবাটাও উপযুক্ত উত্তৰ দিয়া যায়। এটা উত্তৰ হল—যি শ্ৰেয় তাকে অনুসৰণ কৰা।....যি মানুহে নিজৰ কাম ভালকৈ কৰে, সি সমগ্ৰ সমাজৰ মান উন্নত কৰাত সহায় কৰে। আৰু যিজন মানুহে নিজৰ কাম লাগবান্ধ নোহোৱাকৈ কৰে সি সমগ্ৰ সমাজৰে কামৰ মান তললৈ নমাই নিয়ে, মানুহজনে যি কামেই নকৰক কিয়, দৰওৱানেই হওক বা শল্য চিকিৎসকেই হওক, বিচাৰপতিয়েই হওক বা যন্ত্ৰশিল্পবিদেই হওক, শিলৰ খোদাই কাম কৰা ওখ বা তল থাপৰ কৰ্মীয়ে হওক, বা কামত ভোজবাজি দেখুৱাব পৰা শিল্পীয়েই হওক, যি মানুহে সাধুভাবে কাম নকৰাৰ সুবিধা গ্ৰহণ কৰিব জানে তেওঁলোকে সকলোৱে ইয়াৰ কাৰণে দায়ী। স্বাধীন সমাজৰ পক্ষে তেওঁলোক দুখদায়ক বোজাৰ নিচিনা।"[১]

আধুনিক জীৱনত নানা জটিলতা থকা স্বত্বেও এতিয়াও ইয়াৰ সকলোতকৈ ডাঙৰ উপাদান হল মানুহৰ নিজৰ প্ৰাণশক্তি বা উদ্দীপনা।

জ্যোতিৰ্বিদক প্ৰশ্ন কৰা হ'ল "যেতিয়া তুমি মহাকাশৰ বিশালতাৰ কথা চিন্তা কৰা, আলোক বছৰৰ দ্বাৰা জোখা দূৰত্বৰ কথা চিন্তা কৰা, যেতিয়া গ্ৰহ আৰু তৰা সম্বন্ধে চিন্তা কৰা, বা মহাকাশৰ অন্যান্য বস্তুবোৰৰ সম্বন্ধে চিন্তা কৰা, সেই সময়ত 'মানুহৰ' কথা কি বুলি ভাবা ?" জ্যোতিৰ্বিদৰ উত্তৰটো চুটি আৰু সৰল আছিল— "মানুহ নিজে হল জ্যোতিৰ্বিদ"—এই বুলি কলে তেওঁ।

মানুহে যেতিয়া মহান আৰু পৃথিৱী বিয়পি যোৱা আদৰ্শবোৰৰ সম্বন্ধে কথা পাতে তেতিয়াও অধিকাংশ মানুহে কেৱল পুৰুষসকলৰ ফালৰ পৰাহে আলোচনা কৰে। কিন্তু এতিয়া আমি চাবলৈ চেষ্টা কৰিম কেনেকৈ তিৰোতাসকলেও সকলো ধৰণৰ বাধাৰ বেৰবোৰ ভাঁতৰাই পেলাবলৈ চেষ্টা কৰিছে—জাতি বা উপদলীয়, জাতীয় ঐতিহ্য বা ভাষা, শ্ৰেণী আৰু বৰ্ণৰ, ধৰ্মৰ আৰু গাৰ বৰণৰ, শিক্ষিত আৰু অশিক্ষিতৰ মাজত পাৰ্থক্য ; নগৰ আৰু গাৱঁৰ, ধনী আৰু দুখীয়াৰ। তিৰোতাসকলে মানৱসমাজৰ অতি গুৰুত্বপূৰ্ণ প্ৰশ্নবোৰৰ সম্বন্ধে চিন্তা কৰিব ধৰিছে। যি সকলে এই প্ৰশ্নবোৰৰ সমিধান বিচাৰিছে তাৰ ভিতৰত কিছুমান হল তথাকথিত "বিশিষ্ট" মানুহ ; কিছুমান বা সম্পূৰ্ণ অপৰিচিত ; কিছুমান শিক্ষিত, কিছুমানে শিক্ষা পোৱা নাই ; কিছুমানে নগৰত বাস কৰে আৰু কোনোবা এটি সংগঠনৰ লগত যুক্ত হৈ কাম কৰে ; কিছুমানে বা নিজে অকলশৰীয়া ভাবে কাম কৰে। যিটো গুণ তেওঁলোক সকলোৰে মাজত আছে, সেইটো হল যে তেওঁলোকে আনৰ কথা চিন্তা কৰে ; সেই কাৰণে তেওঁলোকে কাম কৰে। তেওঁলোকে যিবোৰ কাম কৰিব ধৰিছে তাৰ দ্বাৰাই সমাজৰ 'সুৰ' বান্ধি দিব ধৰিছে ; অৰ্থাৎ অৱস্থাৰ উন্নতি কৰিব ধৰিছে। আমি তেওঁলোক দুই চাৰিজনৰ কথা আলচি চাওঁ ; তাৰ দ্বাৰাই কিছুমান মানুহে কেৱল নিজৰ চেষ্টাৰে যে নানাভাবে নীৰৱে কাম কৰি আছে তাৰ উদাহৰণ দেখিবলৈ পাম।

## তেওঁ কাম কৰিছে তেওঁৰ লেখনীৰ সহায়েৰে ঃ

এলছা আৰানা পেৰুৰ এগৰাকী সাংবাদিক। পৃথিৱীৰ অন্যান্য বহুত ডাঙৰ নগৰৰ নিচিনা পেৰুৰ ৰাজধানী লিমা'তও নগৰৰ চাৰিওপিনে খৰগতিত বাঢ়ি যাব ধৰা অস্বাস্থ্যকৰ ঘন-বসতি অঞ্চল আছে। দুখীয়া 'ইণ্ডিয়ান' বোৰে (ভাৰতীয় নহয়) আৰু পৰ্ব্বতীয়া মানুবোৰে, যিমানে মৰোঁ-জীওঁকৈ কাম-কাজ বিচাৰি বা নতুন ধৰণৰ জীৱন বিচাৰি নগৰৰ জনসংখ্যা বঢ়াইছেহি, তিমানে আলকাতৰাৰ টিনৰ আৰু ভগাছিগা টিনৰ ঘৰৰ সংখ্যা বাঢ়ি আছে, যত তেওঁলোকে আশ্ৰয় লব পাৰে। ইয়াত তেওঁলোকে বহুত মানুহৰ মাজত হেঁচা খাই; লেতেৰা হৈ অৰ্দ্ধভুক্ত অৱস্থাত, এন্দুৰৰ উপদ্ৰৱৰ মাজত দিনপাত কৰে। পানী পোৱাত অসুবিধা ; পোহৰ পাবলৈ নাই ; চাৰিওপিনে অসুস্থতা।

বিষয়াসকলে এইবোৰ বিষয় সম্পৰ্কে আলোচনা কৰাৰ কথা এলছা আৰানাই



শুনিবলৈ পালে, কিন্তু তেওঁ দেখিবলৈ পালে যে অৱস্থাৰ উন্নতি কৰিবলৈ কোনো ব্যৱস্থা হাতত লোৱা নহল। তেওঁ মনতে ভাবিলে—"এইবোৰ কথা মই জনসাধাৰণক শুনাম ; যদি তেওঁলোকক যথেষ্ট পৰিমাণে সজাগ কৰি তুলিব পৰা যায়, তাৰ দ্বাৰাই চৰকাৰে এই বিষয়ে ব্যৱস্থা কৰিবলৈ বাধ্য হব।" তেওঁ যি বাতৰি কাকতৰ লগত যুক্ত আছিল, তাৰ কৰ্মী সকলেও কথাটো সমৰ্থন কৰিলে। তেওঁলোকে কলে যে যদিও ৰাজনীতিবিদসকল ইয়াৰ দ্বাৰা অসন্তুষ্ট হব পাৰে, তথাপি তেওঁলোকে তেওঁৰ কাহিনীবোৰ প্ৰকাশ কৰিব।

এলছাই তেওঁৰ বিষয়টো সম্পৰ্কে ভালকৈ জানি লোৱাৰ আগতে লিখিবলৈ আৰম্ভ কৰা নাছিল। তেওঁ সেইবোৰ মানুহৰ লগত থাকিবলৈ ললে। নগৰৰ জাবৰৰ দমৰ ওপৰত, ভাগি পৰিব খোজা পঁজা এটাত তেওঁ বহুত সপ্তাহ ধৰি থাকিল। তেওঁ শুই থাকোঁতে তেওঁৰ গাৰ ওপৰেৰে এন্দুৰ দৌৰি ফুৰিছিল, তেওঁৰ প্ৰতিবেশীসকলে যেতিয়া এটি মাত্ৰ পানী কলৰ পৰা পানী লবলৈ বহুত সময় ধৰি শাৰী পাতি থিয় দিছিল, তেওঁ তেনেকৈয়ে থিয় হৈছিল। তেওঁ আনৰ লগত কথাবৰ্তৰা পাতিছিল আৰু শুনিছিল ; শিশুৰ জন্ম আৰু মানুহৰ মৃত্যু, এই ধৰণৰ সঙ্কটৰ সময়তো তেওঁ তাত বাস কৰা মানুহসকলক সহায় কৰিছিল। তেওঁ নিজে এই সকলো অনুভৱ কৰি চালে। তাৰ পিছত তেওঁ লিখিবলৈ আৰম্ভ কৰিলে। তেওঁ কেৱল অৱস্থাই বৰ্ণনা নকৰিলে ; তাৰ দ্বাৰা মানুহৰ মনৰ ওপৰত কি প্ৰভাৱ হয় সেই সম্বন্ধেও লিখিলে। তেওঁ বহুত জীৱন্ত কাহিনী লিখিলে আৰু কাগজখনে ইয়াৰ আটাইখিনিকে ছপালে। একেৰাহে এসপ্তাহ, প্ৰত্যেক দিনতে তেওঁলোকে এটি সম্পূৰ্ণ পৃষ্ঠাত ছবিৰে সৈতে, এলছাই যিবোৰ বস্তু দেখিছিল, শিকিছিল বা অনুভৱ কৰিছিল সকলো ছপাইছিল। ইয়াৰ প্ৰভাৱ অতি শক্তিশালী হল। অন্যান্য কাকতেও কাহিনী গোটাই ছপালে ; বেতাৰ যোগেও বাতৰিবোৰ বাহিৰলৈ পঠিয়ালে কিছুমানে। ইস্ৰায়েল আৰু স্পেনে এলছাক সাংবাদিকতাৰ প্ৰতিভাৰ পৰিচয় দিয়া কাৰণে পুৰস্কাৰ গ্ৰহণ কৰিবলৈ মাতি পঠিয়ালে। তেওঁ এই সন্মান গ্ৰহণ কৰিবলৈ গ'ল। ইতিমধ্যে এই কাহিনীবোৰ আকৌ ছপা হল, মানুহে শুনাই পঢ়িলে আৰু বিয়পি যাব ধৰিলে। তাৰ ফল হল ; নগৰত শাসকবৰ্গই বিজুলীচাকি আৰু পানীৰ ভাল ব্যৱস্থা কৰিবলৈ আৰম্ভ কৰিলে। কিন্তু সাধুটোৰ তাতেই ওৰ পৰা নাই। এলছাই তেওঁৰ সম্পাদকসকলৰ সৈতে চেষ্টা কৰিছে যাতে সি শেষ নহয়।

**তেওঁ ঘৰৰ পৰা আঁতৰত থাকিও কাম কৰে ঃ**

নাইজিৰিয়াত, ইলোৰিনৰ পৰা কুৰি মাইল আঁতৰত বাল্লা নামৰ ঠাইত, চালে চকুৰোৱা কাপোৰ পিন্ধি গাৰ্দৰ মুখীয়ালজনে লগত অনুচৰবৰ্গ লৈ আৰ্য়লেণ্ডৰ গোলাপীগালৰ কুমাৰী ক্ৰাউলিক সাদৰ সম্ভাষণ জনাবলৈ আহিল। এজন স্থানীয় কৰ্মচাৰীয়ে গম্ভীৰভাৱে এটি ডাঙৰ ঘণ্টা বজালে, তাৰ ফলত আচৰিত হৈ চকু মেলি থকা শিশুসকলৰ দ্বাৰা বেষ্টিত হৈ পঞ্চাশ বা যাঠি গৰাকী তিৰোতা আহি মুকলি



ঠাইখনত গোট খালে। এজোপা বাওবাব গছৰ তলত এখন মেজ আনি থোৱা হল, অলপ সময়ৰ ভিতৰতে তেওঁলোকে স্বাস্থ্যৰক্ষা সম্বন্ধে সাধাৰণ নিয়মবোৰ শিকাত ব্যস্ত হৈ পৰিল; স্থানীয় যিবোৰ খাদ্য তেওঁলোকে বৈ লৈ গৈছিল সেইবোৰেদি পুষ্টিকৰ আহাৰ তৈয়াৰ কৰাত তেওঁলোক ব্যস্ত হৈ পৰিল, আৰু লগে



লগে কথাবতৰাও চলি থাকিল। কুমাৰী ক্ৰাউলিৰ অভিযানৰ ভিতৰত এই আটাইবোৰ কামেই আছিল—বাচন ধোৱা, কেচুৱাক গা ধুৱোৱা, ঘৰৰ চাৰিওকাষ চাকচিকুণ কৰা, ঘৰৰ বাহিৰত ছাগলী আৰু কুকুৰা ৰখা, লৰাছোৱালীক মাখিৰ পৰা ঢাকি ৰখা, ভাত ৰন্ধা বাচনবোৰ মাটিৰ পৰা ওপৰত থোৱা আদি। তেওঁৰ আয়ৰ্লেণ্ডৰ ঘৰৰ পৰা আঁতৰত থাকি তেওঁ আৰু তেওঁৰ নিচিনা কেবাশ কৰ্মীয়ে খাদ্য আৰু কৃষি সংস্থা ( FAO ) ৰাষ্ট্ৰসংঘৰ ( UNICEF ) আন্তজাৰ্তিক শিশু-সকলৰ আৱশ্যকতা ভঁৰাল, কিছুমান ধৰ্ম প্ৰতিষ্ঠান, আৰু অন্যান্য সংগঠনে মানুহক সহায় কৰি আছে, যাতে তেওঁলোকৰ জীৱনধাৰণৰ মান উন্নত কৰিব পাৰে।[২]

**তেওঁলোকে নীৰৱে কাম কৰে ঃ**

টোকিওৰ এগৰাকী কিমনো-পৰিহিতা মাকে তেওঁৰ পুতেকৰ কাৰণে চিন্তিত হৈ পৰিছিল, পুতেকে চানফ্ৰান্সিস্কোলৈ পঢ়িবলৈ গৈছে। কোনে তেওঁৰ চোৱা-মেলা কৰিব ? লগত মাক নাথাকিলে, পত্নী নাথাকিলে তেওঁৰ আৱশ্যকতাৰ প্ৰতি কোনে দৃষ্টি ৰাখিব—হঠাতে তেওঁ ভাবিলে ঃ যি সকল ছাত্ৰই আমাৰ নিজৰ টোকিও বিশ্ববিদ্যালয়লৈ পঢ়াশুনা কৰিবলৈ আহে তেওঁলোকৰ চোৱামেলা কোনে কৰে ? তেওঁ মানুহক সুধিব ধৰিলে, কিন্তু কোনোৱে তেওঁক সন্তুষ্ট কৰিব নোৱাৰিলে। অন্যান্য যি সকল মাকৰ লৰাছোৱালীয়ে বিদেশত পঢ়াশুনা কৰিছিল, তেওঁলোকক গোট খুৱালে। সপ্তাহৰ পিছত সপ্তাহ, টোকিওত পঢ়া বিদেশী ছাত্ৰসকলৰ ফটা মোজা এই সকল মাকে গোট খাই বিপু কৰি দিয়ে। যদি কোনো ছাত্ৰ অসুস্থ হৈ পৰে, তেওঁলোকে তেওঁৰ খবৰ পায়। তেওঁলোকে সেই ছাত্ৰৰ কাৰণে চাহ লৈ যায়, তেওঁৰ কোঠা পৰিষ্কাৰ কৰি দিয়ে আৰু তেওঁৰ যত্ন লয়। তেওঁলোকে কয়, "আমি আশা কৰোঁ যে অন্যান্য দেশৰ মাক সকলে আমি এওঁলোকৰ যত্ন লোৱাৰ নিচিনাকৈয়ে, আমাৰ লৰাইঁত বিদেশত পঢ়ি থকা কালত তেওঁলোকৰও যত্ন লব। আমি নাজানো যত্ন লোৱা হৈছে নে নাই ; আমি আশা কৰোঁ যে লোৱা হব।"

এই দৰে শান্তভাৱে এই নম্ৰ জাপানী তিৰোতা সকলে এখন বন্ধুত্বপূৰ্ণ জগত গঢ়ি তুলিবলৈ চেষ্টা কৰিছে।

**তেওঁ এজন স্থানীয় কৰ্মচাৰী ঃ**

"আপোনালোকে নিশ্চয় শুনিবলৈ পাইছে যে মই যোৱা বসন্তকালত আলেক্‌জেন্দ্ৰিয়াত ( ঈজিপ্ত ) নিৰ্বাচনৰ প্ৰাৰ্থীস্বৰূপে থিয় হৈছিলোঁ। ই এটা বৰ

আচৰিত অভিজ্ঞতা। আগতে কেতিয়াও মই জনা নাছিলোঁ, যে মই সমাজৰ কাৰণে কি ধৰণৰ সেৱাৰ কাম কৰিছোঁ সেইবিষয়ে জনসাধাৰণে ইমান ভালকৈ জানে। মই ২৪০০০ ভোট পাইছিলোঁ, তিৰোতা সকলৰ মাজত ই সৰ্ব্বোচ্চ সংখ্যা আৰু পুৰুষ সকলৰ মাজত সমগ্ৰ সংযুক্ত আৰব গণতন্ত্ৰত ইয়াৰ স্থান তৃতীয়।"

এই কথাখিনি এখন চিঠিত লিখিছিল আলেকজেন্দ্ৰিয়াৰ সামাজিক বিষয়ৰ প্ৰধান অধিকৰ্ত্তা শ্ৰীমতী জেদ্‌এ, মাৰ্জুকে।[৩] তেওঁৰ পৰিচালনাত তাৰ জনসেৱাৰ পৰিকল্পনা যেন প্ৰায় মৌলিক হৈছে। যদি কোনো পৰিয়াল অভাৱগ্ৰস্ত হয়, আৰু জনসেৱা-বিভাগে তাক গ্ৰহণ কৰে, তেন্তে সমগ্ৰ পৰিয়ালটোৰ যিমান দূৰ সহায় পোৱা সম্ভৱ, তিমানখিনি সহায় পাব। পৰিয়ালটোৰ যিমানবোৰ মানুহকে পৰা যায় বৃত্তিমূলক শিক্ষা দিয়া হব; সকলোৱে সকলো ধৰণৰ চিকিৎসাৰ সুবিধা পাব, যেনে, দাঁত, চকু, আন সকলো বিধৰ। কিন্তু এবছৰ পিছত তেওঁলোকে নিজৰ ওপৰত নিৰ্ভৰশীল হব পাৰিব লাগিব, আৰু তাৰ পিছৰ পৰা নিজেই সকলো ব্যৱস্থা কৰিব পাৰিব লাগিব। শ্ৰীমতী মাৰ্জুকে এইদৰে তাঁৰ ব্যাখ্যা কৰিছে:

"আমি তেওঁলোকক আৰম্ভ কৰিবলৈ সহায় কৰোঁ, কিন্তু তেওঁলোকে জানে যে তেওঁলোকৰ সময় সীমাবদ্ধ। ইয়াৰ দ্বাৰা তেওঁলোকে কামত প্ৰেৰণা পায়, আৰু ভালকৈ কাম কৰে। আমি এই ব্যৱস্থা সমৰ্থন নকৰোঁ যে একে মানুহেই বছৰৰ পিছত বছৰ জনসেৱা বিভাগৰ পৰা সহায় লব, কিন্তু নিজে নিজক সহায় কৰাৰ কাৰণে কোনো চেষ্টা নকৰিব। কিন্তু প্ৰথমতে তেওঁলোকে নিজৰ ওপৰত আস্থা ৰাখিব পৰাৰ কাৰণে সহায় পাব লাগিব। সেই বিশ্বাস বা আস্থা নাথাকিলে একোৱেই নহব; আৰু কাম কৰিব পৰাকৈ স্বাস্থ্যও ভাল থাকিব লাগিব।"[৪]

বহুত বছৰ ধৰি এই শক্তিমতী নাৰীয়ে কৰ্তৃপক্ষৰ লগত আৰু জনসাধাৰণৰ লগত কাম কৰিছে যাতে তেওঁৰ নগৰৰ অধিবাসী সকলক জনসেৱাৰ দ্বাৰা উপকৃত কৰা যায়, আৰু তেওঁলোকৰে শৰীৰ আৰু মন দুয়োৰে মঙ্গল হয়।

**তেওঁ এজন জাতীয় কৰ্মচাৰী:**

চুইডেনৰ পাৰ্লামেণ্টৰ এগৰাকী মহিলা সভ্যই লিখিছে—

"অপৰাধ-সংক্ৰান্ত নতুন আইন প্ৰৱৰ্ত্তিত হোৱাৰ পিছত মই জাগৰি পৰিছোঁ। কমবয়সীয়া অপৰাধীসকলে কেনে ব্যৱহাৰ পাব সেই সম্বন্ধে কিছুমান প্ৰধান প্ৰশ্নৰ



প্ৰতি ব্যৱহাৰিক সমিতিয়ে বহুতবোৰ আপত্তি দেখুৱায়, আৰু মইও তাৰ এজন সভ্য আছিলোঁ। যিসকল কৰ্মীয়ে কমবয়সীয়া লৰাছোৱালীৰ সমস্যা, উচ্ছৃঙ্খলতা, কাৰাগাৰ আৰু বৃত্তিমূলক শিক্ষা দিয়াৰ স্কুল আদিৰ লগত সংযুক্ত থাকি কাম কৰে, আমিও তেওঁলোকৰ লগত কাম কৰিছিলোঁ।

মই সমস্যাবোৰ পোনে পোনে আমাৰ আইন-মন্ত্ৰীৰ ওচৰলৈ নিব লাগিছিল, আৰু তেতিয়া কেনেকুৱা অনুভৱ কৰিছিলোঁ, তাক নিশ্চয় আপুনি বুজিবই পাৰিছে। দিনৰ পিছত দিন পাৰ হৈ যোৱা দেখি, আৰু যেতিয়া জানিছিলোঁ যে মাত্ৰ তিনি, চাৰি বা পাঁচ দিন পিছতে সেই শাস্তিবিধানৰ চৰম দিনটো আহিব, তেতিয়া মোৰ বধ্যভূমিলৈ যাবলৈ ৰৈ থকা যেন লাগিছিল। মানুহে মোক কয় যে মই হেনো বহুতখিনি কাম কৰিছিলোঁ। মোৰ কিছুমান আপত্তি বিচাৰকসকলে শুনিছিল, সেই কাৰণে মই আগবঢ়োৱা সংশোধনবোৰ বিচাৰৰ ৰায়ৰ লগত যোগ নকৰি আইনৰ কিতাপৰ লগত যোগ কৰা হৈছিল। সকলো ক্ষেত্ৰতে মই সফলতা পোৱা নাছিলোঁ। মই এই কথা ভাবিলেই মৰ্মাহত হওঁ, যে আমি এটি পোন্ধৰ-বছৰীয়া লৰাকো পূৰ্ণ-বয়স্ক অপৰাধী সকলৰ লগত একেলগে জেলত থব পাৰোঁ। অন্ততঃ মোৰ সমালোচনাৰ ফলত তেওঁলোকে লিখিবলৈ বাধ্য হল, কেনে ধৰণৰ অসাধাৰণ ক্ষেত্ৰত আৰু কি কাৰণত এই কাম কৰিবলৈ বাধ্য হৈছে; গতিকে মোৰ পৰাজয়টো সম্পূৰ্ণ সাৰ্থকতাহীন নাছিল। কিন্তু শাস্তিবিধানৰ পিছত মোৰ এনেকুৱা লাগিছিল যে মই যেন এনে এটা বেলুন যাক বেজিৰে ফুটা কৰি দিয়া হৈছে।"[৫]

এই তিৰোতা গৰাকীয়ে যি সকল নৈতিক ন্যায়পূৰ্ণ বুলি ভাবিছিল তাক সমৰ্থন কৰিয়ে সমাজৰ প্ৰতি নিজৰ অৱদান আগবঢ়াইছিল। যদিও তেওঁৰ 'বধ্যভূমিলৈ যাবলৈ ৰৈ থকা' যেন লাগিছিল, তথাপি তেওঁ সেই সকলৰ নীতি ৰক্ষা কৰাৰ কাৰণে শেষলৈকে সংগ্ৰাম কৰিবলৈ সাজু আছিল।

**শিক্ষিত আৰু অশিক্ষিত:**

কোনো কোনো উদ্যম থকা মানুহে তেওঁৰ ওচৰে-পাজৰে যিসকল থাকে তেওঁলোককো উদ্দীপনা যোগায় আৰু তাৰ ফলত যি কাম তেওঁ অকলে কৰা টান হলহেঁতেন তাকো আনৰ সহায়েৰে সমাধা কৰায়। যুক্তৰাষ্ট্ৰৰ নিউ জাৰ্চিৰ এখন হাইস্কুলৰ ছাত্ৰ-সমিতিৰ এজনী কিশোৰী সভানেত্ৰীও এনেকুৱা এজনী

ছোৱালী আছিল। ছোৱালীজনীয়ে ভাবি অস্থিৰ হৈছিল যে তেওঁ কেতিয়া ডাঙৰ হব আৰু নিজক পৃথিবীৰ মানুহৰ ওচৰত আৱশ্যকীয় কৰি তুলিব পাৰিব। তেতিয়া তেওঁ বুজি পালে যে কিছুমান উপায় আগৰে পৰা আছেই যাৰ সহায়েৰে তেওঁ আৰু তেওঁৰ বন্ধুসকলে কিবা এটা কাম কৰিব পাৰে। তেওঁ বেছিদিন ৰবলগীয়া নহল। উন্নতিশীল দেশবোৰৰ বাবে ৰাষ্ট্ৰসংঘৰ শিক্ষা আৰু কৃষ্টি শাখাই যি 'দান-পৰিকল্পনা' কৰি থৈছে, সেই সম্বন্ধে তেওঁ পঢ়িছিল।

নিউ জাৰ্চিৰ তিনি শ স্কুলৰ মাজত এখন মিলিত সমিতি আছে, যাৰ সহায়েৰে তেওঁলোকে, যিসকল বিষয় সম্পৰ্কে তেওঁলোক সকলোৱে একেলগে কিবা কৰিবলগীয়া থাকে, সেইবোৰ সম্পৰ্কে কাম কৰে। এই বিশ্ব-সম্বন্ধে চিন্তা কৰোঁতা ছোৱালী জনীয়ে এই সমিতিৰ প্ৰধান সভ্যসকলক বুজালে যে তেওঁলোকে বিদেশত কাম কৰা সম্পৰ্কে এখন আঁচনি হাতত লোৱা উচিত। ৰাষ্ট্ৰসংঘৰ শিক্ষা আৰু কৃষ্টি শাখাই তেওঁলোকক আঁচনি সংখ্যা'—৩৪৪ দিলে, এই আঁচনি আছিল—পশ্চিম আফ্ৰিকাৰ প্ৰায় মৰুভূমি অঞ্চলত উত্তৰ ভল্টাত গাবাঙ্গো নামে ঠাইত সৰুছোৱালীবোৰৰ কাৰণে এখন প্ৰাথমিক স্কুল খোলা। উত্তৰ ভল্টাৰ ৰাজধানী ৱাগেডুগুৰ পৰা গাবাঙ্গোলৈ এটি ১৫০ মাইল দীঘল বাট আছে; কিন্তু যান-বাহনৰ অৱস্থা ইমান বেয়া যে চিঠিপত্ৰ গৈ পাওঁতে প্ৰায় দুসপ্তাহ লাগে। উত্তৰ ভল্টাত অতি সামান্য সংখ্যক লৰাছোৱালীয়েহে স্কুললৈ যায় আৰু তাৰ ভিতৰতো সেই সংখ্যাৰ এক-তৃতীয়াংশ হে ছোৱালী। উচ্চশিক্ষা প্ৰচলিত সেই স্কুলত ছোৱালীবোৰ বিমূঢ় হৈছিল—আৰু তেওঁলোকৰ অৱস্থা শোচনীয় আছিল; কাৰণ সেই সমাজৰ প্ৰথা অনুসাৰে তাত শিক্ষিতা তিৰোতাৰ কোনো স্থান নাছিল। আৰু তাৰ হেঁচা শিক্ষা-ব্যৱস্থাৰ ওপৰতও আছিল। বাতৰি পোৱা গৈছিল, যে তাত তেওঁলোকে যি শিক্ষা পাইছিল তাৰ লগত তেওঁলোকৰ সমাজৰ মানুহৰ দৈনন্দিন জীৱনৰ কোনো সম্বন্ধ নাছিল; আৰু অলপ দিনৰ পিছতে তেওঁলোকক আলস্যই বেঢ়ি ধৰিলে। তেওঁলোকে নিজকে ভাগ্যৰ হাতত এৰি দিলে,—কিন্তু লগতে এই বুলিও অনুভৱ কৰিলে যে তেওঁলোক কোনোভাৱে বঞ্চিত হৈছে। কেবছৰমান পিছত কোনোৱে অনুমানেই কৰিব নোৱাৰিছিল যে এইবোৰ ছোৱালীয়ে কেতিয়াবা স্কুলত পঢ়িছিল। কোনে ভাবি চাইছিল যে উত্তৰ বা উজনী ভল্টাত ছোৱালীয়েও কোনো ভূমিকা লব লাগিব? কোনে তেওঁলোকক তেওঁলোকৰ নিজৰ গুণ আৰু ক্ষমতা আৱিষ্কাৰ কৰিবলৈ



সহায় কৰিলেহেঁতেন? তেওঁলোকৰ নিজৰ আৱশ্যকতাৰ প্ৰতি দৃষ্টি ৰাখি বিশেষকৈ তেওঁলোকৰ বাবে পতা এখন স্কুলে এই কাম কৰিব পাৰিলেহেঁতেন যত তেওঁলোকৰ আৱশ্যকীয় বিষয়বস্তুবোৰ সম্পৰ্কে শিক্ষা পালেহেঁতেন আৰু তেনে স্কুল এখনৰে প্ৰয়োজনীয়তা আছিল।

১৯৫৯ চনত তালৈ এজনী ফৰাচী শুশ্ৰূষাকাৰিণী আৰু কেনাডাৰ দুগৰাকী শিক্ষিকাৰে সৈতে এটি আন্তৰ্জাতিক দল পঠিওৱা হয়। প্ৰথম শ্ৰেণীটোত আঠৰ পৰা দহবছৰ বয়সৰ সত্তৰজনী ছোৱালী আছিল। এই দলটো এতিয়া ৰাজধানীৰ এটি মাধ্যমিক স্কুলত পঢ়ে; আশা কৰা যায় যে তেওঁলোকৰ ভিতৰত বহুতেই গাবাঙ্গো আৰু তাৰ ওচৰেপাজৰে থকা গাঁৱবোৰত আনক শিক্ষাদান কৰিবলৈ উভটি আহিব।

এবাৰ আঁচনি—৩৪৪ বাছি লোৱাৰ পিছত নিউ জাৰ্চিৰ ছাত্ৰছাত্ৰীসকল উত্তৰ ভল্টাৰ স্কুলখন লৈ ব্যস্ত হৈ পৰিল। তেওঁলোকে পশ্চিম আফ্ৰিকা সম্পৰ্কে সকলো কথাই পঢ়িলে, শিকিলে আৰু জানিলে; গাবাঙ্গোত অৱস্থিত 'তেওঁলোকৰ' সেই স্কুলখনৰ কাৰণে টকা তোলাৰ কাৰণে তেওঁলোকে নৃত্যানুষ্ঠান পাতিলে; তেওঁলোকে পিঠাপনা সাজি বিক্ৰী কৰিলে; তেওঁলোকে কিতাপৰ মেলা পাতিলে; সকলো ধৰণৰ প্ৰতিযোগিতা, প্ৰতিদ্বন্দ্বিতা আৰু জনসভা আদি পাতিলে। ক্ৰমে তেওঁলোকৰ বেংকত টকাৰ পৰিমাণ বাঢ়িল; আৰু অৱশেষত তেওঁলোকে ঘৰ সাজিবলৈ, শিক্ষাদানৰ সঁজুলি কিনিবলৈ, খেলধেমালি কৰাৰ কাৰণে বস্তু কিনিবলৈ, আৰু অতি আৱশ্যক থকা এটি চিকিৎসাকেন্দ্ৰ খুলিবলৈ ৰাষ্ট্ৰসংঘৰ জৰিয়তে ৪০০০ ডলাৰৰও কিছু বেছি টকা পঠিয়াবলৈ সক্ষম হল। স্কুলখনৰ ক্ৰমে বৃদ্ধি হৈ আছে আৰু সেই অঞ্চলত ইয়াৰ প্ৰভাৱ দেখা হৈছে।

স্কুলৰ অধ্যক্ষ এগৰাকী কেনাডীয় মহিলা। তেওঁ লিখিছে, "এটা দীঘল জাপ মাৰি এই ছোৱালীবোৰে এটি নিৰানন্দময়, নিৰুৎসাহজনক আৰু সমাজৰ প্ৰথা অনুসাৰে ভীৰুতাৰ গণ্ডীৰ পৰা উদ্দীপনাময় স্বতঃস্ফূৰ্ত অৱস্থালৈ আহিছে.... তেওঁলোকে কামত ভাগ লোৱাৰ কাৰণে আনন্দময় উৎসাহ দেখুৱায়।"[৬]

**'বৰ্জন'ৰ শক্তি ঃ**

সমগ্ৰ পৃথিৱীৰে গৃহিণীসকলে অসন্তুষ্টি জনায়, উপাৰ্জনৰ অনুপাতে জীৱন নিৰ্বাহৰ খৰচ ক্ৰমে যিদৰে বাঢ়ি গৈ আকাশচুম্বী হয় তাৰ প্ৰতি। সাধাৰণতে তেওঁলোকে কেৱল নিজে নিজে আপত্তি জনায়ে ক্ষান্ত হয়, কিন্তু কেতিয়াবা

কেতিয়াবা একোজন বেছি চিন্তাশীল মানুহৰ দ্বাৰা বেছি ফলদায়ক পন্থাও গ্ৰহণ কৰা হয়। এজনী স্থিৰ প্ৰতিজ্ঞ তিৰোতাই ঘটনাৰ ধাৰাকে পৰিবৰ্ত্তিত কৰি দিব পাৰে। টোকিও, ডাব্লিন, চিঙ্গাপুৰ, অচ্‌লো আৰু অন্যান্য ঠাইত ই প্ৰমাণিত হৈছে।

এই সকল নগৰত যেতিয়া বস্তুবাহানিৰ দাম বহুত বাঢ়িছিল, আৰু দ্ৰুতগতিত বাঢ়িছিল, তেতিয়া এজনী গৃহিনীয়ে নিজেই আন সকলোকে এই সমস্যা সমাধান কৰাৰ কাৰণে একগোট হৈ পন্থা হাতত লবলৈ অনুৰোধ কৰিছিল। যিমানে তেওঁলোকৰ সংখ্যা বাঢ়িল, আৰু তাৰ ফলত বলও বাঢ়িল, তেওঁলোকে নগৰখনক কেবাটাও ভাগত বিভক্ত কৰিলে, ব্যৱসায়ীসকলক বুজালে, আৰু যিসকল গৃহিণীৰ সনাক্ত কৰাৰ কাৰণে বিশেষ কাৰ্ড আছিল, তেওঁলোক সকলোকে সস্তাত বস্তু কিনিব পৰাৰ ব্যৱস্থা কৰাই দিয়ালে। যিসকল দোকানীয়ে তিৰোতাসকলৰ লগত ব্যৱসায় চলাই ৰাখিবলৈ ইচ্ছুক আছিল, তেওঁলোকে বহুত সময়ত কাপোৰকানি, খাদ্য, দৰব আৰু খেলনা আদি বস্তু শতকৰা দহ টকা কম মূল্যতও বিক্ৰী কৰিছিল। সভ্যসংখ্যা যিমানে বাঢ়ি আহিল, যিসকল দোকানীয়ে বস্তু কম দামত দিবলৈ মান্তি হোৱা নাছিল, সেই দোকানবোৰ ক্ৰমে বেছিকৈ বৰ্জিত হল। দোকানীবোৰে, এটি ডাঙৰ সংখ্যাৰ দৃঢ়-প্ৰতিজ্ঞ তিৰোতাৰ কাৰ্য্য-কলাপ উপেক্ষা কৰিবলৈ সক্ষম নহয়। বহুত ক্ষেত্ৰতে এইদৰে বস্তুৰ দাম দোপত দোপে ওপৰলৈ উঠি যোৱা, দেখাদেখিকৈ কমি গৈছে।

চিঙ্গাপুৰ নগৰত 'ক্ৰেতাসকলৰ বাধাদান আন্দোলনে', যুদ্ধৰ ঠিক পিছতে বস্তুৰ দাম বৰ বেছিকৈ বঢ়াৰ প্ৰতি জনসাধাৰণৰ মনোযোগ আকৰ্ষণ কৰে। এই আন্দোলনক এটি বিশেষ উদাহৰণ বুলি ধৰি লব পাৰি।

প্ৰথমতে তেওঁলোকে এটি সমবায়-ভাওাৰ খুলি অলপদিনৰ ভিতৰতে প্ৰতিযোগীসকলক বস্তু বিক্ৰী কৰাত চেৰ পেলালে। খুব সোনকালেই তেওঁলোকে কলা বজাৰৰ ব্যৱসায়ী আৰু অতিৰিক্ত লাভ লোৱা ব্যৱসায়ীসকলক জনসাধাৰণৰ সমুখত অনাবৃত কৰিলে। তাৰ লগতে যিসকল 'মাজৰ মানুহে', আচলতে পৰিশ্ৰম কৰি বস্তু উৎপাদন কৰা নাৰী-পুৰুষক তেওঁলোকৰ ন্যায্য লাভৰ পৰা বঞ্চিত কৰি নিজে প্ৰচুৰ লাভ কৰিছিল, তেওঁলোকক ব্যৱসায়ৰ পৰা আঁতৰালে।

নাগৰিকসকলে এনেদৰে দৃষ্টি সজাগ ৰাখি কাম কৰিলে তাক আংশিকভাবে জাতীয় স্বাধীনতাৰ মূল্য বুলি ধৰিব পাৰি।

আৰু কি কি উপায়ে এনেকৈ 'পহৰা' দিয়া পদ্ধতিয়ে কাম কৰিব পাৰে ?



কেতিয়াবা কেতিয়াবা এখন নগৰৰ প্ৰত্যেকটো অঞ্চলতে একোটি 'ক্ৰেতা-তালিকা' তৈয়াৰ কৰা হয়। নিয়মিতভাবে কিছুদিন পিছে পিছে কিছুমান তিৰোতাই দোকানবোৰলৈ যোৱাৰ ভাৰ পায়, আৰু তাত তেওঁলোকে বস্তুৰ দাম আৰু বস্তুৰ মান পৰীক্ষা কৰি চাই সভ্যসকলক ভাল বা বেয়া সকলো 'আবিষ্কাৰ'কেই এখন মাহেকীয়া কাকতৰ যোগেদি জনাব লাগে। যেনে :

"এই দোকানখনৰ ওজন ঠিক নহয়।"

"এই দোকানখনত ভাল চাকি-বন্তিৰ ব্যৱস্থা আছে ; মালিকজনৰ ব্যৱহাৰ সৌহাৰ্দ্যপূৰ্ণ আৰু দোকানত উন্নত মানৰ সামগ্ৰী আছে।"

"এই দোকানৰ বিক্ৰীৰ কাৰণে ৰখা বস্তুবোৰ লেতেৰা।"

"ইয়াত বস্তুবোৰৰ দাম বৰ বেছি।"

যিসকলে এই কাকত পঢ়ে—তেওঁলোকে ইয়াক অনুসৰণ কৰি বস্তু বাহানি কিনে। হেজাৰ হেজাৰ তিৰোতোই দোকানীসকলৰ দোকানৰ পৰা বস্তু কিনে নে নিকিনে,—তাৰ দ্বাৰা তেওঁলোকৰ ব্যৱসায়ৰ ওপৰত ভাল প্ৰভাব হয়। তেতিয়া তেওঁলোকে উন্নত মানৰ বস্তু ৰাখিব খোজে পৰিচ্ছন্নভাবে, আৰু ভালকৈ পোহৰ দিয়াৰ ব্যৱস্থা কৰে যাতে মানুহে দেখা পায়, আৰু বস্তুৰ দামও কমায়।

জনসাধাৰণৰ মঙ্গলৰ কাৰণে এই ধৰণৰ হেঁচা দিয়াৰ ব্যৱস্থা কৰা বৰ টান কাম নহয়।

**এটি ধাৰণাৰ পৰাই এখন নগৰৰ পৰিবৰ্ত্তন আহিল :**

পূৱ-পাকিস্তানৰ এখন নগৰত যানবাহনৰ বা বাটঘাটৰ সমস্যা বৰ ডাঙৰ আছিল ; তাত এটা সংগঠনৰ ফালৰ পৰা পতা এখন চাহ-মেলত শাৰী-পিন্ধা শান্ত তিৰোতা কিছুমান গোট খাইছিল।

"মোৰ স্বামীয়ে মোক কেতিয়াও ৰাজহুৱা যান-বাহন ব্যৱহাৰ কৰিব নিদিয়ে, গতিকে মই একোকে কৰিবলৈ আগবাঢ়ি আহিব নোৱাৰোঁ।"—এজনীয়ে এই বুলি কলে। আন এজনীয়ে কলে, "মোৰ স্বামীয়ে মোক তেওঁৰ গাড়ীখন ব্যৱহাৰ কৰিব দিয়ে, কিন্তু কোন সময়ত যে পাম, তাৰ একো ঠিক-ঠিকনা নাই, গতিকে মই নিয়মমতে উপস্থিত থাকিব নোৱাৰিম।"

আন এজনীয়ে কলে, "মই যি শিশু বিদ্যালয়খনত কাম কৰি ভাল পাওঁ তালৈ যাওঁতে এঘণ্টা লাগে, আৰু তাৰ পৰা ঘৰলৈ উভটি আহোঁতেও এঘণ্টা লাগে,—গতিকে মই কেতিয়াবাহে তালৈ যাও।"

যদিও কথাত ভাগ লোৱা ভদ্ৰমহিলাসকল অৱস্থাপন্ন, শিক্ষিতা, কামত উৎসাহী আছিল, আৰু হাতত আজৰি সময়ও আছিল, তথাপি আমি দেখোঁ যে তেওঁলোকে তেওঁলোকৰ আজৰি সময় সমাজৰ হকে খৰচ কৰাৰ কাৰণে অলপ অনিচ্ছা বা নিস্পৃহতা দেখুৱাইছিল। তেওঁলোকৰ, কষ্টৰ মাজত থকা নগৰখনৰ বহুত আৱশ্যকতাই পূৰণ কৰাৰ কাৰণে তেওঁলোকে সহায় কৰিব পাৰিলেহেঁতেন।

তিৰোতাসকলে যিবোৰ আপত্তি আৰু অসুবিধা দেখুৱাইছিল আন এজনী তিৰোতাই সেইবোৰ শান্তভাৱে শুনি আছিল। যিসকল ঠাইত এই তিৰোতা-সকলে নিজৰ সময় আৰু শক্তি আনৰ কাৰণে খৰচ কৰিব পাৰে সেইবোৰ ঠাইলৈ সময়মতে বা নিয়মমতে যাব পৰা নোৱাৰাৰ সমস্যাকে বেঢ়ি লৈ আলোচনা হোৱা যেন দেখা হৈছিল।

ইয়াৰ পিছৰ সভাখনত সেই তিৰোতাজনীয়ে নগৰখনৰ এখন মানচিত্ৰ উলিয়ালে, আৰু লগতে ওপৰত ৰঙীণ টুপ লগোৱা পিনৰ বাকচ এটাও উলিয়ালে। মানচিত্ৰখন এখন মেজৰ ওপৰত মেলি ধৰিলে, আৰু সুধিলে, "বিভিন্ন শিশু-বিদ্যালয়, চিকিৎসাকেন্দ্ৰ, বন্দীশাল, খাদ্যবিতৰণ-কেন্দ্ৰ, হচপিটাল, পুন-বিচাৰাধীন আচামীক ৰখা ঠাই; অনাথ-আশ্ৰম আদি ক'ত অৱস্থিত?" তাত উপস্থিত থকা তিৰোতাসকলে যিমানবোৰ জনসেৱাৰ কেন্দ্ৰৰ অৱস্থিতি সম্বন্ধে জানিছিল, সেই সকলোবোৰ কেন্দ্ৰকেই মানচিত্ৰখনত পিন লগাই লগাই দেখুৱা হল। তেওঁলোকৰ কাম শেষ হোৱাত দেখা গল যে মানচিত্ৰখনৰ চাৰিওফাল পিনেৰে ভৰি পৰিছে।

এতিয়া তেওঁ আকৌ এবাকচ পিন উলিয়ালে, এই পিনবোৰৰ মূৰত আন ৰঙ লগোৱা আছিল। তেওঁ সুধিলে—"আপোনালোকে কোনে কত বাস কৰে?" আকৌ বহুতবোৰ মূৰ মানচিত্ৰখনৰ ওপৰত হালি পৰিল, আৰু তাত উপস্থিত থকা প্ৰত্যেকজনে নিজৰ নিজৰ থকা ঠাই দেখুৱাই দিলে, আৰু মানচিত্ৰ-খনৰ সেই ঠাইত এটা পিন গুজি দিলে। ক্ৰমে, তেওঁৰ পৰিকল্পনা তেওঁলোকৰ ওচৰত স্পষ্ট হৈ পৰিল।

এজনীয়ে কলে—"অ, মই তেনেহলে আমাৰ কাষৰ চুবুৰীটোত থকা চিকিৎসা কেন্দ্ৰটোতে কাম কৰিব পাৰোঁ, নহয় জানো?"

"আমাৰ চুবুৰিৰ সেই ঘৰটোত যে এখন শিশু-বিদ্যালয় আছে, তাক মই কেতিয়াও জনা নাছিলোঁ।"—আন এজনীয়ে কলে।



"তাত অৱশ্যে এটা খাদ্য-বিতৰণ কেন্দ্ৰ মোৰ ঘৰৰ ওচৰতে আছে, কিন্তু সেইটো মোৰ সংগঠনৰ দ্বাৰা পৰিচালিত নহয়, গতিকে, তাত মই স্বেচ্ছাসেবিকা-ৰূপে কাম কৰিব নোৱাৰিম।"

তেওঁক সোধা হল—"কিয় নোৱাৰিব?"

"মই ঠিক নাজানোঁ, অৱশ্যে চেষ্টা কৰি চাব পাৰোঁ। আপোনাৰ কি ধাৰণা, তেওঁলোকে মোক কাম কৰিবলৈ দিব নে?"

সভাৰ অন্তত যিসকল মহিলা ইমান দিনে বিৰক্ত আৰু অস্থিৰ হৈ আছিল তেওঁলোকে এটি নতুন উৎসাহ মনত লৈ ঘৰলৈ গ'ল। নগৰখনৰ যান-বাহনৰ বিৰাট সমস্যাৰ দ্বাৰা বান্ধি থোৱা যেন লগাৰ পৰিবৰ্ত্তে তেওঁলোকে হঠাতে অনুভৱ কৰিলে যে তেওঁলোকে নিজকে আৱশ্যকীয় কৰি তুলিব পাৰিব; আৰু তেওঁলোকৰ নিজৰ চুবুৰিতেই তেওঁলোকে কাম কৰাৰ কাৰণে ঠাই আছে। তাৰ লগতে উপলব্ধি কৰিলে যে কোনো বিৰাট পৰিবৰ্ত্তন নোহোৱাকৈয়ে তেওঁলোকৰ জীৱন নতুন আকৰ্ষণেৰে ভৰি পৰিব আৰু নিজকও তেওঁলোকে, তেওঁলোকৰ নগৰৰ জীৱন আৰু তাৰ বৃদ্ধিৰ এটি অংশৰূপে গঢ়ি তুলিব পাৰিব।

এজনী তিৰোতাৰ এটি চিন্তা........ ... ।

ৰাষ্ট্ৰসংঘৰ ভূতপূৰ্ব চেক্ৰেটাৰী জেনেৰেল ডাগ হামাৰচীল্ডেও 'ব্যক্তি'ৰ কামৰ মূল্য উপলব্ধি কৰিছিল। ১৯৫৩ চনৰ ৩১ ডিচেম্বৰত নতুন বছৰৰ বাণীত তেওঁ স্পষ্টকৈ কৈছিল ঃ

"শান্তিৰ কাৰণে আমাৰ কাম আমি প্ৰত্যেকে আমাৰ ব্যক্তিগত জীৱনতে আৰম্ভ কৰিব লাগিব। এখন নিৰ্ভয় জগত গঢ়ি তুলিবলৈ হলে, আমাৰ নিজৰে ভয় নাথাকিব লাগিব। এখন ন্যায়পূৰ্ণ জগত গঢ়ি তোলাৰ কাৰণে আমি নিজে ন্যায়বান হব লাগিব। আৰু, মুক্তিৰ কাৰণে আমি সংগ্ৰাম কৰিম কেনেকৈ, যদি আমি আমাৰ নিজৰ মনৰ ভিতৰতে মুক্ত নহওঁ? আমি আনক কেনেকৈ আত্মত্যাগ কৰিবলৈ অনুৰোধ কৰিম, আমি নিজে যদি কৰিবলৈ সাজু নেথাকোঁ?"[৭]

আমি প্ৰত্যেকে এতিয়াই যিবোৰ কাম হাতত লব পাৰোঁ, সেইবোৰ জন গাৰ্ডনাৰে তালিকাভুক্ত কৰি এটা এটা কৈ দেখুৱাইছে। আমি যদি এবাৰ বুজি পাওঁ যে পৃথিৱীৰ অকলশৰীয়া মানুহবোৰেও এই সমস্যাবোৰৰ ভিতৰত বহুতবোৰৰে সমাধান কৰিব পাৰে, তেন্তে আমাৰ ভিতৰত প্ৰত্যেকে এই

সমস্যাবোৰৰ ভিতৰত অন্ততঃ এটাৰ সমাধানৰ কাৰণে কিবা এটা অৱদান আগবঢ়াব পাৰিব। তেওঁ লেখিছে যে এইবোৰ সমস্যা এতিয়াও আছে ঃ

"এতিয়াও বহুত লৰাছোৱালী দাৰিদ্র্য আৰু অজ্ঞতাৰ পাশত আৱদ্ধ? সুযোগৰ অভাৱত বহুতৰে প্ৰতিভা নষ্ট হৈ গৈছে? বহুত নাৰী আৰু পুৰুষ আছে যিসকলে তেওঁলোকৰ পূৰ্ণ ক্ষমতা অনুসাৰে সাফল্য পোৱা নাই? দক্ষিণ আৰু উত্তৰত জাতি আৰু ধৰ্মসম্বন্ধীয় কুসংস্কাৰ? ৰাষ্ট্ৰ আৰু অন্যান্য বৃহৎ সংগঠনৰ দ্বাৰা মানুহৰ ব্যক্তিগত স্বাধীনতাত হস্তক্ষেপ? ডাঙৰ নগৰবোৰত সমাজৰ ক্ষয় আৰু কমবয়সীয়া লৰাছোৱালীৰ উচ্ছৃঙ্খলতা; আৰু ক্ষমতাৰ অপব্যৱহাৰ? আমাৰ জাতীয় জীৱনত সকলো ফালেই যি উৎকৰ্ষহীনতা বা মধ্যম ধৰণৰ তৎপৰতাই দেখা দিছে............।

"উদ্দেশ্যহীন বা উদাস মানুহে এইবোৰ বস্তু কেতিয়াও সমাজৰ কাৰণে আনিব নোৱাৰে, যেনে, অভঙ্গুৰ শান্তি, এখন মুক্ত সমাজৰ বলবৃদ্ধি, যিসকল উপাদানৰ ওপৰত স্বাধীনতা নিৰ্ভৰ কৰে সেইবোৰৰ শক্তিবৃদ্ধি ইত্যাদি।"[৪]

তিৰোতাসকলে কিদৰে কাম কৰিছে তাৰ কেইটিমান উদাহৰণহে দিয়া হল যদিও হেজাৰ হেজাৰ তিৰোতাই এইদৰে কাম কৰিছে, কোনোৱে ডাঙৰ ভাবে, কোনেৱে সৰুসুৰা; তেওঁলোকৰ কৰুণা, শক্তি, মতামত বা ভোট, আৰু তাৰ লগতে আৰ্থিক শক্তিৰ দ্বাৰাও সমাজক বলশালী কৰি তুলিছে। অলপ দিন আগলৈকে যি অজস্ৰ সমস্যা সম্বন্ধে মানুহ সচেতন নাছিল, এতিয়া মানুহে সেই সমস্যাবোৰ সমাধান কৰিবলৈ চেষ্টা কৰিছে? পুৰণি কৃষ্টিয়ে যেতিয়া নতুন যুগৰ আৱশ্যকতাৰ লগত নিজকে খাপ খুৱাব খোজে, তেতিয়া যিবোৰ সামাজিক আলোড়ন উঠে, তাৰ প্ৰতি বহুতেই প্ৰতিবেদন জনাই কাম কৰিবলৈ আগবাঢ়ি আহিছে।

---

# ৯

## সংঘবদ্ধ তিৰোতাসকল

স্বেচ্ছাসেৱকসকলে পাৰিশ্ৰমিক নোলোৱাকৈ আনক সহায় কৰিবলৈ কিহৰ দ্বাৰা অনুপ্ৰাণিত হৈ আগবাঢ়ি আহে, সেই সম্পৰ্কে আলোচনা কৰোঁতে ডঃ এডৱাৰ্ড চি লিণ্ডেসেন নামৰ শিক্ষাবিদে (পূৰ্ণ বয়স্কসকলৰ) মতামত জনাইছিল ঃ—

নিজকে স্বেচ্ছাসেৱকৰূপে কাম কৰিবলৈ আগবঢ়োৱাৰ মূলতে ধৰি লোৱা হয় যে 'ব্যক্তি'ৰ মূল্য আছে। যিজন মানুহে নিজ ইচ্ছাৰে সমাজৰ মঙ্গলৰ কাৰণে কাম কৰিবলৈ সিদ্ধান্ত লয় তেওঁ আচলতে কব খুজিছে, 'মোৰ যি গুণ আৰু প্ৰতিভা আছে, সি সমাজৰ কাৰণে আৱশ্যকীয়। মই এনে এজন মানুহ যেয়ে দায়িত্ব গ্ৰহণ কৰে, কাৰণ মই মোক আৱশ্যকীয় কৰি তুলিব খোজোঁ; তাৰ কাৰণ এয়ে নহয় যে আনে মোৰ কান্ধত দায়িত্ব তুলি দিছে। নিজক এইদৰে কামত লগোৱাৰ অধিকাৰটোক মই মোৰ ব্যক্তিগত মৰ্য্যাদা আৰু মূল্যৰ চিন বুলি ভাবোঁ।"[১]

বহুত সভ্যতাতে দয়া বা বদান্যতা বা প্ৰেম এটি বিশিষ্ট গুণ বুলি পৰিগণিত হৈ আহিছে। বহুত ধৰ্মতে ই তাৰ মূলনীতিৰ এটি অংশ। এই গুণ প্ৰকাশ কৰাৰ ভঙ্গী বেলেগ বেলেগ হব পাৰে, কিন্তু ইয়াৰ শিপা তললৈকে গৈছে। প্ৰবাদ বাক্যই কয়—"বৰষুণ কেৱল এটা ঘৰৰ চালতে নপৰে।" ক্ৰমে মানুহে সচেতন হৈ আহিছে, যে যদি সকলোৰে অৱস্থাৰ উন্নতি কৰিব পৰা যায় তেন্তে তেওঁলোকে নিজেও যেনেকৈ উপকৃত হব, তাৰ লগতে প্ৰতিবেশীসকলেও সেই উপকাৰ পাব। মানুহে উপলব্ধি কৰিব ধৰিছে যে যদি প্ৰত্যেক মানুহে, তেওঁ

যতেই নাথাকক কিয়, নিজৰ অংশ কৰে, তেন্তে তেওঁলোকৰ সন্তান সকলৰ জীৱনৰ মান উন্নত কৰা সম্ভৱ হব, আনকি তেওঁলোকৰ নিজৰও হব পাৰে।

ব্ৰেডফোৰ্থ স্মিথে কয় ঃ—

"মানুহৰ সমাজত স্বেচ্ছাসেৱক সকলৰ সংগঠনবোৰ বিস্তৃত হৈ থকা কাৰণেই কোনো এটা জাতিক একনায়কত্বই ক্ষতিগ্ৰস্ত কৰিব নোৱাৰে, আৰু এইবোৰে পৰস্পৰৰ সহায়েৰে নিজৰ দেশক কোনো এটি স্বেচ্ছাতন্ত্ৰী দলৰ পৰা ৰক্ষা কৰিব পাৰে। এজন মানুহে অকলে শক্তিহীন। কিন্তু কোনো এটি সংগঠনৰ সভ্য-স্বৰূপে তেওঁ বলৱান।"[২]

আৰু মহাত্মা গান্ধীয়ে এই কথা কোৱা বুলি কোৱা হয়—"ৰাষ্ট্ৰৰ শক্তিবৃদ্ধিক মই সকলোতকৈ ভয়ৰ চকুৰে চাওঁ, কাৰণ, যদিও ওপৰে ওপৰে দেখা যায় যে ই শোষণ হ্ৰাস কৰি মানুহৰ হিত সাধন কৰে; কিন্তু ই ব্যক্তিত্ব ধ্বংস কৰি মানব জাতিৰ ঘোৰ অন্যায় সাধন কৰে, কাৰণ সকলো প্ৰগতিৰ মূলতেই আছে 'ব্যক্তিত্ব'। ব্যক্তিৰ মূল্য সম্বন্ধে মানুহৰ ধাৰণাতেই নিহিত আছে গণতন্ত্ৰ আৰু একদলীয় শাসন তন্ত্ৰৰ মূল পাৰ্থক্য।"

আমি আগতেই দেখিছোঁ যে বহুতো তিৰোতাই গাইগুটিয়া ভাবে বহুতো আৱশ্যকীয় কাম আৰম্ভ কৰে, কিন্তু তেওঁলোকে দেখিছে যে যেতিয়া আন মানুহৰ শক্তিও তেওঁলোকৰ প্ৰচেষ্টাৰ লগত মিলিত হয়, তেতিয়া তেওঁলোকে আৰু বেছি সফল হয়। সংগঠনবোৰ গঠিত হোৱাৰ ই এটা ঘাই কাৰণ। একে উদ্দেশ্য থকা মানুহবোৰে এই সংগঠনবোৰত যোগ দিব পাৰে, আৰু তেতিয়া বলও বাঢ়ে।

পুৰুষৰ নিচিনা, বহুত সংখ্যক তিৰোতাইও শ্ৰমিক-সংঘৰ লগত জড়িত থাকি বা ধৰ্মসভা, বৃত্তিমূলক সংগঠন, অভিভাৱক-শিক্ষক সংগঠন, বা সমবায়-সমিতি, আদিৰ সভ্যস্বৰূপে এইবোৰ উপায়ৰ মাধ্যমেৰে তেওঁলোকে বিচৰা পৰিবৰ্তন আনে। এই পৰিবৰ্তন দেখা দিব পাৰে নতুন আৰু উন্নততৰ আইনৰূপে, নতুন পাঠ্যবস্তুৰূপে, নতুন নিৰাপত্তা-ব্যৱস্থা ৰূপে, বিভিন্ন জাতিৰ মানুহৰ মাজত উন্নততৰ সম্পৰ্কৰূপে, বা অন্যান্য নানা ৰূপত। মানুহে আজিৰ দিনত আৰু বৈ নাথাকে ৰাষ্ট্ৰই প্ৰথমতে কামটো আৰম্ভ কৰক বুলি। ক্ৰমেই মানুহে অধিক সংখ্যাত নিজেই নিজৰ কাৰণে ভাবিবলৈ আৰু কাম কৰিবলৈ আৰম্ভ কৰিব ধৰিছে।

ডাগ হেমাৰচীল্ডে তেওঁৰ নিজৰ দেশ চুইডেনত তেওঁৰ মৃত্যুৰ দুই বা এবছৰ



আগতে যিসকল নৰ-নাৰীয়ে তেওঁলোকৰ ব্যক্তিগত জীৱনৰ গণ্ডীৰ বাহিৰলৈ ওলাই আহি কাম কৰে, তেওঁলোকৰ বিষয়ে কৈছিল ঃ

"এটা জাতিৰ বল আৰু স্বাস্থ্য নিৰ্ভৰ কৰে, সেই জাতিৰ প্ৰত্যেক মানুহে তেওঁৰ জাতিৰ লগত নিজৰ সংহতি থকা বুলি অনুভৱ কৰে নে নকৰে তাৰ ওপৰত; আৰু সেই ঐক্য বা সংহতিৰ হকে তেওঁ সমাজৰ বোজা আৰু দায়িত্ব কঢ়িয়াবলৈ ইচ্ছুক হয় নে নহয় তাৰ ওপৰত। সমগ্ৰ মানৱ জাতি সম্পৰ্কেও এই একে কথাই অৱশ্যে খাটে।"[৩]

সমগ্ৰ পৃথিৱীত লাখ লাখ নাৰী সংগঠনবোৰৰ লগত যুক্ত হৈ আছে।

এইসকল দলৰ লগত যুক্ত থাকি উপযুক্ত নাগৰিক হোৱাৰ কাৰণে শিক্ষা লাভ কৰা যায়। গাওঁৰ সৰু সমিতিৰ পৰা আৰম্ভ কৰি এখন ডাঙৰ নগৰৰ শক্তিশালী শাখালৈকে, এটি সৰু গীৰ্জাত মিলিত হোৱা সমিতিৰ পৰা, এখন বিৰাট আন্তৰ্জাতিক সভালৈকে; ই সকলো একেটি বৃহৎ কামৰে বিভিন্ন অঙ্গ। ইয়াৰ লগত সংযুক্ত থকা তিৰোতাসকলে ভোট দিয়া সম্বন্ধে শিক্ষা পায়, কিহৰ ভেটিত প্ৰাৰ্থী চয়ন কৰা উচিত সেই সম্বন্ধেও শিক্ষা পায়; তেওঁলোকে লিখিত বিবৰণ দিয়াত অভ্যস্ত হয়, আৰু বুজি পায় কিহৰ অন্তৰ্নিহিত অৰ্থ কি হব, বা কি উল্লেখ কৰাৰ প্ৰয়োজন নাই; তেওঁলোকে হিচাবপত্ৰ বা টকাৰ পুঁজি আদি সম্বন্ধে জ্ঞানলাভ কৰে, আৱশ্যকীয় কাম-কাজ সুকলমে সমাধা কৰাৰ পদ্ধতি সম্বন্ধে জ্ঞানলাভ কৰে; সমগ্ৰ জগতত মানুহৰ কি বিশাল পৰিমাণ অভাৱ আছে তাৰ প্ৰতি তেওঁলোকৰ চকু মেল খায়। ক্ৰমে সকলো কথাকেই বহল পৰিপ্ৰেক্ষিতত ভাবিবলৈ শিকে, আৰু তেওঁলোকৰ শক্তি গোটাই লৈ ক্ৰমে বিস্তৃততৰ লক্ষ্যৰ ফালে আগুৱায়। বহুতে নিজৰ জাতিৰ পক্ষৰ পৰা অন্যান্য দেশক সহায় কৰে।

অষ্ট্ৰিয়াৰ কেথলিক তিৰোতাসকলৰ কথা উদাহৰণ স্বৰূপে উল্লেখ কৰা যায়। যুদ্ধ-বিধ্বস্ত কোৰিয়াক তেওঁলোকে বহুত দিনৰ পৰাই সহায় কৰি আহিছে। সমগ্ৰ অষ্ট্ৰিয়াৰ ইমূৰৰ পৰা সিমূৰলৈকে 'পৰিয়ালৰ উপবাস দিন' পালন কৰোৱাৰ ব্যৱস্থা কৰা হৈছে, আৰু কেবাবছৰো ধৰি ইয়াক পালন কৰা হৈছে। এই উপায়ৰ সহায়েৰে তেওঁলোকে বছৰত যথেষ্ট টকা সংগ্ৰহ কৰে। এই টকাৰে কোৰিয়াৰ কাৰণে কি কৰা হৈছে?

এই টকাৰ সহায়েৰে কোৰিয়াৰ অধিবাসী সকলে 'পোহানী' নামৰ বন্দৰত মাছ মৰাৰ পদ্ধতিক আধুনিক কৰি তুলিছে, আৰু তাৰ ফলত গোটেই অঞ্চলটোৰে

সমৃদ্ধি বাঢ়ি আহিছে। তেওঁলোকে এটি 'মোটৰ' অৰ্থাৎ ইঞ্জিন লগোৱা মাছ মৰা নাও এখন আৰু নতুন জাল কিনিছে ; অলপতে, এটি টিনত খাদ্য সংৰক্ষণ কৰাৰ কাৰখানাও পতা হৈছে ; ইয়াৰ ফলত কেৱল মাছৰ ব্যৱসায়ত বা খাদ্য সংৰক্ষণৰ ব্যৱসায়ত লিপ্ত থকাসকলৰে জীৱিকাৰ ব্যৱস্থা হোৱা নাই, লগতে ; যিসকলে মাছ পঠিওৱা বা বিক্ৰী কৰাৰ কামত লিপ্ত আছে, তেওঁলোকৰও জীৱিকাৰ ব্যৱস্থা হৈছে।

অষ্ট্ৰিয়াৰ 'উপবাসৰ দিন'ৰ টকাৰে বহুত উৰ্ব্বৰ মাটিও কিনা হৈছে। এই মাটিবোৰত কোৰিয়াৰ কুষ্ঠৰোগী সকলৰ উপনিবেশৰ কাৰণে খাদ্য উৎপাদন কৰা হয় ; এই ব্যৱস্থাৰ ফলত বহুতে জীৱিকাও আৰ্জিব পাৰিছে, আৰু খাদ্য উৎপাদনও বাঢ়িছে। এখন আদৰ্শ পাম পতা হৈছে, যত ডেকা খেতিয়কসকলক বিভিন্ন প্ৰকাৰৰ শস্য উৎপাদন কৰিবলৈ শিকোৱা হয়। তাত তেওঁলোকে গাহৰি ৰখা, চৰাই পোহা, গৰু ছাগলী পালন কৰা আৰু গাখীৰৰ পৰা বিভিন্ন সামগ্ৰী উৎপাদন কৰিবলৈও শিকে। ওচৰৰ অঞ্চলবোৰৰ পৰা ডেকা মানুহবোৰক নিয়মিতভাৱে তালৈ অনা হয়, যাতে তেওঁলোকে এই শিক্ষা গ্ৰহণ কৰিব পাৰে। সম্পূৰ্ণ অঞ্চলটোতে কৃষিৰ মান উন্নত হৈছে। এই সকলোবোৰৰ উপৰিও এই টকাৰ দ্বাৰা কোৰিয়াৰ ছাত্ৰসকলৰ কাৰণে বৃত্তিৰ ব্যৱস্থা কৰা হৈছে, কিছুমানে কোৰিয়াত থাকিয়েই এই বৃত্তি পায়, কিছুমানে অষ্ট্ৰিয়াত পায়।

কোনোৱে সম্পূৰ্ণকৈ নাজানে যে কোৰিয়াৰ কৃষকসকলৰ ওচৰত এই প্ৰচেষ্টাবোৰৰ কি মূল্য বা সম্পূৰ্ণ কোৰিয়াৰ ওচৰতে ইয়াৰ কি মূল্য। কিন্তু ইয়াৰ আৰম্ভণি হল আন এখন মহাদেশৰ দয়ালু মহিলাসকলৰ মনত। তেওঁলোকৰ দ্বাৰা অষ্ট্ৰিয়াৰ পৰিয়ালবোৰক বছৰত এদিন অভুক্ত থাকি পইচা সাঁচিবলৈ উৎসাহ দিয়া হৈছিল। এই ত্যাগৰ দ্বাৰা যি টকা সংগ্ৰহ কৰা হৈছিল তাৰ সহায়েৰে তেওঁলোকৰ নিজৰ দেশৰ পৰা কেবা হেজাৰ মাইল দূৰত থকা এখন ধ্বংসপ্ৰাপ্ত দেশক গঢ়ি তুলিবলৈ সহায় কৰা হৈছিল।

আমেৰিকাৰ তিৰোতাসকলে কৰ্মজগতত এতিয়াও পূৰ্ণ মৰ্য্যাদা পোৱা নাই, আৰু তেওঁলোকৰ সংখ্যাৰ অনুপাতে বৰ কমসংখ্যক নাৰীয়েহে ৰাজনৈতিক কামকাজত অংশ গ্ৰহণ কৰে। কিন্তু তেওঁলোকৰ বিভিন্ন সমাজত, বা জাতিৰ মাজতো তেওঁলোকৰ সংখ্যাৰ অনুপাতে তেওঁলোকৰ অস্তিত্বৰ প্ৰভাৱ বহুত বেছি। তেওঁলোকৰ স্বেচ্ছাসেৱক সংগঠনবোৰৰ জৰিয়তেই প্ৰধানতঃ তেওঁলোকে এইখিনি



কৰিব পাৰিছে। তেওঁলোকে দলে দলে আহে, তেওঁলোকৰ শক্তিক ঐক্যবদ্ধ কৰে, আৰু তেওঁলোকৰ সময়ৰ পৰা হেজাৰ হেজাৰ ঘণ্টা উলিয়াই, যিসকল বিভিন্ন অৱস্থাৰ তেওঁলোকে পৰিবৰ্ত্তন কৰা আৱশ্যক বুলি ভাবে সেইবাৰ পৰিবৰ্ত্তিত কৰাৰ কাৰণে চেষ্টা কৰে। গৃহস্থালীৰ আধুনিক সঁজুলিবোৰ ব্যৱহাৰ কৰাৰ ফলত হাতত যি আজৰি সময় উলিয়াব পাৰে, সেই সময়খিনি তেওঁলোকে এই ধৰণৰ কামৰ কাৰণে খৰচ কৰে, যেনে :—তেওঁলোকৰ লৰাছোৱালীবোৰৰ স্কুলৰ উন্নতি কৰা, ভোট দাতাসকলক শিক্ষাদান, বিভিন্ন জাতিৰ মানুহৰ মাজত উন্নততৰ সম্পৰ্ক স্থাপন ; তেওঁলোকে কেন্‌চাৰ, বা হৃৎপিণ্ডৰ অসুখ, বা সৰু লৰাছোৱালীৰ পক্ষাঘাত আদি অসুখ সম্পৰ্কে গৱেষণা কৰাৰ কাৰণে টকা সংগ্ৰহ কৰে। আইনৰ বহুতবোৰ প্ৰগতিশীল অংশ—যেনে বন্দীশালৰ সংস্কাৰ আদি তিৰোতা সকলৰ অজস্ৰ সংগঠনৰ স্থিৰ আৰু অটল চেষ্টা, ক্ৰমাগত হেঁচা আৰু উদ্যোগৰ ফলতহে, বা যত্নৰ পিছতহে গ্ৰহণ কৰা হৈছে।

যুক্তৰাষ্ট্ৰত তিৰোতাসকলৰ এশতকৈও বেছি প্ৰকাৰৰ সংগঠন আছে—আৰু সমগ্ৰ দেশ ব্যাপি এইবোৰৰ অসংখ্য শাখা আছে। এইবোৰৰ মিলিত সভ্যসংখ্যা প্ৰায় তিনি কোটি। এই সভ্যসকলে, চিকিৎসালয় বা চিকিৎসাকেন্দ্ৰ, খেলৰ পথাৰ, স্কুলৰ গ্ৰন্থাগাৰ, খোৱা কোঠালী, ইত্যাদি ঠাইত যি পৰিমাণে কাম কৰে, তেওঁলোকক পাৰিশ্ৰমিক দিব লাগিলে কোটি কোটি ডলাৰ দিব লাগিলহেঁতেন, অথবা এই সহায়বোৰ পোৱা নগলহেঁতেন। নাৰীসকলে এই কামবোৰ কৰে, কাৰণ তেওঁলোকৰ দৃঢ় ধাৰণা যে, মাক বা গৃহিনী স্বৰূপে তেওঁলোকে যিখিনি কাম কৰে, তাৰ উপৰিও তেওঁলোকে সমাজৰ প্ৰতি অৱদান দিয়া উচিত।

ডঃ লিণ্ডেমেনে কয় "আমেৰিকাৰ স্বেচ্ছাসেৱকসকল নথকা হলে ইয়াৰ জীৱন কেনেকুৱা হলহেঁতেন তাক কল্পনা কৰাও টান। ৰক্ত-সঞ্চালনৰ লগত শৰীৰৰ যি সম্পৰ্ক, ইয়াৰ লগতো গণতন্ত্ৰৰ একে ধৰণৰ সম্পৰ্ক।"[৪]

এলেক্সিচ ডি টোকেভিলে ১৮৩৫ চনতেই তেওঁৰ বিখ্যাত কিতাপ 'আমেৰিকাত গণতন্ত্ৰ'ত লিখিছিল :—

"মানুহে নিজৰ কাৰণে কাম কৰাৰ অধিকাৰৰ পিছতে, তেওঁৰ সকলোতকৈ স্বাভাৱিক অধিকাৰ হল, তেওঁৰ নিজৰ পৰিশ্ৰমক আনৰ চেষ্টাৰ লগত মিলিত কৰি তেওঁলোকৰ লগত একেলগে কাম কৰা। মোৰ ধাৰণাত ব্যক্তিগত

স্বাধীনতাৰ অধিকাৰ, আৰু আনৰ লগত যুক্ত হৈ সংগঠন গঠিত কৰাৰ অধিকাৰ, দুয়োটাকেই সমানে স্বাভাৱিক যেন লাগে। কোনো আইন প্ৰণেতাই সমাজৰ ভেটিক ক্ষতিগ্ৰস্ত নকৰাকৈ ইয়াৰ ওপৰত আক্ৰমণ চলাব নোৱাৰে।"[৫]

অৱশ্যে আমেৰিকাত স্বেচ্ছাসেৱক সকলৰ কাৰ্য্যকলাপ বেছি হোৱা সম্ভৱ হৈছে, কাৰণ তাত মানুহৰ জীৱনযাত্ৰাৰ মান উন্নত, তুলনামূলকভাৱে সপ্তাহত কম সময় কাম কৰিব লাগে, আৰু হাতত আজৰি সময় পোৱা যায়। কিন্তু এইবোৰেই একমাত্ৰ কাৰণ নহয়, প্ৰতিবেশীৰ লগত মিলিত হৈ কাম কৰাৰ ধাৰণা এই দেশত আগৰে পৰাই আছে। ইয়াৰ আংশিক কাৰণ হল, যে এই জাতিৰ মানুহৰ মাজতে এই গুণটো আছে। বহুত জাতিৰ মানুহে নিজকে এটি দলৰ মাজত 'লুপ্ত' কৰি দিব ভাল নেপায়। ফৰাচী, বা ব্ৰাজিল দেশীয়, বা আৰ্জেন্‌টিনাৰ আধিবাসীসকলে সহজতে সংগঠন গঠন কৰি তাৰ সহায়েৰে উদ্দেশ্য পূৰণ কৰিবলৈ আগবাঢ়ি নাহে। তেওঁলোকে নিজে গাইগুটিয়া ভাবে কাম কৰিবলৈ বেছি ভাল পায়।

আনহাতে, আফ্ৰিকাত, নাৰীপুৰুষে নিজৰ উপদলৰ মাজত বা সামাজিক বান্ধোনৰ মাজত বাস কৰাৰ অভ্যাসৰ কাৰণে পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল হলে বল অনুভৱ কৰে, আৰু সহজতে দল, বা সমিতি বা সংগঠনৰ যোগেৰে কাম কৰে। তেওঁলোকৰ লোক-প্ৰৱাদবোৰত এই দৰ্শন দেখা যায়—"ওকু ওনা, আয়া হু নাকা" অৰ্থাৎ 'এপাত খাৰুৱে নজনজনায়"; বা "ওনু কোপ্‌কোমা ওবুৰে ওফিফি", অৰ্থাৎ "মুখৰ মাংসপেশীবোৰক একেলগে টানিলেহে হুহুৰি বজাব পাৰি।" এইবোৰ নাইজিৰিয়াৰ প্ৰৱাদবাক্য।

যুক্তৰাষ্ট্ৰত স্বেচ্ছাসেৱক-সংঘ সংগঠন কৰাৰ প্ৰথা সেই পুৰণি দিনৰে পৰা চলি আহিছে। এখন নতুন দেশত, মানুহে পৰস্পৰৰ লগত আৰু পৰস্পৰৰ কাৰণে স্ত্ৰীপুৰুষ, শ্ৰেণী বা বংশৰ ভেদাভেদ নৰখাকৈ বৰ কষ্টৰ মাজেৰে কাম কৰিছিল। তেওঁলোকেই প্ৰথমতে নতুন বসতিবোৰ স্থাপন কৰিছিল। তেওঁলোকে অৰণ্যৰ মাজত পৰস্পৰক সহজতে আশ্ৰয় দিছিল, আতিথেয়তা আৰু যত্ন দেখুৱাইছিল; তেনে নকৰা হলে তেওঁলোক জীয়াই নেথাকিলহেঁতেন। মানুহে একেলগ হৈ কাম কৰা, আমেৰিকাৰ সভ্যতাৰ এটি মূল অঙ্গ হৈ পৰিল। তিৰোতাসকলে কেবিন অৰ্থাৎ কাঠৰ ঘৰবোৰত কেৱল সুখসুবিধাৰে ব্যৱস্থা কৰা নাছিল, আৱশ্যকীয় আন বস্তুও তেওঁলোকে গোটাইছিল—তাৰ ফলত তেওঁ-



লোক যে পুৰুষৰ সমান এই সত্যও প্ৰকট হৈছিল। যিথন দেশত স্পষ্টতঃ ইমান কাম কৰিবলগীয়া আছিল, তাত সকলো ধৰণৰ পৰিশ্ৰমৰ কামকে শ্ৰদ্ধাৰ চকুৰে চোৱাটো এটা প্ৰথা হৈ পৰিছিল। আৰু তাৰ লগতে মিলিতভাৱে কৰা প্ৰচেষ্টাকও শ্ৰদ্ধাৰ চকুৰে চোৱা হৈছিল।

তিৰোতাবোৰে ওচৰ বা দূৰৰ পৰা আহি এখন ঠাইত গোট খাই পৰস্পৰৰ লেপ চিলাই কৰি দিছিল; শস্যৰ বাকলি গুচোৱা কাম প্ৰায় উৎসৱৰ নিচিনাকৈয়ে দলবান্ধি কৰা হৈছিল, শস্য থোৱা ঘৰবোৰ, কেবা মাইল আঁতৰৰ পৰা পুৰুষসকলে আহি একেলগে বান্ধি দিছিল, আৰু তিৰোতাসকলে তেওঁলোকৰ কাৰণে খোৱাবস্তু তৈয়াৰ কৰিছিল, আৰু তেওঁলোকক কফি খুৱাইছিল। এই কামবোৰৰ কাৰণে কোনোৱে পাৰিশ্ৰমিক নাপাইছিল, কিন্তু এই কথা সকলোৱে মনত ৰাখিছিল যে, আনে যেনেকৈ আহি তোমাক সহায় কৰিছেহি, আনৰ যেতিয়া আৱশ্যক হব, তেতিয়া তুমিও তোমাৰ সঁজুলি আৰু শক্তিৰে সৈতে আনক সহায় কৰিবলৈ উপস্থিত থাকিবা।

আমেৰিকাত মানুহৰ, ৰাষ্ট্ৰৰ কামকাজৰ ওপৰত লক্ষ্য ৰখাৰ কাৰণে এটা প্ৰধান আগ্ৰহ দেখা যায় ওঠৰ শতিকাৰ পৰাই, আৰু তাৰ ফলতও বহুতবোৰ স্বেচ্ছাসেৱক সংগঠনৰ জন্ম হৈছে। "সৰু সৰু চৰকাৰবোৰেই সকলোতকৈ ভাল ৰাষ্ট্ৰ" এই ধৰণৰ এটা মতবাদ আমেৰিকাৰ মানুহৰ মাজত চলিত আছে। যদি কোনো ক্ষেত্ৰত মানুহে দেখে 'যে ৰাষ্ট্ৰই বৰ বেছি 'হস্তক্ষেপ' কৰিছে, বা ৰাষ্ট্ৰই যি কৰিছে তাৰ দ্বাৰা তেওঁলোক সন্তুষ্ট নহয়, তেন্তে আনকি আজিৰ দিনতো নাগৰিক সকলে দলবদ্ধ বা সংঘবদ্ধ হয়। নানা ৰকম সমস্যাৰ ক্ষেত্ৰত এনেকুৱা হব পাৰে, ডাঙৰ-সৰু, স্থানীয়, জাতীয়, বা আন্তৰ্জাতিক। নিজৰ লৰাছোৱালীৰ স্কুলৰ পাঠ্যবস্তুৰ পৰিৱৰ্ত্তন বা এটি ৰাজপথৰ দিক্ নিৰ্দ্দেশ; তেওঁলোকে সংখ্যালঘিষ্ঠ সম্প্ৰদায়ৰ অধিকাৰ ৰক্ষাৰ কাৰণে নতুন আইনৰ কাৰণে দাবী জনাব পাৰে; এখন নগৰে কিভাবে তেওঁলোকৰ কম খৰচ কৰে তাক পৰ্যবেক্ষণ কৰাৰ কাৰণে "প্ৰহৰা" সমিতিও গঠন কৰিব পাৰে। জাতীয় সমস্যাৰ ক্ষেত্ৰত, ৰাষ্ট্ৰ যাতে অন্য কোনো দেশক সহায় কৰে (বা তাৰ বিৰোধিতা কৰে) তাৰ কাৰণে ৰাষ্ট্ৰক হেঁচা দিয়াৰ কাৰণে কিছুমান স্বেচ্ছাসেৱক-সংঘৰ সৃষ্টি কৰা হয়; বা নিৰস্ত্ৰীকৰণ বা ৰাষ্ট্ৰসংঘক আৰ্থিক সাহাৰ্য্য আগবঢ়োৱা আদি বিষয়ে বিতৰ্ক আয়োজন কৰাৰ কাৰণেও কৰা হয়। সমস্যাবোৰ ডাঙৰেই হওক বা সৰুৱেই হওক, যি কোনো

স্তৰবে নাগৰিকসকলে যিসকলে এইবোৰ বিষয় সম্বন্ধে চিন্তা কৰে, আৰু কিবা এটা কৰিব খোজে তেওঁলোকে, সমাধানৰ চেষ্টা কৰে। কিন্তু অধিকাংশ মানুহে নিজকে নিৰুপায় বা সহায়হীন বুলি বোধ কৰে। কিন্তু যেতিয়া তেওঁলোক ঐক্যবদ্ধ হয়, আৰু সকলোৰে শক্তি আৰু গুণ একেলগ হয় তেতিয়া পুৰুষ বা নাৰী সকলোৰে শক্তিয়ে ফল দিয়ে, তেওঁলোকে সমৰ্থনে কৰক, বা বিৰোধিতাই কৰক, বৰ্জন কৰক বা বস্তু কিনক, পক্ষে বা বিৰুদ্ধে ভোট দিয়ক, যিহকে নকৰক। "যদি এটা কেৰেলুৱাৰ এখন ভৰি ভাগে, তেন্তে সি খোজ কঢ়াত একো অসুবিধা নহয়।" আফ্ৰিকাৰ এই প্ৰবাদবাক্যতো সেই একেটা সত্যই দেখা যায় যে সংখ্যা গৰিষ্ঠতাৰ দ্বাৰা শক্তি আৰু স্থিতিস্থাপকতা দেখুৱাব পাৰি। এই ধাৰণা প্ৰায় সকলোৰে মাজত আছে। বহুত দেশৰে মানুহবোৰে তেওঁলোকৰ উদ্দেশ্য সাধনৰ কাৰণে স্বইচ্ছাৰে সংঘত যোগ দিয়ে।

"ইকুৱেডৰ ৰাজ্যত কুইটোৰ ওচৰত থকা চাম্বিয়া নামৰ এখন গাৱঁৰ মানুহে সদায় তেওঁলোকৰ ৰাজধানীলৈ চাৰি ঘণ্টা খোজ কাঢ়ি আহিছিল আৰু চাৰি ঘণ্টা খোজ কাঢ়ি ঘৰলৈ উভটি গৈছিল····। তেওঁলোকে কামও কৰিছিল আঠ ঘণ্টা ধৰি, গতিকে, তেওঁলোকে শোৱাৰ কাৰণে সময় ৰৈছিল বাকী আঠ ঘণ্টা। তেওঁলোকৰ কাৰণে জীৱন নিৰ্মম আৰু আৰু কঠোৰ আছিল, কিন্তু কুইটোলৈ যাবলৈ তেওঁলোক বাধ্য হৈছিল, কাৰণ তাতহে তেওঁলোকে জীৱিকা উপাৰ্জন কৰিব পাৰিছিল।

তেওঁলোকে খোজ কাঢ়ি যাওঁতে যে ইমান সময় লাগিছিল, তাৰ কাৰণ দূৰত্ব নাছিল ; তাত এটা দ গিৰিখাত থকা কাৰণেই ইমান সময় লাগিছিল। খোজ কাঢ়ি এফালৰ পৰা তললৈ নামি যাওঁতে, আৰু আনফালে ইমানখিনি বগাই উঠোঁতে বহুতখিনি সময় আৰু শ্ৰম খৰচ হৈছিল। তেওঁলোকে এখন দলং বান্ধিব খুজিছিল, কিন্তু হিচাব কৰি দেখা গল যে বস্তুবাহানিৰ কাৰণে যিমান খৰচ পৰিব, তিমানখিনি খৰচ কৰাৰ কথা ভাবিবই নোৱাৰি। তেতিয়া এজন ইঞ্জিনীয়াৰে এটি কামত লগাৰ পৰা ধাৰণা দিলে। সেই গিৰিখাতটো শেষ হৈছিল পৰ্ব্বতৰ গাত। গতিকে যদি দলং সজা সম্ভৱ নহয়, তেন্তে পৰ্ব্বতখনত এটা সুৰঙ্গ কৰি ললেই দেখোন পৰ্ব্বতৰ আন ফালে আহি ওলাব পাৰি ? ইয়াৰ কাৰণে বিশেষ বস্তুবাহানিৰও আৱশ্যক নাই, কেৱল শ্ৰমৰ আৱশ্যক, আৰু লোকবল তেওঁলোকৰ আছিলেই।



"তিনি বছৰ ধৰি তেওঁলোকে এই কামটো কৰিলে। শেষত তেওঁলোকে এনেভাবে সুৰঙ্গটো কাটি উলিয়ালে, যে তাৰ এটা মূৰ পৰ্ব্বতৰ এটা কাষৰ পৰা আৰম্ভ হৈ পৰ্ব্বতখনৰ মাজেদি গৈ আকৌ গিৰিখাতটোত ওলাই। ইয়াৰ কাৰণে তেওঁলোকৰ অক্লান্ত শ্ৰমত বাজে আন একো খৰচ হোৱা নাছিল। এতিয়া কুইটোলৈ খোজ কাঢ়ি যাওতে এঘণ্টাতকৈও কম সময় লাগে। ইতিমধ্যে এখন বাচ তেওঁলোকৰ গাৱঁলৈ চলিব ধৰিছে, আৰু গাৱঁত মাটিৰ দাম দুগুণতকৈও বেছি হৈছে। এতিয়া তেওঁলোকৰ উৎপাদনবোৰ ৰাজধানীত বেচিব পাৰে ; সেই সমাজৰ দোপত দোপে উন্নতি হৈছে।"৬

"গ্ৰীচদেশৰ বিচদৌনী নামৰ ঠাইৰ অধিবাসী সকলৰ এটা সমস্যা আছিল ; প্ৰতি বসন্তকালতে তেওঁলোকৰ মাটি ইমান পলমকৈ শুকাইছিল যে তেওঁলোকে শস্য বোৱাৰ পিছত শস্য পকোঁতে পকোঁতে বহুতদিন লাগিছিল—অৰ্থাৎ খৰালিলৈকে ৰব লাগিছিল। বছৰৰ পিছত বছৰ যদিও তেওঁলোকে শস্য পাইছিল, তথাপি তিমান ভালকৈ নেপাইছিল। ইয়াতো তেওঁলোকে একো পাৰিশ্ৰমিক নোপোৱাকৈ, একতাবদ্ধ হৈ কাম কৰি তেওঁলোকৰ অৱস্থাৰ উন্নতি কৰিলে। পুৰুষ তিৰোতা সকলোৱে হাতত কোৰ লৈ আগবাঢ়ি আহিল। তেওঁলোকে এটা জান খান্দি উলিয়ালে, আৰু তাৰফলত তেওঁলোকৰ মাটি আগতকৈ কেসপ্তাহমান আগতে শুকাবলৈ আৰম্ভ কৰিলে, প্ৰত্যেক বসন্তকালতে। তেওঁলোকে কামটো সমাধা কৰাৰ কেমাহমান পিছতে তেওঁলোকৰ প্ৰথম ভাল শস্য পালে।"

ইংলণ্ডতো এই ধৰণৰ স্বেচ্ছাপ্ৰণোদিত কামৰ চেষ্টা দেখা যায়।

"কাপোৰ ধোৱা, ৰন্ধাবঢ়া কৰা, গা ধুৱাই দিয়া, ঘৰ চাফা কৰা আদি কামত একো গৌৰৱৰ ঔজ্জ্বল্য নাই। তথাপি, ইংলণ্ডৰ তিৰোতাসকলৰ স্বেচ্ছাসেৱিকা সংগঠনৰ লগত হেজাৰ হেজাৰ তিৰোতা যুক্ত আছে নগৰে, গাৱঁভূঞে বিয়পি, যিসকলে তেওঁলোকৰ প্ৰতিবেশীসকলৰ মাজত বা বুঢ়া বা সহায়হীন, বা অসুস্থ মানুহে থাকিলে, বা আন কাৰণত আৱশ্যক হলে এই ধৰণৰ সকলো কাম কৰি দিয়ে। নগৰীয়া গৃহিণী এজনীয়ে এই ধৰণৰ কাম কেঘণ্টামান কৰি দি ঘৰলৈ অহাৰ পিছত আপোনাক কব এয়া একোৱেই নহয় ; কেতিয়াবা হয়তো মোকও এনে ধৰণৰ সহায় লগা হব পাৰে।'

"হেজাৰ হেজাৰ মানুহে অসুস্থতা বা আনকোনো কাৰণত সাময়িকভাবে বা

চিৰস্থায়ীভাৱে যেতিয়া ঘৰত বহি থাকিবলগীয়া হয়, তেতিয়া এই সংগঠনৰ ফালৰ পৰা 'গাড়ীৰে খোৱা বস্তু বৈ লৈ গৈ বিতৰণ কৰা পৰিকল্পনা'ৰ সুযোগ এই মানুহবোৰে পায়; তেওঁলোকে কোনো প্ৰতিষ্ঠানলৈ যাব লগীয়াত নপৰে। এই সংগঠনে জাৱৰ মাজত বা ধুমুহাৰ মাজত জুই নুমোৱা কৰ্মী, ত্ৰাণ কৰ্তা, বা বান পানীত বিপদগ্ৰস্ত মানুহসকলকো খাদ্য যোগায়। তেওঁলোকে কাপোৰ বাছে, ফটা কাপোৰ চিলাই কৰে, ৰিপু কৰে আৰু হেজাৰ হেজাৰ ঘণ্টা কোনো পাৰিশ্ৰমিক বা পুৰস্কাৰ নোপোৱাকৈ কাম কৰে, কেৱল তেওঁলোকৰ অন্তৰৰ সন্তুষ্টিয়ে তেওঁলোকৰ পুৰস্কাৰ হয়।"[৮]

## স্বেচ্ছাসেৱক-সংঘ কেনেকুৱা ক্ষেত্ৰত আৱশ্যক ?

নতুন দেশবোৰতে হওক বা শিল্পোন্নত দেশবোৰতে হওক, এতিয়াও মানুহৰ নানা অভাৱ আছে; এইবোৰক টকাৰেই জোখা হওক, বা শিক্ষাপ্ৰাপ্ত কৰ্মীৰ ফালেদি জোখা হওক, বা কামৰ পৰিমাণৰ ফালৰ পৰাই জোখা হওক, ইয়াৰ পৰিমাণে যি কোনো ৰাষ্ট্ৰৰ ক্ষমতাক পাৰ হৈ যায়।

তাৰ ভিতৰত এইবোৰ পৰে ঃ—

**নগৰবোৰৰ সমস্যা**—কৰ্মহীনতা, অতিৰিক্ত জনসংখ্যা বৃদ্ধি, স্কুলত বেছি সংখ্যাত ছাত্ৰ, নৈতিক মূল্যৰ অস্থিৰতা, যেনে,—বেশ্যাবৃত্তি, মাদকদ্ৰব্য বিক্ৰী, সকলোপ্ৰকাৰৰ উচ্ছৃংখলতা।

**ৰাষ্ট্ৰৰ লগত জড়িত সমস্যা ঃ**—যি কোনো মুক্ত ৰাষ্ট্ৰতে জ্ঞানী নাগৰিকৰ আৱশ্যকতা আছে, যি সকলে চৰকাৰৰ সকলো ধৰণৰ কাম সম্বন্ধে চিন্তা কৰিব, পৰীক্ষা কৰিব আৰু মত প্ৰকাশ কৰিব পাৰে।

**বিশ্বৰ লগত সম্পৰ্ক থকা সমস্যা**—জগতখন যিমানে সৰু হৈ আহিছে, উন্নত দেশবোৰৰ ওপৰত নতুন আৰু আৱশ্যকীয় দায়িত্বও আহি পৰিছে, এইবোৰ বিষয় সম্পৰ্কে,—যেনে আন দেশ সম্পৰ্কে জ্ঞান বৃদ্ধি, তেওঁলোকৰ শিক্ষিত লোকবলৰ সহায়েৰে নতুন দেশবোৰক সহায় কৰা, যাতে নতুন দেশবোৰৰ জীৱনৰ মান উন্নত হয়, আৰু তাৰ অধিবাসীসকলৰ কাৰণে নতুন সুযোগ ওলায়। মনৰ বা চিন্তাৰ লগত জড়িত ধাৰণাসকল—নতুন বা পুৰণি সকলো জাতিৰ মানুহে সকলো সময়তে এইবোৰ বিষয় সম্পৰ্কে জ্ঞান লাভ কৰা আৰু চিন্তা কৰা আৱশ্যক, যেনে বিশ্ব-শান্তি, নিৰস্ত্ৰীকৰণ, আৰু আত্মিক শক্তি।



## সংঘবোৰৰ বিভিন্ন প্ৰকাৰ ঃ—

ঘানা, চিলোন, ইন্দোনেছিয়া আদি দেশত সংগঠনবোৰত কেন্দ্ৰ শক্তি বলবান হোৱা দেখা যায়, আৰু অৰ্থ নৈতিক, পৰিচালনা আৰু শাসনৰ ক্ষেত্ৰত এইবোৰৰ প্ৰকৃতি প্ৰায় আধা-চৰকাৰী সংস্থাৰ নিচিনা হয়।

অন্যান্য ঠাইত দেখা যায় যে দলবোৰৰ ভিতৰত ইমানখিনি স্বাধীনতা থাকে, যে বহুত সভ্যই প্ৰায়ে ফালি ওলাই যায়, কাৰণ গৰিষ্ঠ দলে যি পৰিকল্পনা সাব্যস্ত কৰিছে তাক সমৰ্থন কৰিব নুখুজি তেওঁলোকে নিজে অৰ্থাৎ সংখ্যালঘিষ্ঠ সকলে নিজৰ বেলেগ সংগঠন আৰম্ভ কৰিব খোজে। সভ্যসকলে আনৰ লগত সহযোগিতা কৰিবলৈ বা আনৰ মত মানি লবলৈ টান পাই প্ৰায়ে দল ভাগি দিয়ে, নতুন দল গঠন কৰে, আৰু প্ৰথমতে যি উদ্দেশ্যৰ কাৰণে তেওঁলোক মিলিত হৈছিল তাৰ সামান্যহে পূৰণ হয় গৈ। তেওঁলোকে সৰু সৰু কাৰণত কাজিয়া, ঈৰ্ষা, প্ৰতিদ্বন্দ্বিতা, তিক্ততা আদি অনাৰ ফলত অযথা শক্তি ক্ষয় হয়। বহুত সময়ত যাজকতন্ত্ৰ বা 'সোপান-বদ্ধ' ধৰণৰ সংগঠনও গঠন কৰা হয়। কেজনমান প্ৰভাৱশালী মানুহে বছৰৰ পিছত বছৰ ধৰি মুখ্য পদবোৰ লৈ বহি থাকে। তেওঁলোকে আন সভ্যসকলৰ কাম কৰাৰ ক্ষমতাৰ ওপৰত মুঠে আস্থা নাৰাখে, আৰু অধিকাংশ কাম নিজেই কৰে—আৰু নিজকে পৰৰ কাৰণে বলি দিয়া বুলি ভাবে, বহুত সময়ত। বেছিভাগ ক্ষেত্ৰতে তেওঁলোক সক্ষম মানুহ, কিন্তু তেওঁলোকে নিজকে ন্যায় পৰায়ণ আৰু উৎকৃষ্ট বুলি ধৰি লোৱাৰ ফলত তেওঁলোকৰ মূল্য কমি গৈ থাকে।

শ্ৰীমতী 'বিশিষ্টা'ই আপোনাক কব—"মই নিজে সভানেত্ৰী হৈ থাকিব নিবিচাৰোঁ, কিন্তু মইয়ে হৈ থাকিব লাগিব, কাৰণ এই পদৰ কাৰণে আন কোনো যোগ্য মানুহ নাই।"

এই কাম কৰাৰ কাৰণে আন কাৰোবাক তেওঁ কিমানখিনি সুযোগ দিছে—বা কিমানখিনি দায়িত্ব তেওঁ আংশিকভাৱে আন এজনক দিছে যাতে আন-সকলোৱেও শিকিব পাৰে? তেওঁ 'শ্ৰীমতী বিশিষ্টা' হৈ থাকিবলৈ ভাল পায়, গতিকে তেওঁ নিজৰ হাতৰ বন্ধা টানি ধৰি আছে।

পৃথিৱীৰ বহুত অঞ্চলতে অৱশ্যে সমিতি পদ্ধতিটোৱে প্ৰচলিত। বিভিন্ন পদাধিকাৰী সকলক নিৰ্ব্বাচন কৰি লোৱা হয়; আৰু পদবোৰ প্ৰায়ে পৰিবৰ্তিত কৰি দিয়া হয় যাতে সৰ্ব্বাধিক সংখ্যাৰ মানুহে একোবাৰ নেতৃত্ব লোৱাৰ সুযোগ

পায়। কামটোক ভাগ কৰি কিছুমান শাখা-সমিতিৰ হাতত দায়িত্ব ভগাই দিয়া হয়, যাতে অধিকাংশ সভ্যই তেওঁলোকৰ দক্ষতা বাঢ়ি থকাৰ লগে লগে আৰু দক্ষতাৰ অনুপাতে কোনো মূল্যৱান কাম কৰিব পাৰে। প্ৰত্যেকেই নিজক আৱশ্যকীয় বুলি ভাবিবলৈ ভাল পায়, কামটো যিমানেই সহজ নহওক কিয়। কামটো অলপ কেজনৰ হাতত সীমাবদ্ধ হৈ থকাতকৈ, দায়িত্ব ভগাই দিলে সভ্যসকলে নিজে কামটোত ভাগলোৱা বুলি অনুভৱ কৰে। যেতিয়া তেওঁলোকে কামটোত বাস্তৱতে ভাগ লোৱা বুলি ভাবে—তেতিয়াহে তেওঁলোকে তাৰ প্ৰতি আন্তৰিক আগ্ৰহ দেখুৱাই কাম কৰে, আৰু ক্ৰমে দক্ষতাৰ এটা স্তৰৰ পৰা তাৰ ওপৰৰ স্তৰলৈ যায়।

এজন মানুহে যদি বিভিন্ন স্বাধীন দল বা সংঘৰ সভ্য হয়, যেনে পৰিয়াল, কৰ্মস্থান, ধৰ্ম-প্ৰতিষ্ঠান, নগৰ সমিতি, অভিভাৱক-শিক্ষক সমিতি, এখন পামৰ সমবায়, আৰু আন আন যিকোনো সংঘ, তাৰ ফলত মানুহজনে, মানুহৰ বিভিন্ন ধৰণৰ গুণ সম্বন্ধে সচেতন হবলৈ উদগনি পায়। এই মানুহজনে যি দৰে চিন্তা কৰিব, আনে সেইদৰে চিন্তা নকৰে। এইদৰে সংঘবোৰৰ লগত যুক্ত থকাৰ ফলত তেওঁৰ মনলৈ মঙ্গলজনক প্ৰশ্ন আহিব তেওঁৰ নিজৰ মনোভাৱ সম্বন্ধে, আৰু তাৰ ফলত তেওঁ অনমনীয় বা ৰক্ষণশীল হৈ নাযায়। তেওঁ যেতিয়া এটা দলৰ পৰা গৈ আন এটা দলৰ লগত কাম কৰিব, তাৰ লগে লগে তেওঁ আচৰিত হব, ভাবিব, প্ৰশ্ন কৰিব, আৰু সেই কাৰণেই তেওঁৰ জ্ঞান বাঢ়িব আৰু উন্নতি হব।

এই কথা মুঠেই সঁচা নহয়, যে প্ৰত্যেকে তেওঁৰ সময় আনৰ কাৰণে খৰচ কৰিব খুজিব। বহুতেই এই কথা মানিবলৈ সাজু নহয়, যে তেওঁৰ পৰিয়ালৰ বাহিৰৰ আন কোনো মানুহ সম্বন্ধে তেওঁৰ কোনোৰকম দায়িত্ব আছে। কিছুমানে মাজে সময়ে চেষ্টা কৰে সাধাৰণৰ মঙ্গলৰ অৰ্থে কিবা অলপ কৰাৰ কাৰণে, কিন্তু নানা কাৰণত উপায় বিচাৰি নেপায়।

যেতিয়া বেগম লিয়াকত আলি খাঁ পাকিস্তানৰ ৰাষ্ট্ৰদূত হৈ নেদাৰলেণ্ডত আছিল, তেতিয়া তেওঁ পৰীক্ষা কৰি চাইছিল, কিছুমান নাগৰিকৰ পক্ষে জাতিৰ মঙ্গলৰ বাবে শক্তি খৰচ কৰাত কি কাৰণত অসুবিধা হয়। সমাজ-সেৱা সম্পৰ্কে হোৱা দশম আন্তৰ্জাতিক সভাত, ৰোমত ১৯৬১ চনত তেওঁ বক্তৃতা দিওঁতে কৈছিল যে কিছুমান 'দূৰত্ব' বা 'পাৰ্থক্য'ৰ ফলত পৰস্পৰৰ মাজত মিলাপ্ৰীতিৰ



বান্ধোন ভাঙি যায়, আৰু তাৰ ফলত তেওঁলোকৰ মাজত বাধাৰ বেৰ থিয় হয়। তেওঁ উল্লেখ কৰে—বহুত সময়ত এই 'দূৰত্ব'বোৰ আছে এওঁলোকৰ মাজত :

ৰাষ্ট্ৰ আৰু তাৰ দেশবাসী ;

নেতা আৰু কৰ্মীবৃন্দ ;

বৃত্তিধাৰী আৰু সেই বৃত্তিৰ বাহিৰৰ মানুহসকল ;

ধনী আৰু দুখীয়া ;

বুদ্ধিজীৱী আৰু জনসাধাৰণ ;

বৃদ্ধ আৰু ডেকা ;

পৰিকল্পনাকাৰী আৰু যিসকলৰ কাৰণে পৰিকল্পনা কৰা হৈছে ;

যিসকলে চিন্তা কৰে, আৰু যিসকলে কাম কৰে। তেওঁ কৈছিল, "প্ৰত্যেকে নিজৰ ঈৰ্ষাৰ বন্ধনৰ বেৰৰ মাজত থাকে ; যাতে তেওঁৰ স্বত্ত্বা অটুট থাকে, বা তাৰ ফলত তেওঁৰ চিন বহুত সময়ত 'প্ৰস্তৰীভূত' হৈ যাব পাৰে ; নিজৰ চাৰিওপিনে অলঙ্ঘ্য বেৰ তুলি দিয়ে, আৰু তাৰ ভিতৰতে নিৰাপদ হৈ সোমাই থাকে। এনেকুৱাকৈ থকা সম্ভৱ নহয়, আৰু ই হোৱা উচিতও নহয়।"[১]

স্বেচ্ছাসেৱক দলবোৰে যদি ইচ্ছা কৰে, তেওঁলোকে এটি জাতিক শক্তিশালী কৰি গঢ়ি তোলাৰ কাৰণে নানা ধৰণৰ পৰিবৰ্ত্তন আনি সহায় কৰিব পাৰে। উদাহৰণ স্বৰূপে, তেওঁলোকে এই কামবোৰ কৰিব পাৰে :

বয়স্কলোক সকলক শিক্ষা দিয়াত আৰু স্কুলৰ কামত সহযোগিতা কৰি তেওঁলোকে মানুহৰ বোধশক্তি, দায়িত্বজ্ঞান আৰু সহযোগিতা বঢ়োৱাৰ বাবে উৎসাহ দিব পাৰে।

নগৰত আৰু গাওঁত শিক্ষাবিষয়ক, কৃষ্টিমূলক আৰু স্বাস্থ্য সম্পৰ্কীয় যোজনা গ্ৰহণ কৰিব পাৰে। তেওঁলোকে মানুহৰ ঘৰে ঘৰে গৈ বুজাই, সভা পাতি, আলোচনা চক্ৰ পাতি বা শিক্ষা দি মানুহৰ লগত গভীৰ সম্বন্ধ পাতি তেওঁলোকৰ দৈনন্দিন জীৱনৰ মান উন্নত কৰাত সহায় কৰিব পাৰে।

আইন প্ৰণেতাসকলৰ লগতও কাম কৰিব পাৰে, যাতে মানুহৰ কাৰণে নতুন সুযোগ ওলায়, আৰু মানুহৰ অধিকাৰ ৰক্ষা কৰাতও সহায় হয়, সকলো মানুহেই যেন আইনৰ দ্বাৰা অধিকাৰ ৰক্ষা কৰিব পাৰে।

অৰ্থনৈতিক সুযোগৰ ব্যৱস্থা কৰিব পাৰে, বৃত্তিগত শিক্ষা, সমবায়-সমিতি, আৰু অন্যান্য উপায়ৰ সহায়েৰে মানুহৰ শিকাৰ কাৰণে ক্ষমতা বঢ়াব পাৰে, আৰু

বেলেগ বেলেগ বিষয় শিকাৰ ব্যৱস্থা কৰিব পাৰে ; ইয়াৰ ফলত মানুহৰ উপাৰ্জন বাঢ়িব আৰু দেশৰ অৰ্থনৈতিক অৱস্থা বলৱান হব।

যিসকল প্ৰতিষ্ঠান সমাজৰ পক্ষে অত্যাৱশ্যকীয়, কিন্তু তাত কৰ্মী আৰু অৰ্থৰ প্ৰায়ে অভাৱ হৈ থাকে, আৰু কাম চলোৱাত অসুবিধা হয়, যেনে হচপিটাল, স্কুল, জাদুঘৰ, গ্ৰন্থাগাৰ আদিত দৈনন্দিন অভাৱ-অসুবিধা দূৰ কৰাৰ কাৰণেও সহায় কৰিব পাৰে।

কোনো সংগঠনৰ কাৰণেই কোনোৱে আইন বান্ধি নিদিয়ে। কোনো দুটা সংঘ সম্পূৰ্ণ একে নহয়, আৰু একে হোৱা উচিতও নহয়। প্ৰত্যেকেই নতুন নতুন চিন্তা বা ভাব গ্ৰহণ কৰাৰ কাৰণে নমনীয় হব লাগিব, নিজৰ সভ্যসকলৰ পৰামৰ্শ গ্ৰহণ কৰিব পাৰিব লাগিব, আৰু নতুন পৰীক্ষা চলাব পাৰিব লাগিব। কিন্তু সু-সংগঠিত সমিতি বা সংঘবোৰে এটা আৱশ্যকীয় কাম কৰিব পাৰে, সেইটো হল, যে তেওঁলোকে মানুহক উপলব্ধি কৰাব পাৰে যে সহযোগিতাৰ দ্বাৰা শক্তি বাঢ়ে ; আৰু অধিকাংশ মানুহৰ যি মত তাকে গ্ৰহণ কৰিবলৈ শিকে ; তেওঁলোকৰ ব্যক্তিগত জীৱনৰ বাহিৰলৈকে তেওঁলোকৰ আগ্ৰহ আৰু বোধশক্তি বিয়পি গৈ নতুন দিগন্ত পায় গৈ।

কাৰ্য্যকৰীভাৱে কাম কৰাৰ কাৰণে স্বেচ্ছাসেৱক সংঘবোৰে সু-সংগঠিত হোৱা উচিত আৰু ভাল নেতৃত্ব পোৱা উচিত। যদি ৰাষ্ট্ৰৰ লগত তেওঁলোকৰ ভাল সম্পৰ্ক থাকে, আৰু যোগ থাকে, আৰু তেওঁলোকৰ লগত বৃত্তিধাৰী মানুহেও যোগ দিয়ে, তেন্তে তেওঁলোকৰ প্ৰচণ্ড শক্তি হোৱাৰ সম্ভাৱনা থাকে।

---

# ১০

## নাৰী-সংঘবোৰে কেনেকৈ কাম কৰে ?

আমি আগতে কৈছোঁ যে নাৰীসংঘবোৰৰ কামৰ একো বন্ধা-ধৰা গঠন নাই। সংঘ বা দলটোৰ কামৰ উদ্দেশ্যৰ ওপৰতে ভালেমান নিৰ্ভৰ কৰে—

ইয়াৰ প্ৰধান উদ্দেশ্য সামাজিক মিলাপ্ৰীতি নেকি ? কোনো বিষয় সম্বন্ধে শিক্ষালাভ কৰাৰ কাৰণে ই গঠিত হৈছে নেকি, যাৰ সম্বন্ধে পৰিকল্পনা কৰা হৈছে বা পিছত কি কৰা হব সেই সম্বন্ধেও ভাবি লোৱা হৈছে ?

কোনো এটা শিল্প চৰ্চাৰ দ্বাৰা কৃষ্টিমূলক আনন্দ লাভৰ কাৰণে নেকি ?

ইয়াৰ সভ্যসকলে কোনো এটি বিশেষ কাম কৰাৰ উদ্দেশ্যে গোট খাইছে নেকি, যেনে, কোনো ৰাজনৈতিক অভিযানত সহায় কৰা, এটি হচপিটালৰ কাৰণে চিলাই কৰা, কোনো স্কুলৰ কাৰণে অৰ্থ সংগ্ৰহ ইত্যাদি ?

সংঘ বা সমিতিটোৱে কোনো প্ৰতিষ্ঠান পৰিচালনা কৰে নেকি ? যদি সেয়ে হয়, তেন্তে তাৰ সভ্যসকলে কেৱল কথা পাতেনে বাস্তৱতে কাম কৰে।

এই সংঘৰ অস্তিত্ব কেৱল 'শ্ৰীমতী বিশিষ্টা'ক মৰ্য্যাদা দিয়াৰ কাৰণে নেকি, যাক কোনোৱে অস্বীকাৰ কৰিবলৈ সাহ নকৰে ? নিজৰ সংঘ বা সমিতি সম্পৰ্কে নিজৰ মনত স্পষ্ট ধাৰণা থকা উচিত। তলত দিয়া প্ৰশ্নবোৰ প্ৰত্যেক সংঘই নিজকে নিজে কৰি চোৱা উচিত, যদিও বিভিন্ন পৰিবেশত এইবোৰৰ উত্তৰ বেলেগ বেলেগ হব বুলি আমি জানোঁ—

১। আমাৰ সমিতিয়ে ঠিক কি লক্ষ্য লাভ কৰিবলৈ চেষ্টা কৰিছে ?

২। যোৱা ছ মাহ বা এবছৰৰ ভিতৰত সেই সম্পৰ্কে আমি কি কি বাস্তৱ ব্যৱস্থা গ্ৰহণ কৰিছোঁ ?

৩। আমাৰ অধিকাংশ সভ্যকে নিজক প্ৰকাশ কৰিবলৈ আৰু অংশ গ্ৰহণ কৰিবলৈ উৎসাহ দিয়া হৈছে নে কেৱল দুইচাৰি জনেহে ভাগ লৈছিল আৰু আন সকলোৱে নীৰৱে বহি আছিল ?

৪। আমাৰ সমিতি কেৱল নাৰীসকলক লৈয়ে গঠিত থাকিব, নে পুৰুষৰ লগত সহযোগিতা কৰি কাম কৰিলে আমাৰ উদ্দেশ্য সাধন বেছি ভালকৈ হব ?

৫। আমাৰ সমিতিত সকলো স্তৰৰ মানুহৰ প্ৰতিনিধি আছে, নে আমি যদি অন্যান্য জাতি, শ্ৰেণী, ধৰ্ম, দেশ, বৰ্ণ আৰু বেলেগ বেলেগ আৰ্থিক অৱস্থাৰ বা বয়সৰ সভ্য লওঁ তেতিয়া ইয়াৰ বল বাঢ়িব ?

৬। যদি বিভিন্ন ধৰণৰ মানুহ লোৱা হয়, তেন্তে ইয়াৰ ঐক্য আৰু উদ্দেশ্য অপৰিবৰ্ত্তিত থাকিব নে ?

৭। যদি এনেকৈ সভ্য লোৱা যায়, তেন্তে ই সমাজৰ কাৰণে অধিক ফল-দায়ক বা কাৰ্য্যকৰী হব নেকি ? অধিক সংখ্যক মানুহৰ দৃষ্টিভঙ্গীৰ ফালৰ পৰা চালে সমাজৰ সমস্যাবোৰ আমি বেছি ভালকৈ বুজি পাম নেকি ?

৮। আমাৰ সভ্যপদৰ ভেঁটিত বাস্তৱতে কি আছে ?

সামাজিক মৰ্য্যাদা ?

অৰ্থ ?

স্বামীৰ পদ ( সেনাবিভাগ, উচ্চ শিক্ষায়তনৰ অধ্যাপক, ইত্যাদি ) ?

একে ধৰণৰ পূৰ্ব্ব অভিজ্ঞতা ( একে শিক্ষায়তনৰ ছাত্ৰী, বাগিছা-সমিতি, যন্ত্ৰ-সঙ্গীতৰ বাদকৰ দল ) ?

একে ধৰণৰ সমস্যা সম্বন্ধে চিন্তা কৰা, বা একে বিষয় সম্পৰ্কে আকৰ্ষণ ( আলোচনা-চক্ৰ, নগৰৰ কোনো অংশৰ বাসিন্দা, বিবাহ-আইন সংশোধন ) ?

একে থকা ঠাই ( সামাজিক দল, চুবুৰিৰ সমিতিৰ সভ্য ) ?

এটি বিশেষ প্ৰতিষ্ঠানৰ প্ৰতি আকৰ্ষণ ( হচপিটাল, ধৰ্ম প্ৰতিষ্ঠান, শিক্ষালয় ) ?

বৃত্তিগত বান্ধোন ( সাংবাদিক দল, আইনজীৱী, যুৱক কৰ্মীদল ) ?

৯। ইয়াৰে কেবাটাও গুণ থকাৰ কাৰণে আমি সভ্যপদ পাইছোঁ নেকি ? যদি সেয়ে হয়, আমি কি দৰে সভ্য গ্ৰহণ কৰিছোঁ, বা কাক সভ্যপদত লোৱা নাই ?

১০। কমবয়সীয়া মানুহক লোৱা হৈছে নে নাই ? তেওঁলোকে আগ্ৰহ দেখুৱাইছে নে ? তেওঁলোকে আমাৰ লগত থাকি সুবিধাজনক বোধ কৰে নে,



আমাৰ সংঘৰ অংশ বুলি অনুভৱ কৰে নে ? নে কেৱল চাওঁতাৰ ভাও লৈ শান্ত হৈ বহি থাকে ? সভাৰ কাৰ্য্যক্ৰমত তেওঁলোকৰ মতামতৰ মূল্য আছেনে নাই ? তেওঁলোকৰ বক্তব্য কোনোবাই শুনেনে বা তেওঁলোকৰ পৰামৰ্শ গ্ৰহণ কৰা হয় নে ? তেওঁলোকৰ ইয়াৰ প্ৰতি আকৰ্ষণ আছে নে ? যদি নাই কিয় নাই ?

যদিও উদ্দেশ্যৰ পাৰ্থক্য থাকিব পাৰে, সমিতিৰ আকাৰ ডাঙৰ সৰু হব পাৰে, সভ্যপদৰ প্ৰকাৰভেদ হব পাৰে, তথাপি কিছুমান সমস্যা প্ৰায় সকলো সংঘই সমাধান কৰিব লগীয়া হয়, সংঘবোৰ যি ঠাইতে নাথাকক কিয়—ফ্ৰাঙ্কফুট, চাণ্টিয়াগো, ডেনভাৰ, বা চোৱেল, সকলো ঠাইতে একে অৱস্থা। সভ্যসকলে 'চিওঙচাম'কে পিন্ধক, বা পাগুৰীয়ে মাৰক, বা টুইডেই পিন্ধক, মূল সমস্যাবোৰ একেই থাকে।

**অৰ্থ সম্বল**

প্ৰায় সকলো সংগঠনৰ কাৰণেই অৰ্থৰ সমস্যাটো মূল, আৰু বৰ ডাঙৰ সমস্যা। কিয়ে নহওক, যদিও টকা তোলা এটা বৰ ডাঙৰ কাম, এই কথা মনত ৰাখিব যে যদিও টকাৰ সহায়েৰে আমি আমাৰ লক্ষ্যত উপস্থিত হব পাৰোঁ, টকা আমাৰ লক্ষ্য নহয়, উপায়হে। যি সংগঠনে প্ৰধানতঃ টকা তোলাতহে ব্যস্ত থাকে, তেওঁলোকে তেওঁলোকৰ সভ্যসকলৰ মনৰ শক্তি, বা বুদ্ধি, কল্পনা শক্তিক সম্পূৰ্ণ ভাৱে কামত লগোৱা নাই বুলি বুজিব লাগিব। অৰ্থ সংগ্ৰহ কৰাৰ কাৰণে মানুহৰ সকলোতকৈ দ চিন্তা, বা সৰ্ব্বোৎকৃষ্ট গুণবোৰৰ আৱশ্যকতা নহয়,—আৰু প্ৰত্যেক সভ্যৰে চিন্তা বা সময়ৰ অধিকাংশ টকা তোলাৰ কাৰণে খৰচ কৰিলে আৱশ্যকৰ অনুপাতে এইবোৰ বস্তু বেচিকৈ খৰচ কৰা হব।

বহুতে ভাবে যে চৰকাৰী সহায় ললে সকলোতকৈ ভালভাবে আৰ্থিক নিৰাপত্তা অনা যায় ( যি ক্ষেত্ৰত চৰকাৰৰ দ্বাৰা নিয়ন্ত্ৰিত হয়, বা অন্ততঃ তেওঁ-লোকৰ দ্বাৰা চকু ৰখা হয় )। বহুত সময়ত ইয়াৰ বিকল্প একো নেথাকে, কিন্তু এই প্ৰক্ৰিয়া যিমান উজু যেন লাগে প্ৰকৃততে তিমান উজু নহয়।

জাপানৰ এগৰাকী কৰ্মী, যেয়ে বহুত বছৰ কাম কৰিছে, তেওঁ লিখিছে— "জাপানৰ নাৰীসংঘবোৰ, বিশেষকৈ যিসকল সংঘৰ সভ্য সংখ্যা লাখ লাখ, তেওঁলোকৰ পৰা নিৰ্বাচনৰ সময়ত বহুত ভোট পোৱা যায়। চৰকাৰে এইসকল সংঘক যি অৰ্থ-সাহায্য দিয়ে তাক আইনসঙ্গত কৰি তোলাৰ কাৰণে আইন পৰিবৰ্ত্তিত কৰি লোৱা হৈছিল, যাৰ ফলত স্থানীয় চৰকাৰবোৰে তেওঁলোকৰ

লোকশিক্ষাৰ পৰিকল্পনাৰ মাধ্যমেৰে বিভিন্ন ধৰণৰ নাগৰিক সংঘক আৰ্থিক সাহায্য দিয়াৰ কাৰণে অনুমতি পায়, আৰু নাৰীসংঘবোৰেও তেনেকৈয়ে সাহায্য পায়।

"বহুত সময়তে চৰকাৰী কৰ্মচাৰীসকলে নাৰীসংঘবোৰৰ কামৰ আঁচনি সম্পৰ্কে আপত্তি দেখুৱাইছে। কিছুমানে বিশেষ কিছুমান বক্তাক বক্তৃতা দিবলৈ আহ্বান জনাব পাৰে, কাৰণ চৰকাৰৰ ধাৰণাত তেওঁলোক অতি মাত্ৰাত প্ৰগতিশীল। সংঘৰ বিভিন্ন পদৰ কাৰণে সভ্য বাছি লোৱাৰ ক্ষেত্ৰতো চৰকাৰী কৰ্মচাৰীসকলৰ ভালেখিনি বক্তব্য থাকে।"

"প্ৰাক্-যুদ্ধ দিনত জাপানী তিৰোতা সকলে পুৰুষৰ নেতৃত্বত চলিছিল আৰু তেওঁলোকৰ নিজৰ উদ্যম নোহোৱাকৈ পুৰুষসকলে কোৱামতে কাম কৰিছিল। এতিয়াও তেওঁলোকে আনৰ আদেশ পালন কৰিবলৈ সাজু যেন দেখা যায়, বিশেষকৈ চৰকাৰী কৰ্তৃপক্ষৰ আদেশ।"

"তাৰ উপৰি জাপানৰ অধিবাসী সকলৰ মাজত উপহাৰৰ প্ৰতিদানত 'প্ৰতি-উপহাৰ' দিয়াৰ প্ৰথা আছে। উদাহৰণ স্বৰূপে, 'খ'ই যদি 'ক'ক কোনো উপহাৰ দিয়ে, তেন্তে প্ৰথামতে 'ক'ইও 'খ'ক কোনো উপহাৰ দিব লাগিব। যদি 'ক' অসুস্থ হয়, আৰু তেওঁৰ বন্ধুসকলে তেওঁৰ কাৰণে কোনো উপহাৰ আনে, তেনেহলে তেওঁ নীৰোগ হৈ উঠিলে তেওঁৰ বন্ধুসকলকো তেওঁ উপহাৰ দিব লাগিব। যেতিয়া কোনো মানুহ ঢুকায়, তেতিয়া আনে অৰ্থ সাহায্য কৰে; কিন্তু এয়ে প্ৰথা, যে শোকসন্তপ্ত পৰিয়ালে টকাৰ পৰিবৰ্তে তাৰ আধা মূল্যৰ কোনো বস্তু দিব। শতাব্দীৰ পিছত শতাব্দী চলি অহা এই পুৰণি নিয়ম জাপানৰ মানুহৰ চিন্তাধাৰাত সোমাই আছে। গতিকে জাপানী তিৰোতা সকলেও ধৰি লয় যে তেওঁলোকৰ সংঘই যদি কোনো অৰ্থ সাহায্য লয়, তেন্তে তাৰ পৰিবৰ্তে 'আদেশ-পালন' বা নিৰ্বাচনৰ সময়ত 'ভোট'ৰ দ্বাৰা প্ৰতিদান দিব লাগিব।"

"নাৰীসকলৰ সকলোবোৰ সংঘ সম্বন্ধে এই কথা নাখাটে। যিসকল মহিলা-সংঘৰ নাৰীসকল ইমান বেছি শিক্ষিতা যে তেওঁলোকে প্ৰতিদান দিয়া আৱশ্যক বুলি নাভাবে, সেই সংঘবোৰে চৰকাৰী অৰ্থসাহায্য নাপায়।"

"নাৰী সংঘবোৰৰ সন্মুখত এই এটা ডাঙৰ সমস্যা আছে। এইদৰে বহুতো সংগঠনে ইতিমধ্যে স্বাধীনতা হেৰুৱাইছে আৰু চৰকাৰৰ হাতত অস্ত্ৰ হৈ পৰিছে।"[1]



এই ধৰণৰ অৱস্থা কেৱল জাপানতে নাই, কিন্তু বিভিন্ন ৰূপত পৃথিৱীৰ নানা ঠাইতে আছে। ইয়াৰ দ্বাৰা বুজা যায়, যে চৰকাৰী সাহায্য গ্ৰহণ কৰিলে, তাৰ ফলাফল কি হব পাৰে, সেই সম্বন্ধে সচেতন হৈহে তেনে সাহায্য লোৱা উচিত।

যি সকল দেশত ঘন ঘনকৈ শাসকবৰ্গ পৰিবৰ্তিত হৈ থাকে, সেইবোৰ দেশত চৰকাৰী সাহায্যৰ ওপৰত বেছিকৈ নিৰ্ভৰ কৰা সংগঠনবোৰৰ আৰু এটা বিপদ আছে। যি চিকিৎসাকেন্দ্ৰ বা স্কুল এটি বিশেষ দলৰ শাসনৰ সময়ত আৰম্ভ কৰা হৈছিল, শাসকদল পৰিবৰ্তিত হলে সেই চিকিৎসাকেন্দ্ৰ বা স্কুলে সাহায্য পোৱা বন্ধ হৈ পৰে। বহুত সময়তে এনেকুৱা মনোভাৱ দেখা যায়—"আমি তো ইয়াক আৰম্ভ কৰা নাছিলোঁ, আমি কিয় চলাব লাগে ?"

বহুত সমিতিয়ে কম টকা বিচাৰে, কিন্তু বেছি স্বাধীনতা বিচাৰে। ইন্দো-নেছিয়াৰ সুদূৰ অঞ্চলত এখন 'কাম্পঙ'ত এখন মাতৃসদন খোলোঁতে অলপও চৰকাৰী সহায় লোৱা হোৱা নাছিল, নিজৰ ঘৰত ভাত ৰান্ধোঁতে তিৰোতা সকলে প্ৰত্যেক বাৰতে এমুঠিকৈ চাউল বেলেগে সাঁচিছিল। সপ্তাহত এবাৰ বা দুবাৰ তেওঁলোকে নিজৰ এবাটি চাউল ঘৰৰ বাহিৰত থোৱা ডাঙৰ বাচনটোত ঢালি থৈছিল। বাচনটো ভৰি গলে সেই চাউলখিনি বেচি দিছিল, আৰু টকাখিনি সদনৰ কাৰণে আচুতীয়াকৈ থৈছিল। তাৰ পিছত বাচনটো আকৌ ভৰি পৰিছিল।

মাতৃসদনটোৱে যেতিয়া বাস্তৱৰূপ পালে তেতিয়া কি পৰিমাণে উলহমালহত ফুলেৰে সজোৱা হৈছিল আৰু নৃত্যাদি হৈছিল কল্পনা কৰক! সমগ্ৰ গাওঁখনেই ইয়াক সম্পূৰ্ণ নিজৰ বুলি ভাবিছিল; তেওঁলোকে ইয়াক ভালকৈ ব্যৱহাৰও কৰিছিল।

বহুত ঠাইতে মানুহে ভাবে যে দুখীয়াবোৰে কোনো অৱদান দিব নোৱাৰে, কিন্তু ই সঁচা নহয়। বহুতে ধৰি লয় যে তেওঁলোকৰ কাৰণে যি কৰা হয় তাৰ কাৰণে একোকে লোৱা উচিত নহয়। ইয়াৰ দ্বাৰা মানুহৰ মনোবল ভাগি যায়। তেওঁলোকে টকা দিবলৈ সক্ষম নহব পাৰে, কিন্তু সময় দিব পাৰে, নিজৰ ক্ষমতা অনুসাৰে কাম কৰি দিব পাৰে, আৰু পৰিবেশ সম্পৰ্কে জ্ঞানৰ দ্বাৰা সহায় কৰিব পাৰে। তেওঁলোকৰ ভিতৰত বহুতেই দান স্বৰূপে কিবা গ্ৰহণ কৰাতকৈ, তেওঁলোকৰ শক্তি অনুসাৰে অৱদান দিবলৈ পালে বেছি সন্তুষ্ট হব। এনে বহুতো উপায় আছে, যিসকলৰ দ্বাৰা চৰকাৰ বা সংঘসকলে এনেকুৱা ব্যৱস্থা কৰিব

পাৰে যাতে মানুহে তেওঁলোকৰ অৱসৰ সময়ত কিবা এটা কৰি তাৰ পৰিবৰ্তে এনে বস্তু পাব পাৰে, যাৰ সহায়েৰে তেওঁলোকৰ জীৱনৰ মান উন্নত হব পাৰে। বহুত সময়ত তেওঁলোকক জনোৱা যাব পাৰে যে, মাটি, খাদ্য, দৰব পাতি, বা অন্যান্য সুবিধাৰ কাৰণে তেওঁলোকে নিজৰ ইচ্ছানুসাৰে টকা বা পৰিশ্ৰমেৰে তাৰ মূল্য দিব পাৰে।

ইয়াৰ দ্বাৰা বহুত মানুহৰে পক্ষে, আনৰ দান গ্ৰহণ নকৰাকৈ, উন্নততৰ জীৱন যাপন কৰাৰ সম্ভাৱনা দেখা দিব, আনকি যি ক্ষেত্ৰত তেওঁলোকৰ টকা নাই. তাতও।

নিউ ইংলণ্ডত (যুক্তৰাষ্ট্ৰত) এনে ব্যৱস্থা কৰা সম্ভৱ হৈছে, যে মানুহে তেওঁলোকৰ স্থানীয় কৰ, বহুত দিনৰে পৰা টকাৰ পৰিবৰ্তে আলিবাটত কাম কৰি সেই পৰিশ্ৰমৰ দ্বাৰা দিয়ে।

গ্ৰীচত খেতিয়ক সকলে গাহৰিৰ বংশ উন্নত কৰাৰ কাৰণে এটি ভাল স্বাস্থ্যবান গাহৰি ধাৰলৈ পাইছিল, আৰু তাৰ পৰিবৰ্তে এটি পোৱালীৰ দ্বাৰা মূল্য দিব লাগিছিল।

কোৰিয়াত এবিধ উন্নত ধৰণৰ ধানৰ সঁচ এই ব্যৱস্থাত বিলোৱা হৈছিল, যে যেতিয়া শস্য পকিব, তেতিয়া সেই পৰিয়ালবোৰে আন সাধাৰণ ধানৰ পৰিবৰ্তে উন্নত ধান তেওঁলোকৰ প্ৰতিবেশীসকলক দিব। ইয়াৰ ফলত তেওঁলোকে নিজে ঘৰত সাধাৰণ চাউল ব্যৱহাৰ কৰিলেও, আনক, বোৱাৰ কাৰণে উন্নত সঁচ দিলে। কেবছৰমানৰ ভিতৰতে গোটেই অঞ্চলতে মানুহে উন্নত ধৰণৰ ধান কৰ ধৰিলে।

ভূমধ্য-সাগৰৰ পূব অঞ্চলত, এজন খেতিয়কক সোধা হল, যে যদি তেওঁ ভৱিষ্যতে অসুখ হলে থকাৰ কাৰণে হচপিটাল এটি সজাৰ ব্যৱস্থা কৰা হয়, তেন্তে, তাৰ কাৰণে তেওঁ বছৰি দহদিনকৈ তেওঁৰ অৱসৰ সময়ত শ্ৰমদান দিবলৈ সাজু আছে নেকি। এই শ্ৰম সমাজৰ উন্নতিমূলক কোনো কামৰ কাৰণে লোৱা হব, যেনে আলি বন্ধা, স্কুল সজা আদি। তেওঁ উত্তৰ দিলে যে হচপিটালত চিকিৎসা আৰু যত্ন পোৱাৰ সম্ভাৱনাৰ কাৰণে সমগ্ৰ জাতিৰ সকলো খেতিয়কেই আগবাঢ়ি আহি সহায় কৰিব, সময় আৰু শ্ৰম তেওঁলোকে যথেষ্ট পৰিমাণে দিব পাৰে, কাৰণ এই সুযোগ পোৱা তেওঁলোকৰ পক্ষে বৰ টান।

ভাৰতত চালভেচন আৰ্মিৰ কৰ্মীসকলে দেখিছে যে দুখীয়া তিৰোতাবোৰেও, যাৰ নিজৰে একো নাই, আনক সহায় কৰাৰ কাৰণে কাম কৰে আৰু তাৰ পৰা



আনন্দ পায়। চালভেচন আৰ্মিৰ এখন অনাথ আশ্ৰমত (ভাৰতত) দুখন ৰৌদ্ৰ-দগ্ধ দাৰিদ্ৰ্য-জৰ্জৰিত গাওঁৰ তিৰোতাসকলে খৰি বেচি পোৱা পইচাৰে, চাৰিটি শিশুৰ ভৰণ-পোষণ চলোৱা হয়।

মানুহক দয়াৰ পাত্ৰৰূপে ব্যৱহাৰ কৰাৰ পৰিবৰ্তে তেওঁলোকৰ পৰা অৱদান লোৱাৰ সুযোগ দিলে মানুহৰ মৰ্য্যাদা-জ্ঞান বাঢ়ে। দয়াই মানুহৰ আত্মাক নষ্ট কৰে।

সমাজৰ কামৰ কাৰণে, চৰকাৰী-সাহায্য বা শ্ৰমসাধ্য বৰঙণি তোলাৰ কাম, বা বস্তু আৰু শ্ৰমৰ বিনিময়ত বাজে আন উপায়ৰ দ্বাৰাও অৰ্থ সংগ্ৰহ কৰিব পাৰি।

চিলিৰ এগৰাকী মহিলা ব্যৱসায়ীয়ে কয়—"আমি আমাৰ মানুহৰ মাজত টকা সঞ্চয় কৰাৰ কাৰণে বিবেকৰ সৃষ্টি কৰিব লাগিব।"

টকা সাঁচা সদায় টান। মানুহে যতে বাস নকৰক, জীয়াই থকাৰ খৰচ ক্ৰমে বাঢ়ি আছে, ইতিমধ্যে গোটেই জগত জুৰি মানুহৰ হাবিয়াসবোৰও বাঢ়ি আছে। মানুহে তেওঁলোকৰ সন্তানসকলক শিক্ষা দিব বিচাৰে, বা ট্ৰেক্টৰ বা বাইচাইকেল কিনিব বিচাৰে। অধিকাংশ মানুহেই সহজতে টকা সাঁচিব নোৱাৰে। যদি তেওঁলোকে অলপ কিবা সাঁচেও, বৰ কম মানুহেহে সহজতে তাক দিয়ে। তথাপিও, যতেই মানুহক তেওঁলোকৰ সামৰ্থ্য অনুসাৰে প্ৰত্যেককে সামান্য দান কৰিবলৈ প্ৰৰোচিত কৰা যায়, তাৰ দ্বাৰাই বহুতখিনি হয়।

এনে ধৰণৰ দান মানুহক জোৰ কৰি কৰোৱা নাযায়; ই ভিতৰৰ পৰা আহিব লাগিব। কিন্তু যেতিয়া কোনো দেশত মানুহৰ মতামত এনে ধৰণৰ হয় যে, মানুহে ধৰি লয় যে প্ৰত্যেকে নিজৰ সাধ্য অনুসাৰে সমাজৰ দায়িত্ব গ্ৰহণ কৰিব তেতিয়া দেশৰ ভিতৰতে নাগৰিকত্বৰ শক্তি গঢ়ি উঠে।

**চৰকাৰ আৰু তাৰ শাখাসমূহৰ লগত সংগঠনবোৰৰ সম্পৰ্ক:**

যি সকল কামৰ দ্বাৰা দেশৰ শক্তি বৃদ্ধি হয়, সেই কামবোৰ যে নাগৰিক সংঘবোৰে চৰকাৰৰ লগত সহযোগিতা কৰি কৰিব, ই সম্পূৰ্ণ স্বাভাৱিক। এই সম্পৰ্ক কেনেকৈ গঢ়ি উঠে, সি বহুতখিনি নিৰ্ভৰ কৰে এইবোৰ বিষয়ৰ ওপৰত— চৰকাৰৰ নিয়ন্ত্ৰণ কিমানখিনি, দেশত কি ধৰণৰ চৰকাৰে শাসন কৰে, দেশৰ মুখ্য পদাধিকাৰী সকলক নিৰ্বাচন কৰোঁতে দেশৰ মানুহে নিজৰ মতামত জনাব পাৰে নে নাই, দেশৰ অৰ্থনৈতিক অৱস্থা, জাতীয় নেতাসকলৰ দক্ষতা, আৰু আন আন কাৰণ।

১৯৬২ চনৰ মাৰ্চ মাহত, নাৰীসকলৰ কিছুমান আন্তৰ্জাতিক সংঘৰ প্ৰধান সকলে নিউ ইয়ৰ্কত মিলিত হৈ এই বিষয়বোৰ আলোচনা কৰিছিল—পৰস্পৰৰ লগত সম্পৰ্ক, যি সকল সমস্যাৰ সম্মুখীন তেওঁলোক সকলোৱেই হব লগা হৈছিল।

তেওঁলোকৰ আলোচনাত এটা বিষয় আছিল, "স্বেচ্ছাসেৱক সংঘবোৰ কি কি কাৰণত চৰকাৰৰ প্ৰতিষ্ঠান, বা চৰকাৰৰ শাখাসমূহতকৈ পৃথক, আৰু কি কি কাৰণত বিশিষ্টতা লাভ কৰে? ইয়াৰ স্বতঃস্ফূৰ্ত্ত ভাবটো ৰখাৰ কাৰণে কি কি বস্তুবোৰ যত্নেৰে ৰক্ষা কৰিব লাগিব?"

স্বাধীন প্ৰতিষ্ঠানবোৰৰ পক্ষে গুৰুত্বপূৰ্ণ উপাদানবোৰলৈ তেওঁলোকে আঙুলিয়াইছিল—

সভ্যসকলে সংঘত যোগ দিয়া আৰু তাৰ পৰা পদত্যাগ কৰাৰ স্বাধীনতা।

তেওঁলোকে নিজৰ মত প্ৰকাশ কৰাৰ স্বাধীনতা। সভ্যসকলৰ সংঘৰ নীতি আৰু আঁচনি স্থিৰ কৰাৰ স্বাধীনতা।

সভ্যসকলে নতুন ক্ষেত্ৰত আগবঢ়ুৱা হোৱাৰ আৰু পৰীক্ষা চলোৱাৰ স্বাধীনতা।

সভ্যসকলৰ নিজৰ ব্যক্তিগত উন্নতি কৰাৰ স্বাধীনতা।

এওঁলোকে এইবিষয়ে ভালকৈয়ে সচেতন আছিল যে সংগঠনবোৰে কিছুমান বিশেষ আঁচনি বা কামৰ ক্ষেত্ৰত শাসকবৰ্গৰ লগত সহযোগিতা কৰা আৱশ্যক; কিন্তু লগতে আঙুলিয়াইছিল, যে তাৰ দ্বাৰা এনেকুৱা পৰিস্থিতিৰ উদ্ভৱ হব পাৰে যাৰ ফলত স্বেচ্ছাসেৱক-সংঘৰ স্বাধীনতা বাধাগ্ৰস্ত হব পাৰে, আৰু তাৰ স্বতঃস্ফূৰ্ত্ত প্ৰবৃত্তিও কমি যাব পাৰে, উদাহৰণ স্বৰূপে—

চৰকাৰৰ আইন বা অনুশাসন থাকিব পাৰে, সংঘৰ শাসনাদি পৰিদৰ্শন কৰিবলৈ।

সংঘৰ নিজৰ বা জনসাধাৰণৰ, চৰকাৰী হস্তক্ষেপৰ প্ৰতি বিতৃষ্ণা থাকিব পাৰে।

চৰকাৰী সাহায্যৰ ওপৰত বেছি নিৰ্ভৰশীল হৈ পৰিব পাৰে।

'তেওঁলোকৰ বিবৰণত তেওঁলোকে উল্লেখ কৰিছিল—"স্বেচ্ছাসেৱক-সংঘবোৰে, চৰকাৰৰ লগত তেওঁলোকৰ কেনেকুৱা সম্পৰ্ক থাকে তাৰ ওপৰত সদায় দৃষ্টি ৰখা উচিত। এইবোৰ ৰক্ষা কৰিবলৈ—



"তেওঁলোকৰ নিজৰ উদ্দেশ্য, লক্ষ্য, আঁচনি, অৱদান, কামৰ ধাৰা আদি সৃষ্টি কৰাৰ স্বাধীনতা বা অধিকাৰ।

কৰ্মী আৰু সভ্য বাছি লোৱাৰ স্বাধীনতা।

সংঘৰ আকাৰ বঢ়োৱা আৰু তেওঁলোকৰ কামকাজৰ পৰিধি বৃদ্ধি কৰাৰ অধিকাৰ।

অন্যান্য জাতীয় বা আন্তৰ্জাতিক সংগঠনৰ লগত সম্পৰ্ক ৰখাৰ অধিকাৰ।

অৱস্থাৰ পৰিবৰ্ত্তনৰ ক্ষেত্ৰত আৱশ্যক হলে কোনো চুক্তি প্ৰত্যাহাৰ কৰাৰ স্বাধীনতা"।

তেওঁলোকৰ বিশ্বাস আছিল যে যদি এই অধিকাৰবোৰ ৰক্ষা কৰা যায়, তেন্তে সংগঠনবোৰৰ স্বাধীনতা বজায় থাকিব পাৰে।[২]

যিসকল দেশত স্থানীয়, প্ৰাদেশিক আৰু জাতীয় স্তৰত এই সংঘবোৰে শৃঙ্খলবদ্ধভাবে কাম কৰে। তাত আমি সাধাৰণতে আশা কৰিব পাৰোঁ যে জাতীয় নেতাসকল অভিজ্ঞ হব, আৰু চৰকাৰৰ লগত অপেক্ষাকৃত মসৃণভাবে কাম কৰিব পাৰে।

'নেচনেল কাউন্সিল অব উইমেন অব বৃটেন' (বৃটেনৰ জাতীয় নাৰী সমিতি) সম্পৰ্কে মাৰ্জোৰি টেইটে লিখিছে—

"এটা শাখাৰ বাতৰি দেশব্যাপী থকা আন আন শাখাবোৰলৈ ক্ৰমাগতভাবে পঠিওৱা হব ধৰিছে আৰু সেইবোৰৰ পৰাও বাতৰি আহিব ধৰিছে। যেতিয়া পাৰ্লামেণ্টত এনেকুৱা কোনো বিল উপস্থাপন কৰা হয়, যাৰ লগত নাৰীসকলৰ সম্পৰ্ক থাকিব পাৰে, সেই বিল মনোযোগেৰে সৈতে আলোচনা কৰা হয়; আৰু যদি সেই বিলৰ কোনো অংশ সম্বন্ধে সংশোধন আৱশ্যক বুলি বিবেচনা কৰা হয়, তেন্তে শাখাবোৰক অনুৰোধ কৰা হয় যে তেওঁলোকে যেন পাৰ্লামেণ্টৰ সভ্যসকলক বিলখনৰ দ্বিতীয় পঠনৰ আগতে এই বিষয়ে জনায়।"[৩]

তেওঁ এই সমিতিৰ চাৰিটি কাম বৰ্ণনা কৰিছে, যিবোৰ অন্যান্য সংঘৰ কামৰ নিচিনাই; কিন্তু ইয়াৰ দ্বাৰা আমি বুজিব পাৰিম যে চৰকাৰ আৰু স্বেচ্ছাসেৱক-সংঘবোৰৰ মাজত কিমানখিনি ঘনিষ্ঠ সম্পৰ্ক থাকিব পাৰে:

"(এই জাতীয় সমিতিয়ে) সময়ে সময়ে শাসকবৰ্গৰ ওপৰত হেঁচা দিয়াৰ কাম কৰে। ই ইয়াৰ আলোচনা-কৰ্মীসকলৰ হতুৱাই চৰকাৰৰ কাৰণে সংবাদ সংগ্ৰহ কৰে; উদাহৰণ স্বৰূপে, যেতিয়া 'ৰয়েল কমিছন' বা ৰাজকীয় সমিতিৰ সন্মুখত

সাক্ষী দিয়ে। ই এখন শিক্ষা-প্ৰতিষ্ঠানৰ কামও কৰে, জনসাধাৰণৰ কাৰণে কাম কৰাৰ বাবে শিক্ষাৰ ক্ষেত্ৰ ; স্থানীয় স্বাৰ্থ আৰু বিশেষ ধৰণৰ স্বাৰ্থসমূহক একেলগে গোট খুৱোৱাৰ কামও কৰে।"[৪]

যুক্তৰাষ্ট্ৰ, ফিলিপাইন দ্বীপপুঞ্জ, চিঙ্গাপুৰ আৰু অন্যান্য দেশৰ নাৰী ভোটাৰ সংঘ, জাৰ্মানীৰ 'ফ্ৰেডাৰিকা ব্ৰেমাৰ এচোচিয়েচন' আৰু অন্যান্য নানা জাতীয় সংঘই চৰকাৰৰ কামৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিছে আৰু তিৰোতাসকলক দেশৰ সমস্যাবোৰ বুজোৱাত আগ্ৰহ দেখুৱাইছে, যাতে তেওঁলোকে দায়িত্ব জ্ঞানেৰে সৈতে সিদ্ধান্ত লব পাৰে।

বহুত দেশতে তিৰোতাৰ সংঘবোৰৰ নানা শাখা দেশৰ দূৰ-দূৰান্তত থকা অঞ্চলবোৰত বিয়পি আছে, আৰু তাৰ পৰা তেওঁলোকৰ সভ্যসকলৰ মতামত আৰু ইচ্ছা জনাব পাৰে।

চি. আই. এফ. নামৰ ইটালীৰ তিৰোতাসকলৰ সংঘই যিদৰে নানা শাখাৰ জৰিয়তে কাম কৰিছে, সি এটি উল্লেখযোগ্য উদাহৰণ।

চি. আই. এফ. ইটালীৰ এটি প্ৰধান, প্ৰভাৱশালী আৰু ব্যাপক সংগঠন। ইয়াৰ পঁচিশটা প্ৰাদেশিক শাখা আছে আৰু তেওঁলোকৰ প্ৰধান দপ্তৰবোৰ ইটালীৰ প্ৰধান নগৰবোৰত অৱস্থিত ; তেওঁলোকৰ পৰিচালনাত প্ৰায় পাঁচ হেজাৰ কৰ্মীয়ে সৰু সৰু শাখাত বিভক্ত হৈ কাম কৰে, আৰু ই গৈ একেবাৰে সামান্য গৃহস্থালীকে ঢুকি পাইছে।

তাৰ উপৰি আৰু বহুতো স্থানীয় আৰু জাতীয় সংঘই আৰু কিছুমান আন্তৰ্জাতিক সম্বন্ধ থকা সংঘও চি. আই. এফৰ লগত যোগাযোগ ৰাখে। এই সমিতিবোৰৰ নিজৰ শাসন ব্যৱস্থা আৰু নিজস্ব কৰ্মপন্থা থকা সত্ত্বেও যেতিয়া স্বাৰ্থ একে থাকে তেতিয়া তেওঁলোকে চি. আই. এফৰ লগত যোগ দিয়ে, আৰু এটি মৈত্ৰীবদ্ধ সংগঠনৰ নিচিনাকৈ কাম কৰে।

কেতিয়াবা কেতিয়াবা এই কামৰ ধাৰা স্থানীয় গৃহিনীৰ পৰা জাতীয় সভানেত্ৰীলৈ বৈ যায় আৰু তেওঁৰ সহায়েৰে, আমি আগতে দেখি অহাৰ নিচিনা স্পষ্টভাবে আৰু কাৰ্য্যকৰীভাবে আন্তৰ্জাতিক স্তৰলৈকে যায়। যেতিয়া সংঘবোৰৰ নেতৃত্ব ভাল হয়, তেতিয়া সামান্যতম গাওঁলীয়া মানুহেও এটা বাট পায় যাৰ সহায়েৰে, তেওঁলোকে জানে যে তেওঁলোকৰ নিজৰ বিষয়ে কোৱাৰ অধিকাৰ আছে ; সংঘৰ লগত জড়িত থকা নাৰীসকলে জানে যে তেওঁলোকে চৰকাৰৰ



সমৰ্থন আৰু বহুত সময়ত আন্তৰ্জাতিক সমৰ্থন পাব। চৰকাৰেও জানিব পাৰে যে দেশে নিজৰ লক্ষ্যত উপস্থিত হব পৰাৰ কাৰণে, স্থানীয় সমাজত কাম কৰাৰ কাৰণে তিৰোতাসকলক আহ্বান কৰিব পাৰে আৰু স্থানীয় সমাজলৈহে প্ৰগতি আচলতে অহা আৱশ্যক।

বহুত সময়ত অৱশ্যে স্থানীয় মানুহৰ মতামত অগ্ৰাহ্য কৰা হয় কাৰণ সেইবোৰক লেখত লবলগীয়া নহয় বুলি ভবা হয়। স্বেচ্ছাতন্ত্ৰী মানুহ সকলে প্ৰাদেশিক বা জাতীয় সংগঠনৰ ক্ষেত্ৰতো ভাবিব পাৰে যে "তেওঁলোকে সকলোতকৈ ভালকৈ জানে।" কেতিয়াবা কেতিয়াবা তেওঁলোকে স্থানীয় মানুহৰ মতামতলৈ কাণ নিদি নিজৰ সুবিধামতে সিদ্ধান্ত গ্ৰহণ কৰে। স্থানীয় সংঘবোৰে লক্ষ্য ৰাখিব লাগিব যাতে এনেকুৱা নঘটে।

সমিতিবোৰ আৰু শাসকবৰ্গৰ মাজত সদায় সহযোগিতাপূৰ্ণ সম্পৰ্ক নেথাকে। অধিকাংশৰ মতামত, ঐক্যবদ্ধ সিদ্ধান্ত, সমিতিৰ মত, সুপ্ৰকাশিত ৰাজহুৱা ইচ্ছা, এই সকলোবোৰ উপেক্ষিত হব পাৰে, যদি ইয়াৰ লগত শাসক সম্প্ৰদায়ৰ ইচ্ছাৰ মিল নাথাকে। কিছুমান চৰকাৰে কলমৰ এটি আঁচোৰেৰে এটি সংগঠনৰ অস্তিত্ব নোহোৱা কৰি দিব পাৰে, আৰু তেওঁলোকৰ নিজৰ ক্ৰীড়া-পুতলা সংগঠনৰ সৃষ্টি কৰিব পাৰে। যিবোৰে তেওঁলোকৰ ৰাজনৈতিক মতবাদ অনুসৰণ কৰিব, আৰু যত জনসাধাৰণে বিশেষ অংশ গ্ৰহণ নকৰে, বা তেওঁলোকৰ মতামতৰ স্থান কম।

মানুহে প্ৰায়ে মানি লয় যে এইটো বেয়া, কিন্তু তেওঁলোকে কান্ধ জোকাৰি কয়—"এনেকুৱা হৈয়ে থাকে। তুমি কি কৰিব পাৰা?" সম্ভবতঃ এটা মাত্ৰ কামেই মানুহে কৰিব পাৰে, আৰু সেইটো হল, আমি নিশ্চিত হব লাগিব, যে প্ৰত্যেকে যেন স্পষ্টকৈ বুজি পায় যে আচলতে ঠিক কি হৈছে আৰু কিয় হৈছে। অশুভ বস্তুবোৰ প্ৰায়ে মানুহৰ উজ্জ্বল দৃষ্টিৰ সমুখত থাকিব নোৱাৰি লাহে লাহে নাইকীয়া হয় গৈ।

## তিৰোতাসকলে কি উপায়ে তেওঁলোকৰ সংগঠনবোৰক অধিক ফলপ্ৰসূ কৰি তুলিব পাৰে ?

ৰাষ্ট্ৰসংঘৰ একৈশ গৰাকী প্ৰতিনিধিয়ে ১৯৬০ চনত একেলগ হৈ এই প্ৰশ্নটো সম্বন্ধে আলোচনা কৰিছিল। যুক্তৰাষ্ট্ৰৰ উপৰিও এইবোৰ দেশৰ প্ৰতিনিধি সকলে তাত যোগ দিছিল, অষ্ট্ৰেলিয়া, ব্ৰহ্মদেশ, কেনাডা, চিলি, ডেনমাৰ্ক, এল্ চালভাদোৰ, ফিনলেণ্ড, ঘানা, গ্ৰীচ, গুৱেটেমালা, ইস্ৰায়েল, পাকিস্তান, পোলেণ্ড,

আৰু বৃটিচ যুক্তৰাজ্য। ইয়াত বাস্তৱতে নানাধৰণৰ কৃষ্টি, চিন্তা আৰু অভিজ্ঞতাৰ ছাঁ পৰিছিল।

তেওঁলোকে এই কথাৰ ওপৰত একেলগে জোৰ দিছিল, যে নাৰীসংগঠনবোৰে আৰু বেছি কাৰ্য্যকৰী ভাবে কাম কৰা উচিত। প্ৰতিনিধিসকলে পৰামৰ্শ দিলে যে প্ৰত্যেক সংঘই তেওঁলোকৰ "সম্মিলিত ক্ষমতা সম্বন্ধে পুনৰ্বিবেচনা' কৰা আৱশ্যক, এই কথা ভাবি চাই যে দেশৰ লগত তেওঁলোকৰ সম্পৰ্কে কি ধৰণৰ, আৰু নিজকে এই ধৰণৰ প্ৰশ্নবোৰ কৰি চোৱা উচিত ঃ

আমি কি উপায়েৰে সৰ্বোৎকৃষ্ট সহায় আগবঢ়াব পাৰোঁ? শিক্ষাৰ ক্ষেত্ৰত, নে আইনগত অধিকাৰৰ ক্ষেত্ৰত, শুশ্ৰূষা কৰা বা তেনে কোনো বৃত্তিৰ প্ৰতি সমৰ্থন জনাই, নে কি উপায়ে?

আমি প্ৰচলিত প্ৰথামতে কাম কৰিয়ে আছোঁ নেকি সেই আৱশ্যকতাবোৰ এতিয়াও আছে নে নাই তাক নোচোৱাকৈ?

আমি আমাৰ সভ্যসকলৰ বিশেষ দক্ষতাবোৰ এনেভাবে কামত লগাব পাৰিছোঁ নে যাতে সৰ্বাধিক উপকাৰ পোৱা যায়?

তাৰ পিছত তেওঁলোকে কয় যে প্ৰত্যেক সমিতিয়ে ভালকৈ পৰীক্ষা কৰি চোৱা উচিত যে সেই সমিতিয়ে কি কাম কৰিবলৈ "সাজু, সক্ষম, আৰু ইচ্ছুক"। ইয়াকে মূল ভেটি কৰি তেওঁলোকে এখন দীৰ্ঘ-প্ৰসাৰী আৰু বিশদ পৰিকল্পনা কৰা উচিত? আৱশ্যক বিবেচনা কৰিলে চৰকাৰক তেওঁলোকৰ বিশেষজ্ঞৰ দ্বাৰা সহায় আগবঢ়াবলৈ উৎসাহিত কৰিব লাগিব; আৰু তাৰ পিছত সেই কামত লাগি থাকিব লাগিব।

তেওঁলোকে কয়, যে "বহুতবোৰ সমিতিয়ে তেওঁলোকক ইমান বহলকৈ অতি বিস্তৃত কৰি পেলায়, যে তেওঁলোকে একো কাম ভালকৈ কৰিব নোৱাৰে বা কিছুমান বিষয়াৰ তলত তেওঁলোকে কিবা এটা কাম আৰম্ভ কৰে, আৰু তাৰ পিছত অন্য বিষয়া আহিলে তেওঁলোকে আঁচনি পৰিবৰ্ত্তিত কৰি পেলায়। তেওঁলোকে ইমানখিনি কাম কৰিব নুখুজি যদি সংখ্যাত কম আঁচনি লৈ সেইবোৰ বেছি যত্নেৰে সৈতে কৰিবলৈ চেষ্টা কৰিলেহেঁতেন, তেন্তে বহুত বেছি কাম হলহেঁতেন।" শেষত তেওঁলোকে যিবোৰ ব্যৱস্থা হাতত লবলৈ প্ৰস্তাৱ আনিলে, সেইবোৰ হল ঃ

১। দূৰদৃষ্টি ;



২। আৱশ্যকতাবোৰ যত্নসহকাৰে পৰীক্ষা ;

৩। এখন দীৰ্ঘ-প্ৰসাৰী পৰিকল্পনা যাক পৰীক্ষাৰ ভেটিত তৈয়াৰী কৰা হৈছে, কিন্তু সমিতিৰ ফালৰ পৰা কিমানখিনি সঙ্গতিৰ ব্যৱস্থা কৰা যাব পাৰে তাকো বিবেচনা কৰা হৈছে।

সঙ্গতিৰ প্ৰকাৰ ঃ

(ক) ক্ষমতা ;

(খ) সময় ;

(গ) আকৰ্ষণ বা স্বাৰ্থ ;

(ঘ) চলাই থাকিব পৰাৰ সম্ভাৱনা।

তেওঁলোকে একমত হৈ কয় যে "তেতিয়াহে তিৰোতাৰ সংগঠনবোৰৰ ওপৰত নিৰ্ভৰ কৰা যাব পাৰে ; আৰু তেতিয়াহে তেওঁলোকে জাতীয় উন্নতিৰ প্ৰতি যথেষ্ট পৰিমাণে অৱদান দিব পাৰিব।"৫

পাকিস্তানৰ নাৰী সকলক উদ্দেশ্য কৰি বেগম লিয়াকত আলি খাঁই 'দূৰদৃষ্টি' আৰু 'পৰীক্ষা' সম্পৰ্কে আলোচনা কৰি কয় যে এইবোৰ কেৱল তেওঁৰ দেশৰ ক্ষেত্ৰতে আৱশ্যকীয় নহয়, পৃথিৱীৰ বহুত ঠাইতে এইবোৰ দৰকাৰ। তেওঁ এই বিষয়ৰ ওপৰত জোৰ দিয়ে, যে গ্ৰাম্য অঞ্চলত বেছি কাম কৰাৰ কাৰণে অনুৰোধ কৰা আৱশ্যক।

তেওঁ কয়, "আমি যেতিয়ালৈকে গাৱঁলীয়া তিৰোতাসকল আৰু তেওঁলোকৰ পৰিয়ালৰ কাৰণে বেছি পৰিমাণে কাম কৰিব নোৱাৰোঁ, তেতিয়ালৈকে আমি সমস্যাবোৰৰ কাষটোহে কেৱল ছুই থকা হব।"

## বৃত্তিধাৰী আৰু স্বেচ্ছাসেৱক সকলৰ মাজত সম্পৰ্ক ঃ

এটি সংগঠনৰ ভিতৰত যদি যিসকলে সেই কামটো নিজৰ জীৱিকা বা বৃত্তি বুলি কৰে, তেওঁলোকৰ লগত স্বেচ্ছাসেৱক সকলৰ বিশ্বাসপূৰ্ণ সহযোগিতা নাথাকে, তেন্তে তাৰ দ্বাৰা অসন্তোষৰ সৃষ্টি হব পাৰে। বৃত্তিধাৰী কৰ্মীসকলে উপদেশ দিব পাৰে, আৰু কামটোৰ বৃত্তিৰ লগত জড়িত থকা অংশক কাৰ্য্যকৰী কৰিব বা পৰিচালনা কৰিব পাৰে, কিন্তু বৃত্তিধাৰী সকলৰ সংখ্যা কম হোৱা কাৰণে সকলো ক্ষেত্ৰতে তেওঁলোকৰ সহায় পোৱা নেযাব পাৰে ; তেনেবোৰ ক্ষেত্ৰত বৃত্তিধাৰীসকলৰ কামবোৰ কৰি দিয়াৰ কাৰণে স্বেচ্ছাসেৱক সকলক যথাৰ্থতে

কামত লগোৱাৰ আৱশ্যকতা হয়। তাৰ উপৰি, নীতি নিৰ্বাচনৰ ক্ষেত্ৰত তেওঁ এটি বিশেষ ভূমিকা গ্ৰহণ কৰে, আৰু সমস্যাবোৰ সমাধান কৰাৰ কাৰণে তেওঁ মানুহৰ মাজত আৱশ্যকীয় মতামতৰ সৃষ্টি কৰাব পাৰে।

যি স্থলত সংঘৰ্ষ উপস্থিত হয়, তাত দেখা যায় যে হয় বৃত্তিধাৰীসকলে নিজকে স্বেচ্ছাসেৱকসকলতকৈ উচ্চতৰ কৰ্মী বুলি ভাবে, আৰু তেওঁলোকৰ লগত ঊৰ্দ্ধতন বিষয়াৰ নিচিনা ব্যৱহাৰ কৰে; অথবা স্বেচ্ছাসেৱক সকলে নিজকে বৃত্তিধাৰী সকলোতকৈ উৎকৃষ্টতৰ বুলি ভাবে, আৰু তেওঁলোকে 'পাৰিশ্ৰমিক'ৰ বিনিময়ত কাম কৰা কাৰণে তেওঁলোকৰ লগত 'নীচতৰ' মানুহৰ নিচিনা ব্যৱহাৰ কৰে। প্ৰায়ে দেখা যায় যে এইদলে অন্য দলক নিজতকৈ নিকৃষ্ট বুলি ভাবে।

দুয়োপক্ষই এইটো বুজা একান্ত আৱশ্যক যে এদলৰ সহায় নোপোৱাকৈ আনদলে সম্পূৰ্ণ কাৰ্য্যকৰীভাবে কাম কৰিব নোৱাৰে, এদলে আনদলৰ কামৰ পৰিপূৰক স্বৰূপে কাম কৰে। প্ৰত্যেকৰে কামবোৰ স্পষ্টকৈ দেখুৱাই দিয়া উচিত, দুয়োৰে অৱস্থান দুয়োই জনা উচিত, আৰু পৰস্পৰৰ প্ৰতি শ্ৰদ্ধা থকা আৱশ্যক। দুয়োপক্ষৰে মাজত মিলাপ্ৰীতি থকাৰ কাৰণে, তেওঁলোকে নিয়মমতে হোৱা সভা-সমিতিৰ বাহিৰতও পৰস্পৰৰ লগত কথা-বতৰা পতাৰ সুযোগ পোৱা উচিত। তথাপিও, সংঘৰ্ষ বহুত সময়তে দেখা দিয়ে। এই সংঘৰ্ষবোৰ যেন বাস্তৱ সমস্যাত পৰিণত নহয়, তাৰ কাৰণে এইবোৰ হোৱা আৱশ্যক :

দুয়ো পক্ষৰে ভিতৰত পৰস্পৰক বুজি পাবলৈ আৰু সহায় কৰিবলৈ যথাৰ্থ আগ্ৰহ থকা আৱশ্যক।

দুয়োই উপলব্ধি কৰিব লাগিব, যে কোনোৱে উৎকৃষ্ট বা উচ্চতৰ নহয়, দুয়োৰে কাম আৱশ্যকীয়, আৰু দুয়োৰে স্বতন্ত্ৰ ভূমিকা আছে। যি কোনো সমস্যাই বিৰাট আকাৰ গ্ৰহণ কৰাৰ আগতে সেই সম্পৰ্কে আলোচনা কৰাৰ সহজ সুযোগ।

স্বেচ্ছাসেৱক আৰু বৃত্তিধাৰী দুয়োৰে উপযুক্ত শিক্ষা।

দুয়োপক্ষৰে দায়িত্ববোৰৰ স্পষ্ট উল্লেখ।

**সভ্যসকলৰ মাজত ঈৰ্ষা আৰু প্ৰতিদ্বন্দ্বিতা :**

ঈৰ্ষা আৰু প্ৰতিদ্বন্দ্বিতা এই দুটি যঁজা ভনীয়ে, আমি ভবাতকৈ বহুত বেছি গুণে, অৰ্থাৎ যাৰ অৰ্থ নহয় ইমান গুণে সময় নষ্ট কৰায়, বহুত সদিচ্ছা নষ্ট কৰায়, অসন্তোষৰ সৃষ্টি কৰায়, বহুত ভাল কৰ্মী হেৰুৱায়। জগতৰ এক প্ৰান্তৰ পৰা আন প্ৰান্তলৈ এই কথা খাটে।



"যদি শ্ৰীমতী 'ক' সভানেত্ৰী নিৰ্বাচিত হয়, তেন্তে মই পদত্যাগ কৰিম, আৰু এটি নতুন দল আৰম্ভ কৰিম।"

"তেওঁ নিজকে কোন বুলি ভাবে, এনেকুৱা দেখুৱায় যেন তেওঁ স্বাস্থ্য-কেন্দ্ৰ সম্বন্ধে সকলো জানে? মোৰ স্বামী চিকিৎসা বিজ্ঞানৰ মুখ্য বিষয়া। মইহে সেই সমিতিত থকা উচিত, শ্ৰীমতী 'ৰ' থকা উচিত নহয়।"

"ছাত্ৰাবাস সম্পৰ্কে একেলগে কাম কৰাৰ কথা কৈছে? আমাৰ সমিতিয়ে তাক আৰম্ভ কৰিছে। আমি যদি একেলগ হওঁ তেন্তে সভানেত্ৰী কোন হব? তেওঁলোকে কেতিয়াও শ্ৰীমতী 'খ'ৰ তলত কাম নকৰে; আৰু আমিও নিশ্চয় তেওঁলোকৰ সভানেত্ৰীৰ তলত কাম নকৰোঁ। তাৰ উপৰি, তেওঁলোকে তেওঁলোকৰ ছাত্ৰাবাসটো কাম কৰা ছোৱালীবোৰৰ কাৰণে বিচাৰে, আৰু আমাৰটো আমি বিচাৰো ছাত্ৰীসকলৰ কাৰণে।"

যিসকল মানুহে নিজকে আৰু আনক ঈৰ্ষাৰ দ্বাৰাই ধ্বংস কৰে, তেওঁলোকে এনেকুৱা কৰাৰ কাৰণ হল, এয়ে যে তেওঁলোকৰ মনোযোগ ভুল ঠাইতহে কেন্দ্ৰীভূত হয়। যি কামটো কৰা আৱশ্যক তাৰ পৰা তেওঁলোকৰ দৃষ্টি আঁতৰি গৈছে। তাৰ পৰিবৰ্ত্তে তেওঁলোকৰ দৃষ্টিৰ দিগন্তত এইবোৰ বস্তুহে আহিছে, নিজৰ সম্মান, নিজৰ পদমৰ্য্যাদা (বা তেওঁলোকৰ স্বামীসকলৰ), তেওঁলোকৰ গৰ্ব্বত আঘাত লগা, তেওঁলোকৰ ব্যক্তিগত ভালপোৱা বা বেয়া পোৱা। যেতিয়া মনোযোগ আচল বস্তুৰ ওপৰত পৰে, তেতিয়া শ্ৰীমতী 'ক' আৰু শ্ৰীমতী 'খ'ৰ সামাজিক মৰ্য্যাদা একেস্তৰৰ হয় নে নহয়, বা তেওঁলোকৰ স্বামীসকলে কি কৰে সেইবোৰৰ একো মূল্য নেথাকে। তেতিয়া একে উদ্দেশ্য থকা সমিতিবোৰৰ মাজত প্ৰতিদ্বন্দ্বিতা নাইকীয়া হৈ যায়। ইয়াৰ উদাহৰণ—ছাত্ৰাবাস। কামটো আৰু তাৰ আৱশ্যকতাহে প্ৰথমতে চিন্তাৰ বিষয় হয়।

যেতিয়া দুটা দলে পৰস্পৰৰ লগত সহযোগিতা কৰি একেলগে পৰিকল্পনা কৰে, তেতিয়া বেছি সংখ্যক কৰ্মী পোৱা যায়, অৰ্থসংগ্ৰহৰ ক্ষেত্ৰতো বেলেগ বেলেগ ঠাইত টকা তুলিব পাৰে আৰু সমস্যাটো সমাধান কৰাৰ কাৰণে একেলগে বেছি শক্তি পোৱা যায়। ফলত এই সমস্যা বেছি সহজে সমাধান কৰিব পাৰি। সহযোগিতা কৰি কাম কৰিলে কোনো দলৰে নিজস্ব সত্তা হেৰাই নাযায়; বহুত সময়ত দুয়ো দলৰে লাভ হয়।

চীন দেশৰ তাও-দৰ্শনে, যাক ২৫০০ বছৰ পুৰণি বুলি কোৱা হয় যিসকল উপদেশ দিছে, তাত দেখা যায় যে ঈৰ্ষা, আৰু সম্মানলাভৰ আকাঙ্ক্ষা মানুহৰ বহুত পুৰণি ত্ৰুটি। তাও দৰ্শনে কয় ঃ

সকলোতকৈ উচ্চ লক্ষ্য হোৱা উচিত পানীৰ নিচিনা হব পাৰা; সকলো প্ৰাণীৰ কাৰণে পানী এটি আৱশ্যকীয় বস্তু, কিন্তু ই নিজৰ গৰিষ্ঠতা ঘোষণা নকৰে আৰু কোনো পাৰিশ্ৰমিক বা মূল্য গ্ৰহণ নকৰে। বৰং অতি নম্ৰতাৰে ই নিজতকৈ তলৰ স্তৰৰ পিনে বৈ যায়।

জগতত পানীতকৈ নমনীয় বস্তু আন একো নাই। কিন্তু ই কঠিন আৰু শক্তিশালী বস্তুকো খহাই নিব পাৰে। এই কামত আন কোনোৱে ইয়াৰ সমকক্ষ নহয়। এইদৰে নমনীয় বস্তুৱেও কঠিন বস্তুক জয় কৰিব পাৰে। গোটেই জগতে এইবোৰ প্ৰত্যক্ষ কৰে, কিন্তু কোনোৱে নিজে অভ্যাস নকৰে।

---

# ১১

## যৌৱনৰ কি সমস্যা?

ছোৱালী এজনীয়ে বয়স বাঢ়ি অহাৰ লগে লগে সপোন দেখে যে তেওঁৰ ভবিষ্যৎ স্বামীৰ কাৰণে এখন শান্ত, সুখী গৃহস্থালী পাতিব, আৰু তেওঁৰ লৰা-ছোৱালীবোৰক তেওঁলোকৰ সৰ্বোত্তম ক্ষমতাৰে সৈতে তুলি ডাঙৰ কৰিব।

বৰ্তমান যুগৰ কিশোৰ-কিশোৰীৰ সমস্যাবোৰ তেনেই বেলেগ ধৰণৰ, গতিকে যি মাক সকলৰ নিজৰ সেই বয়সৰ সমস্যাবোৰ সম্পূৰ্ণ বেলেগ আছিল তেওঁলোকে লৰাছোৱালীক বাট দেখুৱাব কেনেকৈ? আজিকালি এই কাম আগৰ দিনতকৈ বহুত টান হৈছে কিয়? তাৰ বহুতবোৰ কাৰণ আছে ঃ

(১) জগতত যি বিৰাট আৰু দ্ৰ পৰিবৰ্ত্তনবোৰ হব ধৰিছে তাৰ দ্বাৰা ৰক্ষণশীল পিতৃমাতৃ আৰু আধুনিক মনৰ সন্তানসকলৰ মাজত বিৰাট পাৰ্থক্যৰ সৃষ্টি হব ধৰিছে।

(২) জগতৰ বহুত অংশতে লৰাছোৱালীবোৰৰ যৌৱনোদ্গম অপেক্ষাকৃতভাৱে কম বয়সতে হব ধৰিছে, তেওঁলোকৰ মাকদেউতাক, বা ককাক কাৰো এই বয়সত হোৱা নাছিল। মনৰ পৰিপক্কতা, বা সামাজিক ক্ষেত্ৰত পৰিপক্কতা অৱশ্যে শাৰীৰিক পৰিপক্কতাৰ লগে লগে নাহে।

(৩) জ্ঞান ইমান দ্ৰুতগতিত বিয়পিব ধৰিছে, বিজ্ঞানৰ উন্নতি ইমান খৰকৈ হব ধৰিছে যে স্কুলৰ কিতাপবোৰ অলপ দিনৰ পিছতে নতুন যুগৰ অনুপযোগী হৈ পৰে। নতুন দৃষ্টিভঙ্গীৰ ফলত শিক্ষক আৰু মাকদেউতাকক বহুত লৰা-ছোৱালীয়ে 'পুৰণি ধৰণৰ' মানুহ বুলি ভাবে।

(৪) প্ৰত্যেক ক্ষেত্ৰতে ইমান বস্তু সম্বন্ধে জানিব লগীয়া হয় যে অতি সোনকালেই জ্ঞানৰ কোনো বিশেষ ক্ষেত্ৰ বাছি লবলগীয়া হয়, তাৰ ফলত বহুত সময়তে কোনো জটিল অৱস্থা বুজি পোৱাৰ কাৰণে ছাত্ৰসকলৰ জ্ঞান আংশিক আৰু অনুপযুক্ত হয়। এজন কমবয়সীয়া বিজ্ঞানৰ ছাত্ৰৰ কথা উদাহৰণস্বৰূপে ভাবি চাওক, তেওঁ তেওঁৰ পৰীক্ষাগাৰত গৱেষণাত বুৰ গৈ থাকে, কিন্তু মানুহৰ মাজত থকা সম্পৰ্ক সম্বন্ধে তেওঁ বৰ কমেইহে জানে, বা বুৰঞ্জীৰ দৃষ্টিভঙ্গী, বা পুৰণি দাৰ্শনিকসকলৰ মতবাদ সম্বন্ধে তেওঁৰ জ্ঞান অতি সামান্য।

(৫) দূৰত্ববোৰ ক্ৰমে কোঁচ খাই আহিছে। জগতৰ বিভিন্ন অংশ ক্ৰমে ওচৰ চাপি আহিছে। ক্ৰমে উত্তেজনা আৰু প্ৰতিযোগিতা বাঢ়ি অহা বুলি তীব্ৰভাবে বুজিব পাৰি।

(৬) বিশেষ ধৰণৰ বৃত্তিগত শিক্ষা, স্বয়ংক্ৰিয় যন্ত্ৰৰ ব্যৱহাৰ, শ্ৰম সম্বন্ধীয় অৱস্থাৰ পৰিবৰ্ত্তন, নতুন ধৰণৰ আমোলাতান্ত্ৰিক শাসনব্যৱস্থা, এই সকলোৱে জীৱিকা পৰিবৰ্ত্তনৰ ক্ষেত্ৰত অসুবিধা আনিছে। যুবকযুৱতীসকলৰ পক্ষে বাট বিচাৰি লোৱা, বা তেওঁৰ চয়ন উপযুক্ত হোৱা নাই বুলি বুজি পালে তাৰ পৰিবৰ্ত্তন আদি সকলো বৰ কঠিন হৈ পৰিছে।

যুৱকযুৱতীয়ে নিজে বিচাৰিব ধৰিছে, আনক অনুকৰণ কৰিব ধৰিছে, পুৰণি সম্পৰ্ক ছেদ কৰিব ধৰিছে, নতুন সম্পৰ্ক পাতিব ধৰিছে, আৰু কেৱল মাক-দেউতাকে সমৰ্থন কৰাবোৰেই যে পাতিব ধৰিছে তেনে নহয়। তেওঁৰ পিতৃমাতৃ বা তেওঁৰ সমবয়স্ক সকলৰ প্ৰভাৱেহে তেওঁৰ ওপৰত বেছি পৰা যেন লাগে, এইটো বহুত সময়তে পিতৃমাতৃৰ হতাশাৰ কাৰণ যেন লাগে। পুৰণি প্ৰথাবোৰক থিৰিকিৰে দলিয়াই পেলোৱাৰ নিচিনা লাগে। বহুত সময়তে তেওঁ নিজে যি হব খোজে তাৰ বিপৰীতটোহে হোৱা দেখা যায়, কাৰণ তেওঁ নিজে কেনেকুৱা মানুহ, বা তেওঁ কি হব খোজে তাকো নেজানে ; বা কাক অনুসৰণ কৰিব খোজে তাকো নেজানে। কমবয়সীয়া লৰাছোৱালীয়ে এনেকুৱা কৰাৰ ফলত মাক দেউতাকো অসুবিধাত পৰে, কাৰণ এই ধৰণৰ অসুবিধাবোৰৰ সন্মুখীন হোৱাৰ কাৰণে তেওঁলোক নিজেও সাজু নাছিল। তেওঁলোকৰ জগতখনতো এটি বিশৃঙ্খলতাৰ পৰিবেশ। প্ৰত্যেকৰ লগতে প্ৰত্যেকৰ খোজ নিমিলে, অনিশ্চয় আৰু বিমূঢ় অৱস্থা।

দুয়োটি পুৰুষৰ কাৰণে এই পৰিবৰ্ত্তন কেনেকৈ উজু কৰি তোলা যায়?



অসুবিধাৰ বেছিভাগ অংশ আছে, মনোভাৱৰ ভিতৰতে। যদি দুয়োটি পুৰুষৰ মানুহে সমকক্ষৰ নিচিনা অন্ততঃ কিছুমান বিষয় সম্পৰ্কে একেলগে বহি আলোচনা কৰিব পাৰে, তাৰ দ্বাৰাও পৰস্পৰৰ ওচৰ চাপি আহিব।

যিসকল মূল সমস্যাৰ প্ৰভাৱ সকলোৰে ওপৰত পৰে, যেনে—পৰিয়ালৰ আৰ্থিক অৱস্থা, মাকে কাম কৰা উচিত হয় নে নহয়, ৰাজনৈতিক পটভূমিকাৰ খুঁটিনাটি, কৰ, আৰু আন আন যিবোৰ সমস্যাক ডেকা লৰাছোৱালীৰ 'অনুপযুক্ত' বুলি ভবা হৈছিল, সেইবোৰ সমস্যা সম্পৰ্কে ডেকা লৰাছোৱালীয়ে মাক-দেউতাকৰ লগত আলোচনা কৰাত আগ্ৰহশীল।

ডেকাসকলে যেতিয়া দেখে যে তেওঁলোকৰ দৃষ্টিভঙ্গীক মূল্য দিয়া হৈছে, তেতিয়া তেওঁলোকে আত্মৰক্ষা কৰাৰ ভাবটো এৰে, আৰু ভালকৈয়ে পৰিয়ালৰ এটি অঙ্গ হৈ পৰে, আনকি দুই পুৰুষৰ মাজত বয়সৰ পাৰ্থক্য বহুত বেছি হলেও। যদি ডেকা মানুহজনে দেখে যে তেওঁৰ মাক দেউতাকেও শিকিবলৈ, বুজিবলৈ আৰু নিজকে খাপ খুৱাবলৈ চেষ্টা কৰিছে, তেওঁৰ ফালৰ পৰা তেৰোঁ নমনীয় হব। 'শ্ৰদ্ধা' নামৰ বস্তুটোৰ আগতে যি সংজ্ঞা আছিল অৰ্থাৎ মূৰ দোঁৱোৱা, আজিকালি সি পৰিবৰ্ত্তিত হৈ আধুনিক সংজ্ঞা লাভ কৰিছে, যিটো হল 'দিয়া-আৰু লোৱা'।

দুই পুৰুষৰ মানুহৰ মাজত আৰু বেছি মিলা-প্ৰীতিৰ সম্পৰ্ক গঢ়ি তুলিব পাৰি, যদি মাক দেউতাক, আৰু লৰাছোৱালী দুয়ো পক্ষই মিলি ঘৰত কোনো মনোগ্ৰাহী কাম কৰিব পাৰে। দুয়োপক্ষই যদি কোনো সমস্যাত অংশগ্ৰহণ কৰে, তাৰ দ্বাৰা দুয়োই সন্তুষ্ট হয়। যিসকল কৃষক পৰিয়ালত মাক দেউতাকৰ লগত লৰাছোৱালীয়ে নিয়মিতভাবে একেলগে কাম কৰে, তাত পৰস্পৰে পৰস্পৰক ভালকৈ বুজি পায়। নগৰৰ পৰিয়ালবোৰৰ কাৰণে এনেকুৱা যুক্ত কামৰ পৰিকল্পনা কৰি লব লাগিব। এটা ভাষা শিকা, বা একেলগে বেহালা বজাবলৈ শিকা ; একেলগে পৰ্ব্বত আৰোহণ কৰা, বা একেলগে এখন নাও সজা ; এজোৰ পোচাক চিলাই কৰা, বা বিদেশৰ পৰা অহা অভ্যাগতক একেলগে আতিথেয়তা দেখুৱা ইত্যাদি। পৰিয়ালবোৰে কি কাম কৰিছে সেইটো বৰ ডাঙৰ কথা নহয়, আচল কথা হল যে মাক দেউতাক আৰু সন্তানে একেলগে কিবা কাম কৰা, বা একেলগে সমকক্ষৰ নিচিনা কিবা শিকা, আৰু সকলো সময়তে যেন তেওঁলোকৰ মাজত শিক্ষক আৰু ছাত্ৰৰ সম্পৰ্ক নাথাকে।

ওহিওৰ 'চেকাৰ হাইট্‌চ্' নামৰ ঠাইত পঞ্চাশজন বাদকৰ মাজত, বাৰজনতকৈও বেছি সভ্যৰ মাজত পিতৃমাতৃ আৰু সন্তানৰ সম্পৰ্ক, উদাহৰণ স্বৰূপে এওঁলোকৰ কথা উল্লেখ কৰা যায়। বাদকসকলৰ আধাসভ্য গৃহিণী আৰু কৰ্মৰতা তিৰোতা; একচতুৰ্থাংশ কমবয়সীয়া অৰ্থাৎ কিশোৰ-কিশোৰী; আৰু একচতুৰ্থাংশ পুৰুষ।

এই ধৰণৰ বান্ধৱবৃন্দৰ মাজত এজন বেংকৰ প্ৰেচিডেণ্টে এজন স্কুলৰ শিক্ষকৰ সহায়কাৰী বেহালাবাদক হোৱা, আৰু তাল বজোৱা দলত এজন কিশোৰ, এজনী গৃহিনী, এজন ফুটবল শিক্ষক, এজন ৰাসায়নিক ইঞ্জিনীয়াৰ থকাটো একো অস্বাভাবিক নহয়। সুৰ আৰু তালৰ মিলটোহে আচল উদ্দেশ্য, ই সকলো সামাজিক, ব্যৱসায় সংক্ৰান্ত বা বয়সৰ পাৰ্থক্যক চেৰ পেলাই যায়।

আগৰ দিনত লৰাছোৱালীয়ে কোনো বস্তু নিজে বাছি লোৱাৰ স্বাধীনতা নাপাইছিল, কিন্তু বৰ্ত্তমান জগতত পূৰ্ণবয়স্কসকলে বহুত আৱশ্যকীয় ক্ষেত্ৰত বহুত বস্তুকেই নিজে বাছি লবলগীয়া হয় আৰু সিদ্ধান্তও লব লগীয়া হয়। ভালকৈ বিবেচনা কৰি, উপযুক্ত জ্ঞানেৰে সৈতে কিবা বস্তু মনোনয়ন কৰাৰ শিক্ষা এৰাতিৰ ভিতৰতে পোৱা নেযায়। যদি ডাঙৰ হৈ উঠাৰ পিছত জ্ঞান আৰু চিন্তাৰ সহায়েৰে নিজেই সকলো বস্তু বাছি লব লগীয়া হয়, তেন্তে বাঢ়নীয়া বয়সতে স্কুল আৰু ঘৰ দুয়ো ঠাইতে ইয়াৰ পৰীক্ষা আৰু অভ্যাস কৰি লোৱা আৱশ্যক।

আজিৰ যুৱসমাজৰ ওচৰত সকলোতকৈ ডাঙৰ কথা হল যে তেওঁলোকক বিশ্বাস কৰা হৈছে নে নাই। ডেকাসকলক যেতিয়া সমানৰ নিচিনা ব্যৱহাৰ কৰা হয়, তেতিয়া তেওঁলোকৰ ভিতৰত অধিকাংশই তেনেকুৱা ব্যৱহাৰ কৰে; কিন্তু তেওঁলোকক পিছলৈ ঠেলি ৰাখিলে বা তেওঁলোকৰ সৈতে শিশুৰ নিচিনা ব্যৱহাৰ কৰিলে তেওঁলোকে আপত্তি কৰিব।

বেছিকৈ দায়িত্ব, বেছিকৈ মনোনয়নৰ স্বাধীনতা আৰু কম কৰ্ত্তৃত্ব দেখুৱালে আজিৰ দিনৰ অস্থিৰমতি আৰু বিমূঢ় যুৱসমাজক আংশিকভাবে সহায় কৰা হব। ইয়াৰ দ্বাৰা এয়ে নুবুজায় যে তেওঁলাকে নিজৰ ইচ্ছামতে যিহকে মন যায়, তাকেই কৰিবলৈ দিয়া উচিত, বা কোনো মান ৰক্ষা কৰাৰ আৱশ্যকতা নাই, বা আমাৰ আশাক তললৈ নমাই অনা আৱশ্যক। তাৰ পৰিবৰ্ত্তে, পিতৃমাতৃয়ে তেওঁলোকৰ ভালৰ পৰা আৰু বেছিকৈহে আশা কৰা উচিত।



আজিৰ দিনৰ বহুত যুৱক যুৱতীয়ে যথেষ্ট বা অস্বাভাৱিক কম বয়সতে দায়িত্ব লবলৈ সাজু আছে, যদিও ওপৰৰ পৰা দেখাত তেনেকুৱা যেন নালাগে।

এটা গ্ৰীষ্মকালত এজন চৌব্বিশ বছৰীয়া ডেকা এখন ছাত্ৰসকলক নিয়া জাহাজত আছিল। তেওঁ যুক্তৰাষ্ট্ৰত তিনি সপ্তাহ কাল কটাবলৈ আহিছিল। তেওঁক সোধা হল, "কিয় ইমান কম দিনৰ কাৰণে আহিছে?" তেওঁ উত্তৰ দিলে, "মই কেৱল এটা উদ্দেশ্যৰ কাৰণে আহিছোঁ। মোৰ গৱেষণা সম্পৰ্কে বিশ্বৰ পদাৰ্থ বিজ্ঞানীসকলৰ সভাত এটা প্ৰবন্ধ পঢ়িবলৈ মোক আমন্ত্ৰণ জনোৱা হৈছে, এই সভাখন ফিলাডেলফিয়াত হব।"

একেখন জাহাজতে, টান আৰু আঠুৰ ওপৰত থকা স্কাৰ্ট-পিন্ধা এজনী ফৰাচী ছোৱালী আছিল। তেওঁৰ অৱসন্ন হাতত এটা চিগাৰেট হোল্ডাৰ প্ৰায় সকলো সময়তে ওলমি থকা দেখা গৈছিল। তেওঁৰ চুলিত ডাঠকৈ ৰহন লগোৱা আছিল। তেওঁক দেখাত এনেকুৱা 'অভিনেত্ৰী' যেন লাগিলেও তেওঁ এটা বিশ্ব-প্ৰতিযোগিতাত এটা সৰ্বোচ্চ বৃত্তি পাইছিল, আৰু তেওঁক পঠিওৱা হৈছিল বৈদ্যুতিক ইঞ্জিনীয়ৰিঙৰ এটা কঠিন শাখা সম্বন্ধে শিক্ষালাভৰ কাৰণে; সেইটো আছিল বৈদ্যুতিক গণনা-যন্ত্ৰৰ বিষয়ে শিক্ষালাভ।

সমগ্ৰ জগততে ৪-এইচ ক্লাব বা সংঘবোৰে প্ৰমাণ কৰিছে যে হেজাৰ হেজাৰ খেতিয়কে তেওঁলোকৰ লৰা বা ছোৱালীৰ ওপৰত কিমান থিনি উচ্চাশা ৰাখিব পাৰে। এই ডেকা সকলে তেওঁলোকৰ সভাবোৰ নিজে চলায়, নিজৰ আঁচনি নিজে গঢ়ে, কৃষিৰ উন্নতি সম্পৰ্কে আৰু গৃহস্থালীৰ অৰ্থনীতিৰ উন্নতি সম্পৰ্কে জ্ঞান আহৰণ কৰে। তেওঁলোকক যি সকল দায়িত্ব দিয়া হয়, সেইবোৰ পালন কৰাৰ কাৰণে আগবাঢ়ি আছে, আৰু অতি চমৎকাৰ কাম কৰে।

উদাহৰণ স্বৰূপে, ফিলিপাইন দ্বীপপুঞ্জৰ লা ইউনিয়নৰ এজন খেতিয়কৰ পুতেকে ২-হেক্টাৰ পতিত মাটিত 'ভাৰ্জিনিয়া' ধপাত কলে; এই যোজনাটো আছিল তেওঁৰ ৪-এইচ সংঘৰ পৰা লোৱা। বছৰটো ভালেই গল; তেওঁৰ শস্যখিনিৰ তেওঁ ভালকৈ যত্ন কৰিলে; তেওঁ তাৰ পৰা ৪০০০ পাউণ্ডতকৈও বেছি পৰিমাণে উৎকৃষ্ট ধৰণৰ পাত পালে, আৰু পৰিয়ালটোৱে তাৰ পৰা ৪৮০০ 'পেচো' পালে।

কেবছৰমান পিছত যেতিয়া লৰাজন কৃষি শিক্ষায়তনলৈ পঢ়িবলৈ গল, তেতিয়া তেওঁৰ যোজনাই পৰিয়ালটোৰ একমাত্ৰ নিৰ্ভৰৰ ঠাই হল। তেওঁ আৰু

তেওঁৰ দেউতাকে ইয়াৰ কাৰণে কাম কৰিছিল, আৰু ইয়াৰ পৰা বহুত লাভও হৈছিল।

সমগ্ৰ জগতত লাখ লাখ লৰাছোৱালীয়ে উচ্চ বিদ্যালয় বা মাধ্যমিক বিদ্যালয়ৰ শিক্ষা পোৱাৰ আগতে পঢ়িবলৈ এৰে। তাৰ কাৰণ হল যে বহুতে খৰচ যোগাব নোৱাৰে, আৰু কিছুমানে অস্থিৰ হৈ উটি ফুৰে আৰু যি কাম সমুখত পায় তাকে লয়, আৰু নিজেই অলপ পাৰিশ্ৰমিক যুক্ত অশিক্ষিত শ্ৰমিকৰ জীৱনৰ দুৰ্দশা মাতি আনে, গোটেই জীৱনৰ কাৰণে। যুক্তৰাষ্ট্ৰত এই পঢ়া-এৰা ছাত্ৰৰ সমস্যাই প্ৰচণ্ড আকাৰ ধাৰণ কৰিছে। নিউইয়ৰ্ক চহৰৰ শিক্ষা বোৰ্ডৰ আঁচনিৰ অন্তৰ্গত সমবায় শিক্ষা আঁচনিৰ দ্বাৰা এই সমস্যা সমাধান কৰাৰ কাৰণে চেষ্টা কৰা হৈছে, তেওঁলোকে যথেষ্ট সফলতা লাভ কৰিব ধৰিছে, তাৰ কাৰণ হল যে ৪-এইচ সংঘৰ নিচিনাকৈয়ে, সাধাৰণতে তেওঁলোকৰ বয়সৰ লৰাছোৱালীৰ পৰা যিথিনি আশা কৰা হয়, তাতকৈ বেছিকৈ তেওঁলোকৰ পৰা আশা কৰা হয়; তেওঁলোকক দায়িত্ব দিয়া হয় আৰু তেওঁলোকৰ প্ৰতি একোজন পূৰ্ণবয়স্ক মানুহৰ নিচিনা ব্যৱহাৰ কৰা হয়। নিউ ইয়ৰ্ক টাইম্‌চে এই আঁচনিৰ এইদৰে বৰ্ণনা কৰিছিল—

"সমবায়-পদ্ধতিৰ শিক্ষাৰ অধিকৰ্ত্তা কুমাৰী ব্ৰেনানে এইদৰে কৈছিল, শিক্ষা আৰু কামৰ মাজত সংযোগ স্থাপনৰ ই এটা অতি বাস্তৱ উপায় হৈ পৰিছে, প্ৰতি বছৰে হেজাৰ হেজাৰ ছাত্ৰৰ কাৰণে। ছাত্ৰসকলে তেওঁলোকৰ নিম্নমাধ্যমিক আৰু মাধ্যমিক শিক্ষা লাভ কৰাৰ লগে লগে স্কুলৰ কামও কৰি আছে আৰু উপাৰ্জনও কৰি আছে, স্কুলত শিক্ষা পাই থকা কালত পুথিগত বিদ্যাৰ লগে লগে, উপাৰ্জনৰ কাৰণে যি বিদ্যা আৱশ্যক সেইবোৰও শিকি আছে। তেওঁলোকৰ নিয়োগকাৰীসকলে তেওঁলোকে কৰ্মক্ষেত্ৰত কিদৰে কাম কৰে সেই সম্বন্ধেও মতামত দিয়ে, আৰু তাৰ পৰা সন্তোষজনক মতামত আহিলে স্কুলেও সেই কামৰ কাৰণে কৃতিত্ব দিয়ে। দুজন ছাত্ৰক একেলগে যুক্ত কৰি দিয়া হয়, যাতে কামটো সকলো সময়তে চলি থাকিব পাৰে, এজন ছাত্ৰই যেতিয়া শ্ৰেণীত পঢ়ি থাকে, আনজনে কাম কৰি থাকে। শ্ৰমৰ ক্ষেত্ৰত তেওঁলোকে প্ৰতিযোগিতা কৰে, আৰু প্ৰচলিত হাৰত পাৰিশ্ৰমিক পায়। স্কুলীয়াশিক্ষাৰ তত্ত্বাবধায়ক জন জে. থিওবণ্ডে কয় যে এই আঁচনিৰ উল্লেখযোগ্য সুগুণ হল যে, ই ছাত্ৰসকলক ধৰি ৰাখিবৰ শক্তি ৰাখে, আৰু বহুত সংখ্যক ছাত্ৰৰে লক্ষ্য উচ্চ বিদ্যালয়ৰ উপাধি-



পত্ৰ লাভ কৰা, যিসকলে এই শিক্ষা ব্যৱস্থাৰ সুযোগ নললে তেওঁলোকৰ লক্ষ্য লাভ কৰিব নোৱাৰিলেহেঁতেন। উচ্চ বিদ্যালয়ৰ শিক্ষা শেষ নোহোৱালৈকে এই সমবায়-ছাত্ৰসকলৰ শতকৰা ৯৯ জনকে ই ওলাই যাব নিদিয়াকৈ ৰাখিব পৰাই কেৱল নহয়, লগতে শতকৰা ৮০ জনকে শিক্ষা শেষ হোৱাৰ পিছত স্থায়ী কামত ৰখা হয়।"[১]

পৰস্পৰৰ সাহচৰ্য্য পোৱাৰ কাৰণে, আপোন ইচ্ছাতে কাম কৰাৰ কাৰণে, কোনো উদ্দেশ্য লাভৰ কাৰণে হওক বা উত্তেজনালাভৰ কাৰণে, ডেকাসকলে নিজৰ ভিতৰতে ক্লাব, সংঘ, দল বা সংগঠন সৃষ্টি কৰা দেখা যায়। এইবোৰৰ ভিতৰত কিছুমান ভাল আৰু কিছুমান বেয়া। কিছুমানত কেৱল সময় নষ্ট হয়, আৰু একো লক্ষ্য লাভ কৰা নহয়, কিছুমান বা ৰাজনৈতিক পক্ষপাতিত্বৰ ওপৰত প্ৰতিষ্ঠিত; কিছুমানৰ উদ্দেশ্য থাকে সমাজৰ মঙ্গল, বা জনসাধাৰণৰ সেৱা; কিছুমানে মনোযোগ দিয়ে খেল-ধেমালিৰ ওপৰত; আৰু বৰ সামান্য সংখ্যকে বাস্তৱতে ক্ষতি বা ধ্বংস সাধন কৰে।

যুৱ-আন্দোলনবোৰক তিনি প্ৰকাৰত বিভক্ত কৰিব পাৰি :

(১) যিসকল আন্দোলন যুৱকসকলৰ দ্বাৰাই পৰিকল্পিত, সৃষ্ট আৰু পৰিচালিত হয়।

(২) সমাজৰ ভিতৰৰ যিসকল উৎসাহী পূৰ্ণবয়স্ক লোক থাকে তেওঁলোকে আগবঢ়ুৱা হৈ পাতি দিয়া আন্দোলন।

(৩) চৰকাৰৰ উদ্যোগত পতা আন্দোলন;

যেতিয়া দেশত কোনো সঙ্কট উপস্থিত হয়, বা আলোড়ন হয়, তেতিয়া কৰ্মী আৰু ছাত্ৰ দুয়োধৰণৰ যুৱকসকলেই অতি সোনকালে প্ৰতিবেদন দেখুৱায়। ছাত্ৰসকলৰ হেঁচাৰ ফলত শাসকবৰ্গ যত হিন্দোলিত হৈছে, দুই চাৰিখন তেনেকুৱা দেশৰ নাম কব পৰা যায়,—হাঙ্গেৰী, কোৰিয়া, তুৰস্ক, আদি।

যিসকল ৰাজনৈতিক দল 'ডেকাদলৰ ভোট' সম্বন্ধে সচেতন, তেওঁলোকে নিজৰ দলৰ ভিতৰতে 'যুৱ-শাখা' খোলে। জাতীয় সমস্যাত বুদ্ধিৰে সৈতে ভাগ লোৱাৰ কাৰণে এইবোৰ কেন্দ্ৰত শিক্ষা লাভ কৰিব পাৰি, আৰু সেই কাৰণে কেন্দ্ৰবোৰ মূল্যৱান। যিসকল দেশত কেৱল এটা ৰাজনৈতিক দলৰ অস্তিত্ব আছে তাত এই কেন্দ্ৰবোৰে যুৱকসকলক দলৰ মতাবলম্বী কৰি তোলাৰ কাম কৰিব পাৰে, বা চৰম ৰাজনৈতিক বিক্ষোভ প্ৰদৰ্শন কৰাৰ কাৰণে সহজাত অস্ত্ৰস্বৰূপে নিযুক্ত হব পাৰে।

বৰ্ত্তমান যুগৰ ডেকাসকলে যদি ঘৰৰ বাহিৰত থকা সময়ত উত্তপ্ত, উত্তেজনাময় আৰু অৰ্থপূৰ্ণ কামত ব্যস্ত থাকিব লগীয়া হয়, তেন্তে বৰ বেছি কৰ্ত্তৃত্ব দেখুৱা মাক-দেউতাকৰ তলত যে তেওঁলোকৰ খং উঠিব বা অস্থিৰবোধ কৰিব, সি স্বাভাৱিক।

ডেকাসকলৰ ওচৰত পূৰ্ণবয়স্কসকলৰ পৰামৰ্শ বা জ্ঞানৰ আৱশ্যকতা আছে, কিন্তু তেওঁলোক আগৰ কালৰ ডেকাসকলৰ নিচিনা শান্ত বা বাধ্য হোৱাৰ সম্ভাৱনা কম। তেওঁলোকৰ ভিতৰত অধিকাংশই বৰ্ত্তমান যুগৰ সমস্যাৰ ওপৰত জপিয়াই পৰিব খোজে। সেইবোৰ যে ৰাজনৈতিক সমস্যাই হব লাগিব তেনে নহয়, কিন্তু অৱশ্যেই বাস্তৱ হব লাগিব।

এই ক্ষেত্ৰতে পিতৃমাতৃ, সমাজ আৰু সংগঠনবোৰে তেওঁলোকক সহায় কৰিব পাৰে। ডেকা সমাজেও অৱদান দিবলৈ বিচাৰে। ইয়াৰ মূলত বহুতখিনিয়েই সাঁচি থোৱা শাৰীৰিক আৰু মানসিক শক্তি। যদি এই শক্তিক ডাঙৰৰ উপযুক্ত, সংগঠনমূলক, মানুহৰ মনত লগা, উদ্দেশ্যপূৰ্ণ বাটেদি যাব দিয়া নহয়, তেন্তে ই ক্ৰমে নিষ্ক্ৰিয়তাৰ জন্ম দিব পাৰে, উচ্ছৃঙ্খলতাত পৰ্য্যবসিত হব পাৰে, বা মদ, মাদক বা যৌন ব্যভিচাৰৰ প্ৰতি ঢাল খাব পাৰে। নিশ্চয়কৈ কোৱা যায় যে ইয়াৰ ফলত অন্ততঃ অস্থিৰতা আহিবই আৰু ঘৰত ভুল বুজাবুজি হব।

বহুত সমিতি বা সংঘই তেওঁলোকৰ লগত কাম কৰা কিশোৰ কিশোৰীসকলৰ এই আৱশ্যকতা সম্পৰ্কে গাঢ় সচেতনতা দেখুৱাইছে। উদাহৰণস্বৰূপে, আমেৰিকাৰ ছোৱালী স্কাউটসকলে এসময়ত, তেওঁলোকৰ খেল-ধেমালি আৰু কেম্পজীৱনত কৃতিত্বৰ বাবে 'বেজ' পালেই সন্তুষ্ট হৈছিল কিন্তু এতিয়া তেওঁলোকৰ মনোযোগৰ ক্ষেত্ৰ বহুত বহল হৈছে। কম বয়সমীয়া ছোৱালী স্কাউটসকলে হচপিটাল, প্ৰমোদ কেন্দ্ৰ আদিত কাম কৰে, তেওঁলোকে নিৰ্বাচনৰ সময়ত সহায় কৰে; যিসকল শ্ৰমিকে এঠাইৰ পৰা আন ঠাইলৈ গৈ গৈ কাম কৰে তেওঁলোকৰ সন্তান সকলৰ কাৰণে নিজে কৰা আঁচনিমতে কাম কৰে; তেওঁলোকে সমগ্ৰ পৃথিৱীৰ ছোৱালী গাইডসকলৰ লগত আন্তৰ্জাতিক সম্মিলনবোৰত মিলিত হৈ আন্তৰ্জাতিক ভাব বিনিময়, প্ৰতিদ্বন্দ্বিতা আদিত যোগ দিয়ে, যাতে জাতি, দেশ, কৃষ্টি, শ্ৰেণী, ধৰ্ম আদিৰ বাধা পাৰ হোৱাত সহায় হয়। আজি কালি ক্ৰমে যুৱ-সংঘবোৰে তেওঁলোকৰ উদ্দেশ্যবোৰক জাতিৰ বৃদ্ধি আৰু উন্নতিৰ লগত খাপ খোৱাকৈ সৃষ্টি কৰিব ধৰিছে। এই উদ্দেশ্যবোৰক ডেকাসকলে বাস্তৱ বুলি ভাবে কাৰণ আচলতেই এইবোৰ বাস্তৱ।



উদাহৰণ স্বৰূপে কোৱা যায় যে নাইজিৰিয়াৰ যুৱ-সংঘবোৰৰ সম্মিলনে প্ৰকাশ কৰিছে যে তেওঁলোকৰ প্ৰধান উদ্দেশ্য হল জাতিক একতাবদ্ধ কৰিবলৈ সহায় কৰা। ইয়াৰ এজন নেতাই লিখিছে—

"আমাৰ উদ্দেশ্য হল লৰাছোৱালীবোৰক এইবোৰ বিষয় সম্বন্ধে জানিবলৈ আৰু এইবোৰৰ ওপৰত মনোযোগ দিবলৈ সহায় কৰা :

(১) পৰস্পৰক জনা আৰু পৰস্পৰৰ প্ৰতি মনোযোগ দিয়া—তেওঁলোক ইবোই হওক, হুৱাচা, য়োৰুবা, বা ক্ৰিষ্টিয়ানেই হওক, বা মুচলমান বা জাতীয় ধৰ্মৰ অনুসৰণকাৰী ; বা তেওঁলোক ধনী বা দুখীয়া হওক।

(২) নিজৰ অঞ্চল বা বাসভূমিৰ নগৰ বা গাঁৱৰ অধিবাসীসকলৰ মঙ্গল চিন্তা কৰা ; তেওঁলোক যেয়ে নহওক, বা যি উপজাতিৰ পৰাই তেওঁলোক নাহক, যিসকলৰ লগত তেওঁলোক বাস কৰে তেওঁলোকক জনা আৰু তেওঁলোকৰ প্ৰতি মনোযোগ দিয়া।"[২]

ডেকাসকলে সংগঠনৰ কামত তেওঁলোকৰ শক্তি খৰচ কৰে ( গঢ়াৰ কামেই হওক বা ভঙাই গঢ়াৰ কামেই হওক ) আৰু আনক শিক্ষা দিয়াৰ কামত ; নতুন আৰু পুৰণি মূল্যবোধৰ সমন্বয় সাধে ; মানুহৰ স্বাভাৱিক গুণাগুণৰ উন্নতি সাধে আৰু মানুহৰ মাজত থকা বাধাক ছিঙিভাঙি দিয়ে। কিন্তু সকলোৱে যে এইবোৰ কৰিবলৈ বিচাৰে, তেনে মুঠেই নহয়।

ভাৰতৰ এজনী তিৰোতাই কয়, "স্কুল বন্ধ হলে মোৰ লৰাছোৱালীবোৰ ঘৰলৈ আহে। তেওঁলোকে কোকা-কোলা খায়, জাজ ৰেকৰ্ড বজায়, কেতিয়াবা অলপ টেনিচ খেলে, কিন্তু তেওঁলোকে ইমানেই কৰে। আৰু আমাৰ দেশত হেজাৰ হেজাৰ লৰাছোৱালী তেওঁলোকৰ নিচিনাই অস্থিৰ, বিৰক্ত আৰু অকামিলা। আমি কি কৰিব পাৰোঁ ?"

ইজিপ্তৰ এজন মানুহে কয়, "আমাৰ পুৰুষ মানুহবোৰৰ সামাজিক বিবেক আছিল, আজিকালি আমাৰ লৰাছোৱালীবোৰক উদাসীন যেন লাগে।"

এই কথা অৱশ্যে সঁচা যে তেওঁলোকৰ ভিতৰত বহুতে নিজকে এটি প্ৰসাৰিত পৰিপ্ৰেক্ষিতত দেখা নাই, বা স্বাধীনভাৱে কাম কৰিব নোৱাৰে। তথাপিও সমগ্ৰ পৃথিৱীতে অগণন লৰাছোৱালীয়ে জগতখনক আগুৱাই যাবলৈ সহায় কৰি আছে।

তলত দিয়া উদাহৰণবোৰে দেখুৱাব, কিছুমান যুৱকযুৱতীয়ে কেনেকৈ তেওঁলোকৰ সময় নিয়াইছে—

কোবিয়াত—চিকিৎসাবিজ্ঞানৰ ছাত্রসকলে গাওঁলীয়া বাইজৰ অসুবিধা সম্পর্কে সচেতন হৈ গ্রীষ্মৰ বন্ধৰ সময়ত সহায় কৰিবলৈ নিজৰ ভিতৰতে সমিতি গঢ়ি তুলিছে। প্রত্যেক বছৰতে তেওঁলোকে দূৰান্তত থকা অঞ্চলবোৰত ভ্রমণ কৰে আৰু গাওঁলীয়া মানুহৰ চিকিৎসা কৰে। কলাম্বিয়া, বলিভিয়া আৰু অন্যান্য ঠাইত—উচ্চ বিদ্যালয়ৰ ওপৰৰ শ্রেণীৰ ছাত্রবোৰে আৰু বিশ্ববিদ্যালয়ৰ ছাত্রবোৰে দেশৰক্ষা বাহিনীত কাম কৰিব লাগে অথবা তাৰ পৰিবর্তে গাওঁবোৰত এবছৰ কাল শিক্ষা দিব লাগে, যাতে নিৰক্ষৰতাৰ উচ্চ হাৰ তললৈ নমাব পৰা যায়।

যুক্তৰাষ্ট্রত—সংখ্যালঘু সম্প্রদায়ক ভিন্ন চকুৰে চোৱাৰ বিৰোধিতা কৰিব খোজা ছাত্রসকলে 'উত্তৰ দেশৰ ছাত্র আন্দোলন' নামৰ সংঘ গঢ়ি তুলিছে। তেওঁলোকে উচ্চ বিদ্যালয়ৰ ছাত্রসকলক পঢ়াবলৈ আগবাঢ়িছে ; যিসকল ছাত্রই ( অধিকাংশই নিগ্রো ) স্কুলত ছাত্রাধিক্যৰ কাৰণে, তলমানৰ শিক্ষকতা, অপ্রতুল সুবিধা, বা পাঠ্যবস্তু দ্বিতীয় শ্রেণীৰ হোৱা কাৰণে কলেজত পঢ়িবলৈ সুযোগ নাপায় বা কেৱল মাত্র শাৰীৰিক শ্রমৰ দ্বাৰা কৰিব লগীয়া কামৰ বাহিৰে আন কামৰ কাৰণে নিজক সাজু কৰিব নোৱাৰে, তেওঁলোকক পঢ়ায়।

গৰমৰ বন্ধত, কলেজৰ ছাত্রসকলে নিজৰ পঢ়াৰ খৰচ উলিওৱাৰ কাৰণে চাকৰি বিচাৰি লয়। তেওঁলোকে বৰফ বিক্রীকৰা, ট্রাকচলোৱা, অফিচৰ কাম, মটৰ গাড়ী মেৰামতৰ কাম আদি কৰে, যাতে তেওঁলোকে তেওঁলোকৰ আজৰি সময়ত, গোধুলি বা সপ্তাহৰ অন্তত উচ্চ বিদ্যালয়ৰ ছাত্রসকলক শিক্ষা দিবলৈ সময় পায়। যি ঠাইতে আৱশ্যকতা হয়, সেই ঠাইতে তেওঁলোকে লৰাবোৰৰ ক্লাবত, গীর্জাত, বাজহুৱা ঠাইত, শ্রেণীৰ পাঠ লয় ; যি সকল নগৰত তেওঁলোকে কাম কৰে, তাত তেওঁলোকে ব্যক্তিগতভাবে শিক্ষা দিয়ে।

এই আন্দোলন তেনেই সামান্যভাবে ১৯৬১ চনত আৰম্ভ কৰা হৈছিল, বর্ত্তমানলৈকে তেওঁলোকৰ শাখা ৬৫টা কলেজ আৰু বিশ্ববিদ্যালয়ত খোলা হৈছে। শ শ ছাত্র ইয়াৰ লগত যুক্ত হৈছে, কোনোৱে শিক্ষক স্বৰূপে, কোনোৱে ছাত্রস্বৰূপে।

"ডেকা লৰা ছোৱালীয়ে কি কি কৰিব পাৰে।" এই প্রশ্নৰ আন এটি উত্তৰ হল, কর্ম শিবিৰ। কিশোৰ-কিশোৰীসকলে স্কুলৰ ঘৰ সাজিবলৈ সহায় কৰে ; তেওঁলোকে পর্বতৰ পৰা ওপৰত পৰা নলৰ সহায়েৰে পৰিষ্কাৰ পানী অনোৱাৰ কাৰণে সহায় কৰে ; খেতিৰ মাটিত পানী সিঁচাৰ কাৰণে নলা খন্দাত সহায় কৰে,



বতাহৰ গতি কমোৱাৰ কাৰণে গছ ৰোৱে, নিৰক্ষৰতা নিবাৰণ অভিযানত পঢ়ায়, বা সমাজক বলশালী কৰি তুলিবলৈ হলে আন যি যি কাম কৰা আৱশ্যক সেই-বোৰত সহায় কৰে। ৰাষ্ট্রসংঘৰ শিক্ষা শাখাৰ দ্বাৰা পতা প্ৰায় তিনি শ শিবিৰতে নানা ধৰণৰ দেশৰ পৰা অহা ছ হেজাৰতকৈ অধিক লৰাছোৱালীয়ে কাম কৰিছে। আৰু অসংখ্য ছাত্রই এই সকল সংঘৰ নেতৃত্বত কাম কৰি আছে, যেনে, বিশ্ব প্রতিবেশী ( World Neighbors ), শিক্ষা অভিযান (Literary Campaign), কোৱেকাৰ আৰু নানা অন্যান্য দল।

'চাৰ্ভিচচিভিল ইণ্টাৰনেচনেল' নামৰ সংঘৰ শিবিৰত থাকি পিয়েৰ মাৰ্টিন নামৰ এগৰাকী শিক্ষকে যি দলৰ লগত কাম কৰিছিল তাৰ বৰ্ণনা কৰিছে ঃ

"তাত আমি বাৰজন আছিলোঁ, নটি ডেকা লৰা আৰু তিনিজনী ছোৱালী ; আলজিৰিয়াৰ কাবাইল পর্বতৰ এখন অকলশৰীয়া কিন্তু অপূর্ব ধুনীয়া ঠাইত আমি একলগে কাম কৰিছিলোঁ। তাত আছিল ষ্টিফেন নামৰ এজন চুইজাৰলেণ্ডৰ ছাত্র-শিক্ষক, মিলো নামৰ এজন ফৰাচী শিক্ষা-নবীশ যেয়ে বিদ্যুৎ সম্পৰ্কীয় কাম শিকিছিল ; জোৱে নামৰ নিউইয়র্কৰ এজন মনস্তত্বৰ ছাত্র, নৰৱেৰ পামত কাম কৰা অওভাৰ নামৰ এজন ছাত্র, কাবাইলৰ এডবাৰ, তেওঁ আলজিয়ার্চত পঢ়িছিল, আলি নামৰ এজন ডেকা আৰৱ, ফিলিপি নামৰ মোৰক্কোৰ এজন স্থপতি-বিদ্যাৰ ছাত্র, জীন নামৰ এজন মেকানিক, আৰু মই, ফ্রান্সৰ এজন শিক্ষক। আমি আটাইতকৈ ডাঙৰ তম্বুৰ ভিতৰত শুইছিলোঁ। আৰু ছোৱালী তিনিজনীয়ে লৈছিল দ্বিতীয়টো ; তেওঁলোক আছিল, মেডী নামৰ এজনী ইংৰাজ ৰাসায়নিক ; ক্লাৰ্টজে নামৰ হলেণ্ডৰ শাৰীৰিক শিক্ষাৰ শিক্ষিকা ; আৰু চিলভেট নামৰ ইৰানৰ টাইপিষ্ট এজনী।"[৩]

## যুব সমাজৰ নেতৃত্ব

পশ্চিম আফ্রিকাৰ এটি প্রবাদ বাক্যই কয়, "যদি এজোপা ডাঙৰ গছৰ ছাঁত এজোপা সৰু গছ গজে তেন্তে সি সৰু হৈ থাকিয়ে মৰিব।"

ডেকা সকলে নিজেই নিজৰ নেতৃত্ব কৰিবলৈ বিচাৰে। ডেকা সকলৰ অজস্র সংঘৰ দ্বাৰা তেওঁলোকে পৰোক্ষভাবে সংগঠনৰ কামত আৰু নেতৃত্বৰ কামত যি শিক্ষা লাভ কৰে সি মূল্যবান। পূর্ণবয়স্ক সকলে কিছু পৰিমাণে সহায় কৰিলে তাৰ দ্বাৰা ভালেই হয়। ডেকা সকলে নিজেই নিজৰ কামৰ আঁচনি কৰা আৱশ্যক, নিজৰ ভুলৰ পৰাই তেওঁলোকে শিক্ষালাভ কৰা উচিত, আৰু নিজৰ কামৰ প্ৰতি

দায়িত্ব অনুভৱ কৰা আৱশ্যক। বয়স্কসকলৰ উপদেশৰ আৱশ্যকতা আছে নে? আছে। আন্তৰিক আগ্ৰহ? আছে? কিন্তু ঘনিষ্ঠ পৰিচালনা বা তত্ত্বাবধানৰ আজিৰ দিনৰ পৰিপেক্ষিতত আৱশ্যক নাই, বা আজিৰ যুগৰ লগত তাৰ সুৰ নিমিলে।

এসময়ত নাৰী সংঘবোৰে কমবয়সৰ ছোৱালীবোৰকও সভ্য কৰি লৈছিল অৰ্থাৎ তেওঁলোকে সভালৈ আহিব পাৰিছিল। তাত শান্ত হৈ বহি শ্ৰদ্ধাৰে শুনিছিল আনৰ আলোচনা; যেতিয়ালৈকে তেওঁলোকৰ তাত পূৰ্ণ সভ্য হিচাবে যোগ দিয়াৰ বয়স ন হৈছিল, আৰু বয়স হলে যোগ দিছিল। এইখিনিকেই যথেষ্ট বুলি ভবা হৈছিল। আৰু একধৰণৰ অল্পবয়স্ক সভ্য লোৱাকেই যথেষ্ট কৰা বুলি ভবা হৈছিল, যত কম বয়সীয়া ছোৱালীবোৰে বেলেগে মিলিত হৈ নিজৰ আঁচনিমতে কাম কৰিছিল; কিন্তু শিক্ষকৰ তীক্ষ্ণ দৃষ্টিৰ সন্মুখত শ্ৰেণীত ছাত্ৰী বহাৰ নিচিনাকৈ তেওঁলোকক সম্পূৰ্ণভাবে বয়স্ক সভ্যসকলৰ তত্ত্বাবধান, পৰিচালনা আৰু কৰ্তৃত্বৰ তলত ৰখা হৈছিল। এতিয়া তেওঁলোকে নিজে ইয়াতকৈ বেছি বিচাৰে। সাধাৰণভাবে কবলৈ হলে, ছোৱালীবোৰৰ, নাৰীসংঘৰ প্ৰতি বিশেষ আকৰ্ষণ নাই, অন্ততঃ ওপৰত কৈ অহা ব্যৱস্থাত। তেওঁলোকে আজিকালি সোনকালে বিয়া সোমায়, বা কৰ্মজীৱনত সোমায়। যেতিয়া তেওঁলোকে সমাজৰ কাৰণে কোনো কাম কৰে, কৰ্মীসকলৰ লগত পুৰুষ থকাটো তেওঁলোকে বিচাৰে। তেওঁলোকৰ মনত তেওঁলোকৰ নিজৰ মূল্য সম্বন্ধে ধাৰণা বাঢ়ি আহিছে আৰু তেওঁলোকে নিজক ভাল কামত লগোৱাৰ কাৰণে সুযোগ বিচাৰিছে।

ডেকাসকলৰ মাজত বহুত পৰিমাণে সুপ্ত সম্ভাৱনা আছে, যদি এইবোৰক কেৱল কুসুমিত হোৱাতে আৱদ্ধ নাৰাখি বহুত বেছি আশা কৰা যায়। মানৰ উৎকৰ্ষতা বিচাৰিলে তেওঁলোকৰ পৰা সৰ্বোৎকৃষ্ট কাম পোৱা যায়। আমি তেওঁলোকৰ ওপৰত বিশ্বাস ৰখা উচিত। আৰু তেতিয়া আমি বহুত আশা কৰিব পাৰিম; কাৰণ তেওঁলোকৰ প্ৰচুৰ ক্ষমতা আছে।

আজিৰ দিনত আমি যি পৃথিৱীত সংগ্ৰাম কৰিব ধৰিছোঁ, আমাৰ যুৱ সমাজৰ সন্মুখত এখন তাতকৈও বেছি জটিল পৃথিৱী আছে। তেওঁলোকে নিজৰ ডেউকাৰ বল পৰীক্ষা কৰাৰ সকলো সুযোগ পোৱা উচিত, স্বাধীনভাবে নিৰ্বাচন কৰাৰ ক্ষমতা পোৱা উচিত, যাতে তেওঁলোকৰ আত্ম-বিশ্বাস আহে। আজিৰ যুগৰ পূৰ্ণবয়স্কসকলে তেওঁলোকক আৰু বেছি ক্ষেত্ৰ এৰি দি পিছুৱাই অহা উচিত, যাতে



তেওঁলোকে নিজে কৰা ভুলৰ মাজেদি শিক্ষালাভ কৰে; আৰু তাৰ দ্বাৰাইহে তেওঁলোকে এই জটিল জগতৰ বৃহত্তৰ ৰণাঙ্গনত দৃঢ়ভাবে থিয় হৈ থাকিব পাৰিব।

ইতিমধ্যে ৰাষ্ট্ৰসংঘলৈ যিসকল প্ৰতিনিধি আহি হেজাৰ হেজাৰ মানুহৰ জীৱনৰ সমস্যাৰ সমাধান বা ভাগ্য স্থিৰ কৰিছে, তেওঁলোকৰ ভিতৰত কেবাজনৰো বয়স ত্ৰিশ বছৰতকৈ কম। আমাৰ যিসকলৰ বয়স বেছি আমি এই নতুন খোজ-বোৰক মানি লব লাগিব, কম বয়সত দায়িত্ব গ্ৰহণ আৰু সিদ্ধান্ত গ্ৰহণত ডেকা সকলৰ অভ্যাস কৰাৰ আৱশ্যকতা; এইবোৰৰ দ্বাৰা আমি আমাৰ যুৱ সমাজক ভবিষ্যতৰ কাৰণে সাজু কৰি তুলিব পাৰিম। আৰু অলপ কেবছৰমানৰ ভিতৰতে পৃথিৱীখন তেওঁলোকৰ হাতলৈ আহিব।

---

# ১২

## *তাৰ পিছত ?*

আমাৰ যুগৰ সকলোতকৈ গুৰুত্বপূৰ্ণ শব্দ হল "জৰুৰী অৱস্থা"। আমি ক্ৰমে পৰস্পৰৰ ওচৰ চাপি আহিছোঁ। আমাৰ জাতিৰ জীৱনবোৰও ক্ৰমশঃ ঘনিষ্ঠতৰ বান্ধোনত বান্ধ খাই আহিছে। আজিৰ দিনত আমি নিজকে আমাৰ ব্যক্তিগত আৰু পৰিচিত গণ্ডীৰ ভিতৰত নিৰাপদে আৰু শান্তিৰে সৈতে সুমুৱাই ৰখা আৰু সম্ভৱ নহয়—আমাৰ এই সীমাবদ্ধ পৰিবেশ যেনেকুৱাই নহওক কিয় ঃ

সম্ভৱতঃ ই কেৱল এজনী তিৰোতাৰ ঘৰৰ চাৰিবেৰ।

সম্ভৱতঃ এই সীমা তেওঁৰ স্বামীয়ে যত কাম কৰে, বা তেওঁৰ সন্তানসকলে নিজৰ বন্ধু সকলক লগ ধৰে সেই গাওঁ বা নগৰ। তেওঁৰ প্ৰতিবেশী সকল আৰু নগৰখনেই তেওঁৰ দৃষ্টি আগুৰি আছে; তাৰ স্কুল বা অন্যান্য স্থানীয় সমস্যাৰ কথা চিন্তা কৰিয়ে তেওঁ জীয়াই আছে।

সম্ভৱতঃ তেওঁৰ দৃষ্টি আৰু দূৰলৈ প্ৰসাৰিত হৈছে—এখন প্ৰদেশ, এখন ৰাষ্ট্ৰ, এটি জাতি আৰু লগতে বিস্তৃততৰ সমস্যাবোৰ, শাসন সংক্ৰান্ত, প্ৰগতি বা শান্তি সংক্ৰান্ত।

হয়তো ভৱিষ্যতৰ নাগৰিকসকলৰ পক্ষে ৰাষ্ট্ৰসংঘ বা বিশ্বৰ প্ৰতি প্ৰেম এটা সাধাৰণ বিষয় হৈ পৰিব। বিভিন্ন জাতিৰ প্ৰতি বিশ্বস্ততা কেৱল এটা সাময়িক বস্তু স্বৰূপে থাকি, পিছত বৃহত্তৰ আঞ্চলিক বিশ্বস্ততা বা বিশ্বপ্ৰেমত পৰিণত হব।

বৃটেনৰ বুৰঞ্জীবিদ ডঃ আৰ্নল্ড টয়েনবিয়ে এই বিষয়ৰ ওপৰত জোৰ দি কয় ঃ

"এই পাৰমাণৱিক যুগত মানুহৰ দলবদ্ধভাৱে আত্মহত্যা কৰাৰ বিকল্প হল একত্ৰিত হোৱা। এতিয়াৰ পৰাই আমি আমাৰ বিশ্বস্ততা আমি মানৱ জাতিৰ



যি অংশৰ মাজত জন্মলাভ কৰিছোঁ সেই অংশক কেৱল নিদি সম্পূৰ্ণ মানৱ জাতিকেই দিব লাগিব।"[১]

১৯৫৭ চনত স্বৰ্গীয় ডাগ হামাবচীল্ডেও চুইডিচ একাডেমীৰ সন্মুখত একে-ধৰণৰ চিন্তাধাৰাই ব্যক্ত কৰি কৈছিল ঃ—

"কেৱল যিসকলে ইচ্ছা কৰিয়েই চকু মেলি চাব নোখোজে তেওঁলোকেহে অস্বীকাৰ কৰিব পাৰে, যে আজিৰ যুগত আমি ক্ৰমে নানাজাতিৰ সমন্বয়ৰ এখন সমাজৰ পিনে আগবাঢ়ি যাব ধৰিছোঁ। আমি ইয়াক উপলব্ধি কৰাৰ পৰা যিমানেই আঁতৰত নাথাকোঁ কিয়, বা আমি যিমানেই নাভাবোঁ কিয় যে আমি ভুল বাট অনুসৰণ কৰিছোঁ, বা আমাৰ যিমানেই পৰাজয় আৰু হতাশা নাহক। নতুন যুগে যি বিপদৰ সম্ভাৱনা আগত ডাঙি ধৰিছে তাৰ পৰা ওলোৱাৰ কোনো বাট যেতিয়া দেখা নাযায়, সেইস্থলত ইয়াৰ বাহিৰে আৰু কি হব পাৰে?"[২]

আমাৰ প্ৰতিবেশীসকলৰ লগত শান্তিৰে বাস কৰা সহজ নহয়।

আমি পৰস্পৰৰ সম্বন্ধে অজ্ঞ, বহুত সময়তে হতাশ আৰু কুসংস্কাৰপূৰ্ণ।

আমি প্ৰাদেশিক, নিজৰ পৰিচিত জগতৰ ভিতৰতে থাকি সুবিধা পাওঁ।

আমি এলেহুৱা। আমি যেনেকৈ ঢিলা গতিত গৈ আছোঁ তেনেকৈয়ে গৈ থাকিব ভাল পাওঁ, কাৰণ পৰিবৰ্ত্তন আনিবলৈ চেষ্টা কৰাতকৈ ইয়াকে সহজ বুলি ভাবোঁ।

আমি ভাবিবলৈ ভাল পাওঁ যে আন এজন আমাতকৈ নিকৃষ্টতৰ। মানব জাতিৰে এই দোষটো থকা যেন লাগে যে, যদি আন মানুহজন নিজতকৈ দৰিদ্ৰতৰ হয়, তেন্তে দাৰিদ্ৰ্যও সহ্য কৰা সহজ যেন লাগে, আন এজন মানুহ যদি নিজতকৈ বেছি ক্ষুধাৰ্ত্ত হয়, তেন্তে নিজৰ ভোক সহ্য কৰাও সহজ যেন লাগে।

বেলেগ বেলেগ জাতিৰ মানুহক একেলগ কৰিলেই যদি তেওঁলোকে পৰস্পৰক ভাল পায়, পৰস্পৰৰ প্ৰতি শুভেচ্ছা পোষণ কৰে আৰু সহযোগিতা কৰিব বিচাৰে, তেন্তে তাক ভাৱপ্ৰৱণতা বোলা হয়। আমাৰ দৈনন্দিন জীৱনত আমি যিসকলক বুজি পাওঁ আৰু প্ৰায়ে লগ পাওঁ, তেনেকুৱা বহুত মানুহকে আমি ভাল নাপাওঁ। আন্তৰ্জাতিক মিলা-প্ৰীতি সহজ নহয়। বাস্তৱতে, মানুহৰ সকলো সম্পৰ্কৰ মাজত ইয়ে সকলোতকৈ টান সম্পৰ্ক। যিসকল মানুহক আমি পৰোক্ষ বা প্ৰত্যক্ষভাৱে জানোঁ, তেওঁলোকৰ লগত মুখামুখিকৈ বহি স্থানীয় সমস্যাবোৰ সমাধানৰ চেষ্টা কৰিব পাৰি; জাতীয় সমস্যাবোৰ তাতকৈ বেছি জটিল, আৰু দূৰলৈ প্ৰসাৰিত

হলেও সেইবোৰও নিজ দেশৰে, বা একে ধৰণৰ মানুহৰ লগতে আলোচনা কৰি সমাধানৰ চেষ্টা কৰা হয়। কিন্তু বিভিন্ন জাতিৰ মাজৰ সম্বন্ধবোৰ আৰু দূৰৰ কৰ্তৃপক্ষৰ দ্বাৰা চালিত হয়, যিসকল মাধ্যমক বুজা টান অৰ্থাৎ ৰাষ্ট্ৰ, আন্তঃশাসন সংস্থা, বা তাতকৈও ওপৰৰ সংস্থা।

এইবোৰ হোৱা সত্ত্বেও, ব্যক্তিগত সম্পৰ্কৰ এখন পাতল জালে জগতখন আবৰি আছে; আৰু যদিও জালখন তেনেই পাতলকৈ বোৱা, ই যথেষ্ট টান। হেজাৰ হেজাৰ ব্যক্তিগত সম্পৰ্কৰ মাধ্যমেৰে তিৰোতাসকলে এটি শক্তিশালী আন্তৰ্জাতিক অৱদান দিব পাৰে। তিৰোতাসকলে দেশৰ সম্পদ্ বৃদ্ধিৰ একোটি কেন্দ্ৰ হৈ উঠিব পাৰে। যিসকলৰ বুজাৰ ক্ষমতা আছে, তেওঁলোকে আনক শিক্ষা দিয়া আৰু জ্ঞান বিলোৱাৰ কাম হাতত লব পাৰে, আৰু যিসকলে নিজৰ কথা ভালকৈ প্ৰকাশ কৰিব নোৱাৰে তেওঁলোকৰ মুখপাত্ৰ স্বৰূপেও কাম কৰা আৱশ্যক। এই কামবোৰ কৰাৰ কাৰণে তেওঁলোকে অন্যান্য দেশৰ তিৰোতা-সকলৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখিব লাগিব। পৰস্পৰৰ মাজত থকা পাৰ্থক্যৰ প্ৰতি শ্ৰদ্ধা ৰাখি যি সমন্বয় সাধন কৰা হয় তাৰ মাজত প্ৰচুৰ শক্তি থাকে, যি ঐক্য এটি সম্মানজনক উদ্দেশ্য আগত লৈ বহুতৰে দ্বাৰা সাধিত হৈছে, সি অতি শক্তিশালী। ঐক্যৰ ধাৰণা কেনেকৈ গঢ়ি তুলিব পাৰি?

লৰাছোৱালীবোৰৰ ওচৰত জগতখন যেন আপোন হৈ উঠে তাৰ কাৰণে তেওঁলোকক এইবোৰৰ মাধ্যমেৰে উৎসাহ দিব লাগিব—কিতাপ পঢ়িবলৈ দি, ফিল্ম দেখুৱাই, মানুহৰ লগত মিলাপ্ৰীতি কৰিবলৈ দি, আৰু অৱসৰ সময়ৰ কামৰ জৰিয়তে। সেইবোৰ সহজ ধৰণৰ কিন্তু, গভীৰ বিস্তাৰ লাভ কৰিব পৰা বিধৰ হব লাগিব, অৰ্থাৎ ডাকটিকট সংগ্ৰহ বা অন্যান্য দেশৰ লৰাছোৱালীৰ লগত চিঠি পত্ৰৰ আদান-প্ৰদান ইত্যাদি।

যিসকল তিৰোতাৰ কোনো বৃত্তি বা ব্যৱসায়ৰ লগত যোগ আছে তেওঁলোকে অন্য দেশৰ সেই বৃত্তি বা ব্যৱসায়ৰ লগত জড়িত থকা লোক সকলৰ লগত চিঠিপত্ৰৰ দ্বাৰা সংযোগ ৰাখিব পাৰে।

মানুহে যেতিয়া সভা-সমিতিত, মানুহৰ ঘৰত, ৰেলত, আন তেনেকুৱা ঠাইত কাৰোবাক লগ পায়, তেওঁ সেই পৰিচয়ক তাতেই অন্ত হব দিব পাৰে, বা সেই পৰিচয়ক জীয়াই ৰাখি এটি সম্পৰ্ক স্থাপন কৰিব পাৰে; ই হব শিকলিৰ এটি আঙঠি।



ধৰ্মসংঘ, কৰ্মীসংঘ বা তেনেকুৱা আন আন সমিতিৰ সভ্য সকলে জাতীয় গণ্ডীৰ সীমাবোৰ অতিক্ৰম কৰিব পাৰে এইবোৰৰ দ্বাৰা—বিভিন্ন দেশৰ একেধৰণৰ স্বাৰ্থ থকা মানুহৰ দ্বাৰা কোনো এটি বিশেষ উদ্দেশ্য সাধন, আন্তৰ্জাতিক কামত সহযোগিতা কৰি, যেনে আশ্ৰয়হীনৰ আশ্ৰয়ৰ ব্যৱস্থা, ছাত্ৰ-বিনিময়, ক্ষুধা-মুক্ত কৰা অভিযান, পৰিবাৰ পৰিকল্পনা, আন্তৰ্জাতিক আতিথেয়তা, শিশু-মঙ্গল। বিভিন্ন জাতিক ঐক্যৰ বান্ধোনেৰে বন্ধাৰ ক্ষেত্ৰত নাৰী সকলে আৰু এটি নীৰৱ অৱদান দিব পাৰে—বিভিন্ন জাতিৰ মানুহৰ মাজত বিয়াৰ ক্ষেত্ৰত। বেলেগ বেলেগ জাতিৰ মাজত যিমানে সামাজিক মিলাপ্ৰীতি বাঢ়িছে তিমানে আন্তৰ্জাতিক বিয়া বাঢ়িছে। মাক সকলৰ মনোভাবৰ দ্বাৰাই এনেকুৱা বিয়াক এটি বিভিন্ন কৃষ্টিৰ মিলনক্ষেত্ৰ স্বৰূপে গঢ়ি তুলিব পাৰি; নহলে এই বিয়াৰ দ্বাৰা আমি প্ৰায়ে দেখি থকাৰ নিচিনা পৰিয়ালৰ মাজত সংঘৰ্ষ বা বৈষম্য উপস্থিত হব পাৰে।

এজনী চীনদেশীয় মাকৰ জীয়েকে অষ্ট্ৰেলিয়াৰ এজন লৰাৰ লগত বিয়া সোমাইছে; মাকে এইদৰে লিখিছে;—

"কোনো পক্ষৰ মাকদেউতাকেই বিয়াত উপস্থিত নাছিল। আমি সকলোৱে এই পৰিস্থিতিৰ লগত নিজকে খাপ খুৱাই লব লগা হৈছিল; কিন্তু মই এই সিদ্ধান্তলৈ আহিছোঁ যে আজিৰ দিনত পৃথিৱীখন এখন সৰু ঠাই; ভৱিষ্যতৰ পৃথিৱীয়ে দেখিব যে বাধাবোৰ নাইকীয়া হৈছে, আৰু বিভিন্ন জাতি, বৰণ বা ধৰ্মৰ মানুহ একে হৈ গৈছে।"

"মই ভাবোঁ যে 'এখন জগত' ধাৰণাটোক বাস্তৱ কৰি তোলাৰ কাৰণে নাৰীসকলে তেওঁলোকৰ ক্ষমতা অনুসাৰে বহুতো অৱদান দিবলগীয়া আছে। এই অৱদান কেৱল কোনো বিশেষ আদৰ্শক অবাস্তৱ বা কৃত্ৰিম উপায়েৰে প্ৰচাৰ কৰিবলৈ চেষ্টা কৰিলেই নহব, বৰং ভৱিষ্যৎ বংশধৰ সকলৰ পালন-কৰ্ত্তা স্বৰূপে তেওঁলোকে তেওঁলোকক ৰক্ষা কৰিব লাগিব; আৰু ই নিৰ্ভৰ কৰিব শান্তি আৰু মিলাপ্ৰীতিৰ দীৰ্ঘ জীৱনৰ ওপৰত। আজিৰ দিনত শান্তি আৰু বন্ধুত্ব তেতিয়াহে আহিব পাৰে, যেতিয়া পৃথিৱীৰ বিভিন্ন জাতিয়ে আন আন জাতিৰ লগত মিলি যাব, আৰু তেওঁলোকৰ অস্তিত্ব বগা, হালধীয়া বা কলা নামত নেথাকে, মানৱ জাতি বুলিহে থাকিব, বা বিশ্ব-নাগৰিক বুলি থাকিব; এয়ে মোৰ ধাৰণা।"[৩]

'প্ৰাদেশিকতাৰ মনোবৃত্তি'ৰ বিপৰীত গুণাগুণ হল, এইবোৰ—অভিজ্ঞতা লাভৰ কাৰণে খোলা মন, নতুন ধাৰণা আৰু নতুন মানুহৰ সংস্পৰ্শত সোনকালে প্ৰতিবেদন জনাবলৈ সাজু থকা। আজিৰ যুগৰ মানুহৰ কাৰণে এইবোৰেই হয়তো আটাইতকৈ মূল্যবান সঁজুলি। এই ধৰণৰ নমনীয়তা গঢ়ি তোলাৰ কাৰণে বহুত মানুহৰে হয়তো অতি সামান্যই অভিজ্ঞতা আছে, কিন্তু আজিৰ জগতত এই গুণটোৰ অতি বেছি আৱশ্যকতা আছে। ই এটা বিশেষ ক্ষেত্ৰ যত তিৰোতা সকলে কাম কৰিব পাৰে। তেওঁলোকে লক্ষ্য ৰাখিব পাৰে যাতে তেওঁলোকৰ লৰাছোৱালীবোৰৰ 'আন্তৰ্জাতিক মনোবৃত্তি' গঢ়ি উঠে, আৰু তাৰ ফলত ভৱিষ্যতৰ পৃথিৱীৰ কাৰণে সাজু হৈ থাকে ; এই বিষয়ত তেওঁলোকে নিজৰ স্বামীকও সহায় কৰিব পাৰে ; তেওঁলোকে নিজেও যিসকল কিতাপ পঢ়ে, সিসকলক বন্ধু বুলি গ্ৰহণ কৰে বা যিদৰে সময় কটায় তাৰ দ্বাৰাও নিজক এই দৰে গঢ়ি তুলিব পাৰে।

এই গোটেই কিতাপখনতে আমি দেখি আহিছোঁ, জগতৰ সকলো অংশতে জীৱনৰ সকলো স্তৰতে তিৰোতা সকলৰ আশা, সংগ্ৰাম, সমস্যা, ইচ্ছা আদি কিদৰে আৰু কিমানখিনি একে ধৰণৰ। যেয়ে যিহকে কৰিবলৈ চেষ্টা নকৰক তেওঁ তাত অকলশৰীয়া নহয়, কামটোৰ কোনো অংশই সামান্য নহয় ; বা কোনো ঠাইয়ে "বহুত দূৰ" নহয়।

আমি য'তেই বাস নকৰোঁ কিয়, বা যেয়েই নহওঁ কিয়, আমাৰ প্ৰত্যেকৰে সমুখত সেই একেটা কাম, এই জগতত কেনেকৈ মিলাপ্ৰীতিৰে বাস কৰিব পাৰি তাৰ উপায় বিচৰা। উত্তৰবোৰ সাজু হৈ থকা নাই। উত্তৰবোৰ বিচাৰিবলৈ যত্ন কৰিলেহে সেইবোৰ পোৱা যাব।

ইংলণ্ডৰ অৰ্থনীতিবিদ আৰু লিখিকা, বাৰবাৰা ৱাৰ্ডে চমুকৈ কৈছে, "কুৰি শতিকাৰ সৃষ্টি হৈছে, সেই সকল নাৰী পুৰুষৰ কাৰণে, যিসকলে মনত প্ৰচুৰ সাহস ৰাখে, বিৰাটৰ সপোন দেখে, আৰু সপোনক বাস্তৱ কৰি তোলাৰ কাৰণে পৰিশ্ৰম কৰে।"[৪]

---

## দ্বিতীয় খণ্ড

## আমি ইয়াক কেনেকৈ কৰিম ?

## তুমি কি দিব পাৰা ?

আপোনালোকৰ প্ৰত্যেকে এই তিনিটা বস্তু দিব পাৰে ঃ—

আপোনাৰ সময় ;

আপোনাৰ শক্তি ;

আপোনাৰ কৰ্মক্ষমতা ।

এই পুথিৰ দ্বিতীয় খণ্ড এই উদ্দেশ্যে লিখা হৈছে, যাতে আপোনাৰ এই বস্তুবোৰৰ আপুনি যিমান দূৰ সম্ভৱ সদ্ব্যৱহাৰ কৰিব পাৰে ।

**মানুহে কোনো পাৰিশ্ৰমিক নোলোৱাকৈ নিজৰ সময় কিয় দিয়ে ?**

সমাজৰ কাৰণে তেওঁলোকে কি কৰিব পাৰে, এই কথা বহুত তিৰোতাই স্থিৰ কৰিবলৈ টান পায় । আন তিৰোতাসকলে কি দৰে নিজৰ কৰ্মক্ষেত্ৰ নিৰ্ব্বাচন কৰে তাক আলোচনা কৰি চোৱাৰ পৰা সুবিধা হব পাৰে । কি কাৰণত আন মানুহে নিজৰ ঘৰৰ বাহিৰত কাম কৰিবলৈ আৰম্ভ কৰে ? যিবোৰ কাৰণত তেওঁলোকে কাম কৰিবলৈ বাধ্য হয় সেইবোৰ তলত দিয়া হল ঃ

নিজকে কামত লগোৱাৰ আগ্ৰহ ;

অৰ্থৰ আৱশ্যকতা ;

নিজৰ শিক্ষা আৰু ক্ষমতাক কামত লগোৱাৰ ইচ্ছা ;

ঘৰৰ বাহিৰত কাম কৰাৰ আগ্ৰহ ;

নতুন সঙ্গীলাভৰ আকাঙ্খা ;

ব্যক্তিগত সম্মান বৃদ্ধি ;

স্বামীৰ পদৰ কৰণে আৱশ্যক হোৱা ( উদাহৰণ ঃ—মেয়ৰৰ পত্নী ) ।

আপোনাৰ ব্যক্তিগত আৰু গোপনীয় কাৰণ যিয়ে নহওক কিয় বাহিৰত কাম কৰিলে দেখিব যে এখন সম্পূৰ্ণ নতুন জগতৰ দুৱাৰ মুকলি হৈছে । আপুনি যিধৰণৰে কাম বাছি নলওক কিয়, আপোনাৰ জগতৰ দিগন্ত প্ৰসাৰিত হলে তাৰ পৰা আপুনি নানা সন্তুষ্টি পাব ।

**কি কি কৰিব লাগিব ?**

**সহায়ৰ আৱশ্যকতা কত আছে তাক বিচাৰি উলিয়াব লাগিব।**

প্ৰত্যেক চুবুৰীৰে নিজস্ব অভাৱ আছে। প্ৰত্যেক সমাজৰে বা ব্যক্তিৰে বিশেষ ধৰণৰ দক্ষতা, আকৰ্ষণ আৰু সঙ্গতি আছে। প্ৰথম কাম হব দুয়োবিধৰ মিলন ঘটোৱা।

আপুনি যদি ভাবি চায় বা আলোচনা কৰি চায় যে জগতত কেনে ধৰণৰ কাম কৰা হব ধৰিছে, বিশেষকৈ কোন্‌বোৰ কামত নাৰীজাতিৰ চিন্তাধাৰা, অনুকম্পা বা শক্তিৰ দ্বাৰা অৱস্থাৰ বিশেষ উন্নতি হব পাৰে, তেতিয়া আপুনি সিদ্ধান্ত লব পাৰিব যে কি কামত আপুনি আটাইতকৈ বেছি আৱশ্যকীয় হব। "মই মোৰ সময় এনেকুৱা কামত ব্যৱহাৰ কৰিছোঁ নে, যত সৰ্ব্বাধিক মঙ্গল সাধিব পাৰি ?"—এই প্ৰশ্নটোৰ উত্তৰ উলিওৱাৰ কাৰণে তলত কেইটিমান উপদেশ দিয়া হল ঃ

**বাধা ভাঙি পেলোৱা ঃ**

তিৰোতাসকলে এনেকুৱা পৰিস্থিতিৰ উদ্ভৱ কৰাব পাৰে যাৰ ফলত এই বাধাবোৰ ভাগি পৰিব—জাতিগত, শ্ৰেণীগত, উপদলীয়, আঞ্চলিক, দেশগত ; দুইপুৰুষৰ মাজৰ পাৰ্থক্য, গাৱঁলীয়া আৰু নগৰীয়া বাইজৰ মাজত থকা দূৰত্ব।

যিসকল উপায়ৰ দ্বাৰা বিভিন্ন মানুহৰ মাজত ঐক্যসাধন কৰিব পাৰি, তাৰ কিছুমান ঃ—যি সভা বা শিক্ষা দানৰ পৰিকল্পনা কৰা হৈছে, তালৈকে দূৰ-দূৰান্তৰ নগৰৰ অধিবাসী সকলক, বিভিন্ন অৰ্থ-নৈতিক স্তৰৰ, বিভিন্ন জাতিৰ, আৰু অন্যান্য সমাজৰ মানুহক অংশ গ্ৰহণ কৰিবলৈ আমন্ত্ৰণ জনাওক।

এনেভাৱে যুটীয়া কামৰ পৰিকল্পনা কৰক যাতে সমাজৰ সকলো তৰপৰ মানুহে যোগ দিব পাৰে, যাতে পৰিকল্পনাৰ সময়তে সকলো দলৰ প্ৰতিনিধিয়ে যোগ দিব পাৰে, কেৱল কামৰ শেষ পৰ্য্যায়ত যোগ দিবলৈ নিমন্ত্ৰণ কৰিলেই নহব।

বিভিন্ন স্তৰৰ বা দলৰ মানুহৰ লৰাছোৱালীবোৰৰ কাৰণে বিশেষ আঁচনি তৈয়াৰী—যেনে, শিবিৰ-ভ্ৰমণৰ ব্যৱস্থা, খেলৰ পথাৰত খেলৰ ব্যৱস্থা, বা গীত আদিৰ প্ৰতিযোগিতা।

বিশেষ ধৰণৰ ক্ৰিয়াকলাপৰ ব্যৱস্থা—যিবোৰৰ দ্বাৰা দুই পুৰুষৰ মানুহৰ মাজত থকা দূৰত্ব গুচাব পাৰি,—যেনে 'পিতা-পুত্ৰ' বা 'মাতৃ-কন্যা' ধেমালিৰ ৰাতি, ভোজ, সঙ্গীতোৎসৱ ইত্যাদি।



**অৱস্থাৰ উন্নতি ঃ**

শিল্পায়নৰ ফলত তিৰোতাৰ কাৰণে নতুন সমস্যাৰ উদ্ভৱ হয়। অসংখ্য ক্ষেত্ৰতে অৱস্থাৰ উন্নতিৰ আৱশ্যকতা হয় ঃ

মাকসকলে যেন সন্তানৰ কাৰণে চিন্তিত নোহোৱাকৈ কাম কৰিব পাৰে, সেই উদ্দেশ্যে দিনৰ ভাগত লৰা-ছোৱালীবোৰৰ তত্ত্বাবধানৰ সু-বন্দোবস্ত আৰু শিশু-বিদ্যালয়ৰ ব্যৱস্থা আৰু সেইবোৰৰ অৱস্থান যেন সুবিধাজনক ঠাইত হয়। বিবাহিতা নাৰীসকলৰ কাৰণে দিনৰ একাংশ কাম কৰাৰ ব্যৱস্থা বঢ়োৱা আৱশ্যক, যাতে তেওঁলোকে উপাৰ্জনও কৰিব পাৰে আৰু দিনটোৰ কিছু সময় সদায় ঘৰত থাকিবও পাৰে।

নিয়োগকাৰী সকলক দেখুওৱা যে কাম ভগাই দিলে তাৰ দ্বাৰা কামৰ নমনীয়তা বাঢ়ে, দুপৰীয়াৰ খোৱাৰ সময় নিদি সেই সময়ত কাম চলি থাকিব পাৰে, আৰু তাৰ দ্বাৰা মুঠ পাৰিশ্ৰমিকৰ কাৰণে কম খৰচ হয়।

কাম কৰা তিৰোতা আৰু ছাত্ৰীসকলৰ কাৰণে নিৰ্দিষ্ট আবাস বা থকাৰ আন বন্দবস্ত কৰা অত্যাৱশ্যকীয়। একেবাৰে প্ৰথমতে তেওঁলোকৰ কাৰণে কোনো আবাসস্থল সাজিবলৈ চেষ্টা কৰাতকৈ কিছুমান নিৰাপদ ঘৰ পৰিদৰ্শন কৰোৱাৰ ব্যৱস্থা কৰি তাত তেওঁলোকক ৰখাৰ ব্যৱস্থাটো বেছি সোনকালেও কৰিব পাৰি আৰু ই এটি কাৰ্য্যকৰী পন্থাও হব।

কামৰ সময়, বন্ধ, তিৰোতাসকলৰ কাৰণে সমান পাৰিশ্ৰমিক ইত্যাদি বিষয়ে আইন প্ৰণয়ন কৰা নিৰ্ভৰ কৰে নাগৰিক সকলৰ সমিতিবোৰৰ, জনসাধাৰণৰ আৰু কৰ্মীসংঘবোৰৰ সমৰ্থনৰ ওপৰত।

**শিক্ষাদানত সহায় ঃ**

অধিক সংখ্যক স্কুল, শিক্ষক, অধিকতৰ বৃত্তি, অধিকতৰ বৃত্তিগত শিক্ষাৰ সুবিধা ( কিশোৰ আৰু পূৰ্ণ-বয়স্ক দুয়োৰে কাৰণে ) আদিৰ যি অভাৱ দেখা যায় তাৰ উপৰিও শিক্ষাদানৰ অন্যান্য ক্ষেত্ৰতো বহুত কৰিবলগীয়া আছে ঃ

ভোট দিয়া সম্বন্ধে মানুহৰ যে দায়িত্ব আছে এই বিষয়ে বুজোৱা আৱশ্যক, আৰু সুনিৰ্বাচিত প্ৰাৰ্থীক ভোট দিব পৰাৰ কাৰণে যি সকল সমস্যা সম্বন্ধে জ্ঞান থকা আৱশ্যক সেইবোৰ মানুহৰ সন্মুখত উপস্থিত কৰি তেওঁলোকক বুজোৱা আৱশ্যক।

অধিকাংশ দেশতে স্কুলৰ পাঠ্যবস্তুৰ উন্নতিসাধন আৱশ্যক, জাতিৰ কৃষ্টি আৰু

ঐতিহ্যৰ গণ্ডীৰ মাজত ৰাখিও তাক কুৰি শতিকাৰ উপযোগী কৰি লোৱাৰ আৱশ্যকতা আছে।

লাখ লাখ মানুহৰে স্বাস্থ্য আৰু পুষ্টি সম্বন্ধে জ্ঞানৰ অভাৱ আছে। যত তিৰোতাসকলে আগৰ পৰাই থুপ খাই আছে, যেনে—মাতৃসদন আদি ঠাইত, এই বিষয়ে জ্ঞান বিতৰণ কৰিব পাৰিলেই ভাল হয়। স্বল্পদৈৰ্ঘ্যৰ স্বাস্থ্য-বিষয়ক ফিল্ম কেতিয়াবা খুজি আনি সভাবোৰত, স্কুলত বা বজাৰত দেখুৱাই তাৰ দ্বাৰা নতুন নতুন ধাৰণাৰ প্ৰসাৰ কৰাব পাৰি।

গাৱঁৰ মানুহৰ অৱস্থাৰ উন্নতি কৰাৰ কাৰণে তিৰোতা সকলে এই কামবোৰ কৰিব পাৰে—তেওঁলোকক খাদ্য সংৰক্ষণৰ নতুন প্ৰণালী শিকাব পাৰে, কৃষি-কৌশল শিকাব পাৰে আৰু লিখা পঢ়া শিকাব পাৰে। ইয়াৰ কাৰণে গাৱঁবোৰলৈ নিয়মমতে গৈ থাকিব লাগিব, আৰু গাৱঁৰ তিৰোতাসকলৰ বিশ্বাস আৰ্জিব লাগিব।

জনশিক্ষাৰ মাধ্যম, যেনে—ৰেডিওৰ প্ৰচাৰ, বাতৰি কাকতৰ সংবাদ, আৰু নাটকৰ মাধ্যমেৰে ক্ৰমে মানুহক নতুন ধৰণৰ উন্নতি আদি সম্পৰ্কে জ্ঞাত কৰিব পাৰি, বা স্বাবলম্বী হোৱাৰ, সামাজিক কামত সহযোগিতা কৰাৰ মনোভাৱ গঢ়ি তুলিব পাৰি।

বহুত অঞ্চলতে শিক্ষক আৰু অভিভাৱকসকলৰ মাজত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি তোলাৰ কাৰণে যথেষ্ট কাম কৰিব পাৰি। অভিভাৱকসকলে যদি স্কুলৰ সমস্যা-বোৰৰ সম্বন্ধে জানে আৰু বুজি পায়, তেন্তে শিক্ষকসকলৰ কামৰ বাট বহুত সহজ হয়; শিক্ষকসকলেও যদি ঘৰৰ সম্পৰ্কে ভালকৈ জানে তেন্তে লৰাছোৱালীক ভালকৈ সহায় কৰিব পাৰে। শিক্ষক সমাজ আৰু অভিভাৱকৰ মাজত ঘনিষ্ঠতা গঢ়ি তোলাৰ কাৰণে এইবোৰ পাতিব পাৰি, যেনে—শিক্ষক অভিভাৱকৰ সভা, ভোজ, অধিবেশন, স্কুলত অভিভাৱক দিৱস, ঘৰত শিক্ষকসকলক নিমন্ত্ৰণ। এইবোৰৰ যথেষ্ট মূল্য আছে। তিৰোতাসকলে মাক আৰু শিক্ষিকা, দুয়োটা ভূমিকাতে এই ক্ষেত্ৰত বাস্তৱভাবে সহায় কৰিব পাৰে।

যিসকল নিৰ্বাচন-সমিতিয়ে ছাত্ৰ-ছাত্ৰী সকলৰ ভৰ্ত্তিৰ মান, যোগ্যতা, বৃত্তি, উচ্চশিক্ষাৰ বৃত্তি আদি স্থিৰ কৰে, তেওঁলোকৰ মাজত যদি তিৰোতা-সভ্যৰ সংখ্যা বঢ়োৱা যায়, তেনেহলে অধিকসংখ্যক ছোৱালীয়ে এই সুবিধাবোৰ পোৱাৰ সম্ভাৱনা আছে।



**স্বেচ্ছাসেৱকৰ সংখ্যা বঢ়াৰ লাগিব ঃ**

হচপিটাল, চিকিৎসা-কেন্দ্ৰ, খাদ্য-বিতৰণ কেন্দ্ৰ, গ্ৰন্থাগাৰ, জাদুঘৰ, নিৰাশ্ৰয় মানুহৰ কেন্দ্ৰ, বয়স্ক-নিবাস, ছাত্ৰাধিক্য থকা স্কুল, এই সকলোবোৰতে অধিক-সংখ্যক স্বেচ্ছাসেৱকৰ আৱশ্যকতা আছে। ইয়াত কিছুমান কাৰ্য্যকৰী পৰামৰ্শ দিয়া হল ঃ

সেই চুবুৰীত কি কি ধৰণৰ সহায়ৰ আৱশ্যকতা আছে সেই সম্পৰ্কে এখন কেন্দ্ৰীয় তালিকা প্ৰস্তুত কৰক; যাতে যিসকল মানুহে আনৰ কাৰণে সময় খৰচ কৰিব পাৰে তেওঁলোকে তালিকাখন চাই নিজৰ দক্ষতা আগবঢ়াব পাৰে।

কিছুমান প্ৰতিষ্ঠানে একেলগে যোগহৈ শিক্ষা দিয়াৰ আঁচনি হাতত লওক, যাতে স্বেচ্ছাসেৱকৰ কামত উপযুক্তমান ৰখাৰ কাৰণে তেওঁলোকক সম্পূৰ্ণ আৰু মূল শিক্ষা দিয়া নিয়মিতভাৱে কিছুদিনৰ মূৰে মূৰে দিয়া যাব পাৰে। (পিছত প্ৰত্যেক প্ৰতিষ্ঠানে নিজৰ স্বেচ্ছাসেৱকসকলক নিজৰ ঠাইত বেলেগে শিক্ষা দিব পাৰে, কিন্তু একেলগে দিলে বহুতখিনি কাম কম হয়)।

কিছুমান কাম সমূহীয়াকৈ কৰক যাতে অধিকতৰ সংখ্যক তিৰোতাই নিয়মিত-ভাৱে তেওঁলোকৰ আজৰি সময় এই কামত খটুৱাব পাৰে, যেনে—যানবাহনৰ ব্যৱস্থা, লৰাছোৱালীৰ তত্ত্বাবধান, বা অন্যান্য ধৰণৰ যিসকল কাম আজি এজনে কালি এজনে কৰিব পাৰি।

**আইন সম্পৰ্কীয় কাম ঃ**

আইন-প্ৰণয়নৰ ক্ষেত্ৰত তিৰোতা সকলে সুদূৰ প্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। প্ৰথমতে অৱস্থা পৰ্য্যবেক্ষণ কৰিব লাগিব।

বিয়া আৰু বিবাহ-বিচ্ছেদ সংক্ৰান্ত আইনবোৰৰ উন্নতি কৰাৰ অৰ্থে কি কৰা যাব পাৰে? তিৰোতাই উত্তৰাধিকাৰ সূত্ৰে সম্পত্তি পোৱা সম্পৰ্কে? লৰা-ছোৱালীৰ দায়িত্ব সম্পৰ্কে?

যি সকল স্থানীয় কৰ সংগ্ৰহ কৰা হয় তাৰ দ্বাৰা সকলোৱে উপকৃত হয়, নে কেৱল বিশেষ কিছুমান মানুহেহে উপকাৰ পায়?

আপোনাৰ অঞ্চলত মানুহৰ খাটনীৰ পৰিবেশ কেনেকুৱা? সৰু লৰা-ছোৱালীয়ে বহুত সময় কাম কৰে নেকি? নাৰীকৰ্মীসকলে বহি কাম কৰে নে থিয় হৈ কাম কৰে? চাঁকিৰ ব্যৱস্থা কেনেকুৱা? স্বাস্থ্যৰক্ষা? কৰ্মীসকলে কত খায় আৰু কি খায়? তেওঁলোকৰ বিশ্ৰামৰ সময় আছে নে?

দুখীয়া মানুহৰ স্বাৰ্থৰক্ষাৰ কাৰণে কোনো আইন আছে নে? নে 'আইন সংক্ৰান্ত সহায় সমিতি' পতা আৱশ্যক যাতে দুখীয়া মানুহে বিপদত পৰিলে সহায় লব পাৰে?

**অন্যান্য কৰণীয় কাম ঃ**

শাৰীৰিক ক্ৰটিযুক্ত মানুহসকলক এনে ধৰণৰ কাম কাজ শিকাব লাগিব যাতে তেওঁলোকে আত্মসন্মান বজায় ৰাখিব পাৰে আৰু অৰ্থ নৈতিক স্বাবলম্বনৰ ক্ষমতা লাভ কৰে।

বিদেশৰ পৰা অহা ছাত্ৰ, ব্যৱসায়ী, আশ্ৰয়প্ৰাৰ্থী আদি নতুনকৈ অহা সকলক আপোনাৰ সমাজৰ মাজত বাস কৰিবলৈ সহায় কৰক।

'পৰিবাৰ-পৰিকল্পনা'ৰ শিক্ষা আঁচনিত সহায় কৰক।

আপোনাৰ নিজৰ দেশৰ লোকশিল্প, হাতৰ কামবোৰ জীয়াই ৰাখি, গীত আৰু সাধুবোৰক ৰেকৰ্ড কৰি, শিশুসকলক নিজৰ জাতিৰ কৃষ্টি সম্পৰ্কে বুজাই দি আপোনাৰ জাতিৰ ঐতিহ্য বজায় ৰাখক।

নিজৰ শক্তিক কামত লগোৱাৰ কাৰণে ইয়াতকৈ ভাল পন্থা আৰু কোনোৱে বিচাৰি দিব নোৱাৰে। যি কামৰ প্ৰতি নিজৰ আগ্ৰহ থাকে, আৰু যি কামৰ কাৰণে তেওঁ সময় দিব পাৰে, সেই কামটো কৰিলে প্ৰত্যেকৰে মনলৈ পূৰ্ণতাৰ ভাব আহিব।

কিন্তু নিজৰ আগ্ৰহ অনুসাৰে কাম বাছি ললে তাত লাগি থাকিব লাগিব; কামটো ভালকৈ কৰিব লাগিব, আৰু সঁচাকৈয়ে আৱশ্যকীয় হব লাগিলে, কামটো ভালকৈ শিকি লব লাগিব।

তাৰ পিছত ঃ আনৰ লগত যোগ দিয়ক। একেটা কামকে দুবাৰকৈ নকৰাব। আপোনাৰ অঞ্চলত সেই ধৰণৰ কাম আৰু কোনে কৰিব ধৰিছে? আপুনি আৰু আপোনাৰ সমিতিয়ে তেওঁৰ লগত প্ৰতিযোগিতা নকৰি কামটো সম্পূৰ্ণ কৰাত সহায় কৰিব পাৰে নে?

---



## কি দৰে আগবাঢ়িব লাগিব ঃ ব্যক্তিয়ে

**আপোনাৰ সঙ্গতি জুখি চাওক ঃ**

কোনো এটি নতুন কাম হাতত লোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰাৰ আগতে আপোনাৰ আৰু আপোনাৰ লগৰ আন কৰ্মীসকলৰ এই গুণবোৰ পৰীক্ষা কৰি চাওক ঃ

**ক্ষমতা**—কি ধৰণৰ ক্ষমতা আছে? কিমান আছে? কিমানখিনি বাস্তৱ?

**শক্তি**—অলপ কেজনমান মানুহেই সকলো কৰিব লাগিব, নে বাস্তৱতে বহুতৰে শক্তি পোৱা যাব?

**জ্ঞান**—পাৰিপাৰ্শ্বিক অৱস্থা, তথ্যসমূহ, পৰিমাণ আদি সম্বন্ধে আপোনাৰ সম্পূৰ্ণ জ্ঞান আছে নে নাই? আপুনি যি ক্ষেত্ৰত কাম কৰিবলৈ স্থিৰ কৰিছে সেই সম্বন্ধে আপোনাৰ উপযুক্ত জ্ঞান আৰু বোধ আছে নে?

উদাহৰণ স্বৰূপে, সেই অঞ্চলত যদি মাত্ৰ দুই চাৰিটি পিতৃমাতৃহীন লৰা-ছোৱালী থাকে, তেন্তে আপুনি এখন অনাথ-আশ্ৰম খোলাৰ কথা ভাবি চঞ্চল হয় নেকি? আপোনাৰ শক্তিখিনি আন এটা কামত লগালে ভাল নহবনে?

আপুনি এটি ছাত্ৰাবাস, বা শিশুবিদ্যালয় বা চিকিৎসাকেন্দ্ৰৰ কাৰণে অৰ্থ সংগ্ৰহ কৰিবলৈ আৰম্ভ কৰিছে নেকি, যি স্থলত আন তিনি চাৰিটি সমিতিয়ে সেই একে উদ্দেশ্য হাতত লৈ কাম কৰিব ধৰিছে? এনে স্থলত প্ৰশ্ন সোধাও অবান্তৰ, কিন্তু এনেকুৱা ঘটিয়ে থাকে।

**সময়**—আপুনি যত্নেৰে সৈতে হিচাব কৰি চাওক, সম্পূৰ্ণ কামটো শেষ হওঁতে কিমান সময় লাগিব, কেৱল প্ৰথম উৎসাহতে মানুহে যিখিনি কৰে সেইখিনিৰ কথা ভাবিলেই নহব।

যিমানখিনি সময় লাগিব, মানুহে সঁচাকৈয়ে তিমানখিনি সময় দিব নে?

**অধ্যৱসায়**—আপুনি ব্যক্তিগতভাবে, আৰু আপোনাৰ সমিতিয়ে কামটো কৰোঁতে বাধা পালেও তাক শেষলৈকে কৰি যাব নে?

আপোনাৰ এইবোৰৰ লগত কিমানখিনি কামৰ সম্পৰ্ক আছে—সমাজৰ অন্যান্য সংঘ বা সমিতি, চৰকাৰৰ শাখাসমূহ, বাতৰি কাকত, ৰেডিও, টেলিভিছনৰ

কৰ্মী, আপোনাৰ কামৰ বৃত্তিত থকা মানুহ ? এওঁলোকৰ ভিতৰত এজন বা সকলোৰে লগত সম্পৰ্ক থকা আৱশ্যক হব পাৰে।

আপোনাৰ সঙ্গতিবোৰ আপোনাৰ ভিতৰতে আছে। আপুনি সেইবোৰক ভালকৈ বিশ্লেষণ কৰি চাইছেনে—আৰু তাৰ পূৰ্ণ ব্যৱহাৰ কৰিছেনে ?

**আৰু বেছি সময় উলিয়াওক**—যিবোৰ কামত তিৰোতাসকলৰ আগ্ৰহ আছে সেইবোৰ কামত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ কাৰণে তেওঁলোকে কেনেকৈ সময় উলিয়ায় ? বাহিৰৰ কাম কৰাৰ কাৰণে ঘৰুৱা জীৱনক কিভাবে পৰিচালিত কৰিলে সময় উলিয়াব পাৰি ঃ

**আগতেই পৰিকল্পনা কৰক**—আপোনাৰ কামবোৰৰ কাৰণে আগতেই সময় নিৰ্দ্দিষ্ট কৰি লওক—বজাৰ কৰা, বন্ধা-বঢ়া, ঘৰ পৰিষ্কাৰ কৰা, এইবোৰ কৰিও আপোনাৰ হাতত যেন সময় থাকে, আপুনি যি কৰিব খুজিছে তাৰ কাৰণে। ( আপুনি যেন নিয়মিতভাবে আজৰি সময় পায় )।

**দায়িত্ব ভগাই দিয়ক**—যথেষ্ট সৰুৰে পৰা লৰাছোৱালীয়ে সহায় কৰিব পাৰে। তেওঁলোকৰ বয়স অনুসাৰে তেওঁলোকক বিশেষ বিশেষ কাম দিয়ক। আপুনি বাহিৰত যি কাম কৰে তাৰ কাৰণে যদি পৰিয়ালে গৰ্ব অনুভব কৰে, তেন্তে সেইটো কৰাৰ কাৰণে আপোনাক তেওঁলোকে সহায় কৰিব।

**কামবোৰ সৰল কৰক**—বন্ধাবঢ়াৰ ধৰণ সৰল কৰক, গৃহস্থালীৰ কাম কাজৰ পৰিবৰ্ত্তন আনক, আলহী সোধপোছও সাধাৰণভাবে কৰক।

**আপোনালোকৰ শক্তি ভগাই লওক**—বন্ধু আৰু প্ৰতিবেশীসকলে কিছুমান কাম একেলগে কৰিলে তেওঁলোকে একে কামকে বাৰে বাৰে কৰাৰ শ্ৰমৰ পৰা হাত সাৰে আৰু প্ৰত্যেকেই হাতত বেছিকৈ সময় পায়। আপোনালোকে এনেকুৱা কৰিব পাৰে—

আপোনালোকে পাল পাতি পৰস্পৰৰ লৰাছোৱালীৰ তত্বাৱধান কৰিব পাৰে, তাৰ দ্বাৰা আপোনালোকে নিয়মিত সময়ত আহৰি সময় পাব। যানবাহনৰ সমস্যা কমোৱাৰ কাৰণে এজনৰ গাড়ীত আন দুই এজনক নিয়াৰ ব্যৱস্থা কৰা যাব পাৰে, আৰু পাল পাতি পৰিবৰ্তন কৰা যাব পাৰে।

খাদ্য প্ৰস্তুত আৰু খাদ্য-সংৰক্ষণৰ ক্ষেত্ৰতো সহযোগিতা কৰা যাব পাৰে ; এই কামত আনন্দও পোৱা যায়, আৰু একেলগে কাম কৰি তৈয়াৰী বস্তু ভগাই ললে মুঠতে সময়ও কম লাগে।



কাপোৰ ধোৱা আৰু বজাৰ কৰাৰ সময়তো এইদৰে সহযোগিতা কৰিব পাৰে। এইদৰে পৰস্পৰে পৰস্পৰৰ কামৰ বোজা কমাব পাৰে।

**বাহিৰত কৰিব খোজা কামবোৰৰও পৰিকল্পনা কৰি লওক ঃ**

আপুনি কোন্ কামটো কৰাৰ কাৰণে অত্যন্ত আগ্ৰহশীল ? আপুনি এই বিষয়ে সিদ্ধান্ত লোৱাৰ পিছত ইয়াৰ ওপৰতে মনোযোগ নিয়োগ কৰক। বহুত তিৰোতাই কেবাটাও কাম হাতত লৈ এটাতও সম্পূৰ্ণ মনোযোগ দিব নোৱাৰে।

আপুনি এনে এটা কাম বাছি লওক যিটো কৰাৰ কাৰণে আপুনি পৰিয়ালৰ প্ৰতি অৱহেলা দেখুৱাব লগীয়া নহয় ; কাৰণ তেওঁলোকে অৱহেলিত বুলি বোধ কৰিলে আপুনি একোকে কৰিব নোৱাৰিব।

মানুহে যিমানবোৰ কাম কৰিব খোজে, আটাইবোৰ কোনোৱে কৰিব নোৱাৰে। যি তিৰোতাই বাস্তৱতে কাম এটা কৰি উলিয়ায়, তেওঁৰ যি কামৰ প্ৰতি সকলোতকৈ বেছি আগ্ৰহ থাকে, সেই কামকে বাছি লয়, বা যি ক্ষেত্ৰত তেওঁ সকলোতকৈ বেছি অৱদান দিব পাৰে, তাকে বাছি লয়। তেওঁ লিখিবলৈ ভাল পায় নে ? সংখ্যাতত্ব সম্বন্ধীয় কাম ভাল পায় নে ? লৰাছোৱালীৰ যত্ন লবলৈ ? গাৱঁত শিক্ষাদান কৰিবলৈ ? তেতিয়া তেওঁ তলত দিয়া বিষয়বোৰ আওকাণ কৰি সকলো শক্তি দ্বাৰা নিজৰ কাম কৰে ঃ

বন্ধুসকলে কি কয় ;

অন্য সংঘত যোগ দিয়াৰ প্ৰলোভন ;

অন্যান্য বিষয়ত তোষামোদ ;

গ্ৰীষ্মকালৰ গৰম, শীতল পানীয় খোৱাৰ ইচ্ছা ;

মাহজঙ বা ব্ৰিজ খেলা।

বহুত মাকেই যদিও কিছুমান কাম কৰাৰ কাৰণে সৰ্ব্বাধিক উৎসাহ বোধ নকৰে ; তথাপি এইধৰণৰ কাম বহুতেই কৰাৰ কথা ভাবিব পাৰে আৰু কৰে ঃ

**ঘৰত**—টেলিফোন কৰা ; হস্তশিল্পৰ কাম কৰা ; টাইপ কৰা ; বিক্ৰীৰ উদ্দেশ্যে সামগ্ৰী প্ৰস্তুত ; বাতৰিকাকত বা পত্ৰিকাৰ কাৰণে লিখা ; চুবুৰীৰ লৰা-ছোৱালীবোৰক সাধু শুনোৱাৰ সময় উলিওৱা।

**ঘৰৰ ওচৰত**—হচপিটাল বা চিকিৎসাকেন্দ্ৰ ; শিশুৰ তত্বাবধান কেন্দ্ৰ ; পাঠাগাৰ বা গ্ৰন্থাগাৰ ; শিক্ষকতা ; খাদ্যবিতৰণ কেন্দ্ৰৰ কাম।

**আনৰ পৰা কাম পোৱাৰ ব্যৱস্থা কৰক**—যিসকলে নিজৰ শক্তিৰ দ্বাৰা সহায় কৰিবলৈ ইচ্ছুক তেনেকুৱা মানুহ আপুনি ক'ত পাব? অৱশ্যে, বহুতখিনিয়ে নিৰ্ভৰ কৰিব আপোনাৰ কামৰ উদ্দেশ্যৰ ওপৰত, কিন্তু আপুনি তেনেকুৱা মানুহ পোৱাৰ সম্ভাৱনা থাকিব যিসকল সংঘই আগৰে পৰা কাম কৰি আছে সেইবোৰৰ মাজত ঃ

নাগৰিক সকলৰ, ধৰ্মবিষয়ক বা কৃষ্টিসংক্ৰান্ত সংঘ, সামাজিক সংঘ, কৰ্মীসংঘ, শিল্পৰ লগত সম্পৰ্ক থকা সংঘ, কৃষি-সমবায়, ছাত্ৰসংঘ।

যদি আপোনাৰ কামৰ ফলাফল সকলোৰে ওপৰত পৰে—এনেকুৱা ধৰণৰ কাম হয় অৰ্থাৎ স্কুল, হচপিটাল, গ্ৰন্থাগাৰ, স্বাস্থ্য-উন্নয়ন, নাগৰিক সকলৰ শিক্ষা, আইন আৰু অধিকাৰ সম্পৰ্কীয় শিক্ষা, সমবায় ইত্যাদি, তেন্তে তাত সকলো ধৰণৰ মানুহকে লব লাগিব। যদি কেৱল কেজনমান শিক্ষিত মানুহক নলৈ, সকলোকে লোৱা হয় আৰু তেওঁলোকে পৰিকল্পনা সম্বন্ধে মতামত ব্যক্ত কৰিব পাৰে, সমস্যাবোৰ বুজি পায়, নিজকে প্ৰগতিৰ লগত জড়িত বুলি অনুভৱ কৰে, তেতিয়া সমাজৰ সকলো স্তৰৰ মানুহে গৰ্ব বোধ কৰিব, আৰু লক্ষ্য লাভ কৰাৰ কাৰণে সহায় কৰিব। গতিকে, এই ধৰণৰ কামৰ কাৰণে সকলো ধৰণৰ সামাজিক আৰু অৰ্থনৈতিক স্তৰৰ পৰা স্বেচ্ছাসেৱক লব লাগিব। তেতিয়া হলে কামও ভাল হব আৰু তাৰ শিপাও দলৈকে যাব।

আপোনাৰ বন্ধু সকলৰ সম্বন্ধে কি ভাবে? নিশ্চয় মাতিব, যদি আপুনি তেনেকুৱা কাৰোবাক জানে যাৰ এই বিষয়ত উৎসাহ আছে। কিন্তু এই কথা মনত ৰাখিব যে তেওঁৰ আপোনাৰ লগত বন্ধুত্ব থকা কাৰণে তেওঁ কাম ভালকৈ নকৰাৰ সুবিধা গ্ৰহণ কৰিব পাৰে, আন এজনে হয়তো তাতকৈ ভালকৈ কৰিব পাৰে; বা তেওঁ আপোনাৰ পৰা আদেশ লবলগীয়া হোৱাটো ভাল নেপাব পাৰে। গতিকে বন্ধুবোৰেই যে সকলো সময়তে ভাল সঙ্গতি হয় তেনে নহয়।

যি সকল মানুহৰ কাৰণে কাম কৰা হৈছে, তেওঁলোকৰ মাজৰ পৰাহে ভাল স্বেচ্ছাসেৱক পোৱা যায়, এজন মানুহৰ কাৰণে আন এজনে তিমান ভালকৈ কাম নকৰে। নিজকে 'কৰুণাৰ প্ৰতিমূৰ্ত্তি' কৰি তোলাৰ প্ৰলোভন ত্যাগ কৰক। কোনোৱে আনৰ পৰা দান গ্ৰহণ কৰিবলৈ ভাল নাপায়—সি মানসিকেই হওক বা বাস্তৱেই হওক।



**মানুহক কেনেকৈ প্ৰবোচিত কৰিব?**

কোনো ঠাইতেই, মানুহক পাৰিশ্ৰমিক নিদিয়াকৈ কাম কৰোৱা সহজ নহয় প্ৰত্যেকজন ভৱিষ্যৎ-স্বেচ্ছাসেৱকে উপলব্ধি কৰা উচিত যে তেওঁ সঁচাকৈয়ে আৱশ্যকীয়। সম্পূৰ্ণ কামটোৰ প্ৰসঙ্গত তেওঁৰ স্থান কত, সেইটো বুজি পাবলৈ তেওঁক সহায় কৰক। সৰ্ব্বোপৰি, তেওঁক জনাওক যে তেওঁৰ পৰা পোৱা সহায়ৰ কাৰণে সকলোৱে শলাগ লৈছে। এজন এজন কৈ মাতি আনি বুজোৱাৰ ফলতহে স্বেচ্ছাসেৱক পাব পাৰি; জনসভাত আহ্বান জনোৱাৰ ফলত কদাচিতহে স্বেচ্ছাসেৱকৰ কামৰ কাৰণে মানুহে আগ বাঢ়ে।

মানুহৰ আপত্তি শুনাৰ কাৰণে সাজু হৈ থাকিব। মানুহে যেতিয়াই বুজিব লাগিব, যে তাত কোনো এটা ভয়ৰ কাৰণ থকাৰ সম্ভাৱনা আছে। যদি আপুনি তেনে কোনো কাৰণৰ কথা জানে, তেন্তে তাক গুচোৱাৰ কাৰণে সহায় কৰিব পাৰে।

আপোনাৰ নৱীন ভীৰু স্বেচ্ছাসেৱকে,

ভয় কৰিব পাৰে যে তেওঁ তেওঁৰ পৰিয়ালক অৱহেলা কৰা যেন দেখা যাব পাৰে, আৰু তেওঁক তাৰ কাৰণে সমালোচনা কৰা হব;

নতুন মানুহৰ লগত কাম কৰোঁতে লাজ কৰিব পাৰে; নিজক অনুপযুক্ত বুলি ভাবিব পাৰে; মানুহৰ আগত কম বুদ্ধিৰ পৰিচয় দিব বুলি ভয় কৰে;

ভয় কৰিব পাৰে, যে তেওঁৰ স্বামীয়ে তেওঁক এই কামত অংশ গ্ৰহণ কৰিব নিদিয়ে।

কিছুমান মানুহৰ এনেয়ে আকৰ্ষণ নেথাকে। তেওঁলোকৰ লগত সময় খৰচ নকৰিব, তেওঁলোকে হয়তো পিছতহে বুজি পাব। অন্যান্য বহুত মানুহৰে আকৰ্ষণ থাকিব।

নাৰীসকলক ভয় জয় কৰাৰ কাৰণে সহায় কৰাৰ অৰ্থে কিছুমান পৰামৰ্শ দিয়া হল।

তেওঁৰ আহৰি সময় উলিওৱাৰ কাৰণে পৰিকল্পনা আৰু সময়ৰ উচিত ব্যৱহাৰ কৰাৰ কাৰণে সহায় কৰক, যাতে পৰিয়ালক অৱহেলা কৰা বুলি দুশ্চিন্তা কৰিব লগীয়া নহয়।

পত্নীসকলৰ কামৰ দ্বাৰা পতিসকলৰ মনত যেন গৰ্ব্বৰ উদয় হয় তাৰ কাৰণে চেষ্টা কৰক। লাজকুৰীয়া স্বেচ্ছাসেৱক সকলক সহায় কৰাৰ কাৰণে তেওঁলোকক

প্ৰথমতেই সাদৰেৰে আহ্বান জনাওক, যাতে প্ৰথম পৰিচয়ৰ অংশ সহজ হৈ পৰে।

নতুন স্বেচ্ছাসেৱক সকলক চুটি আৰু বিভিন্ন ধৰণৰ কাম দিয়ক যাতে তেওঁলোকৰ কামটোৰ প্ৰতি আগ্ৰহ জন্মে আৰু আগ্ৰহ থাকে।

ব্যক্তিগত ক্ষমতা আৰু ৰুচিৰ লগত খাপ খোৱাকৈ কাম দিব। প্ৰত্যেকেই সকলো কাম ভাল নেপাব পাৰে।

স্বেচ্ছাসেৱক সকলে যদি অনুভব কৰে যে তেওঁলোকে যি কামটো কৰিব ধৰিছে সেইটো কৰাৰ বাস্তৱতে মূল্য আছে, তেতিয়াহে তেওঁলোকে আপোনাৰ লগত থাকি কামটো কৰি থাকিব। আন এজনৰ গৌৰৱ-বৃদ্ধিৰ কাৰণে তেওঁলোকে এই কাম নকৰে, অথবা যদি তেওঁলোকে অনুভৱ কৰে যে এই কাম অৰ্থহীন আৰু পৰিশ্ৰমেই সাৰ। কিন্তু যদি তেওঁলোকৰ কামটো আৱশ্যকীয়, তেতিয়া বহুতেই দায়িত্ব লবলৈ আগ বাঢ়িব।

কাম প্ৰশংসাৰ যোগ্য হলেই তেওঁলোকক প্ৰশংসা কৰিব লাগিব। সফল নেতাই মানুহক সৰ্ব্বোত্তম কৰি গঢ়ি তোলে—অৰ্থাৎ গুণৰ বিকাশ হবলৈ দিয়ে। তেওঁ ব্যক্তিগত প্ৰতিদ্বন্দ্বিতা, ঈৰ্ষা, ৰাজনৈতিক পাৰ্থক্য, সামাজিক মৰ্য্যাদা বা আন অলাগতীয়াল বিষয়ক স্বেচ্ছাসেৱকৰ মূল্য বিচাৰ কৰাৰ কাৰণে আহিব নিদিয়ে। **পৰিকল্পনা কৰোঁতে সভ্যসকলৰ বক্তব্যলৈ কাণ দিব।** যি সমিতিত কোনোৱে আপোনাৰ কথালৈ কাণ নিদিয়ে আপুনি তাত কাম কৰিবলৈ ভাল পাবনে?

স্বেচ্ছাসেৱকসকলে যদি অনুভৱ কৰিব লাগে যে কামটো মূল্যৱান, তেন্তে তেওঁলোকে অনুভৱ কৰিব লাগিব যে সেইটো কৰিব পৰাৰ কাৰণে বিশেষ গুণৰ আৱশ্যকতা আছে। সেই কাৰণে শিক্ষা দিয়াৰও আৱশ্যকতা আছে। ইয়াৰ দ্বাৰা কেৱল যে দক্ষতা বাঢ়ে তেনে নহয়, ইয়াৰ দ্বাৰা স্বেচ্ছাসেৱকৰ ওপৰত মনস্তাত্বিক প্ৰভাৱও পৰে।

অধিকাংশ সংঘৰে এটা দুৰ্ব্বলতা আছে, যে তেওঁলোকে মানুহক স্বেচ্ছাসেৱক ৰূপে কাম কৰাৰ কাৰণে অনুৰোধ জনায়। কাম কৰা মানুহৰ যিমানেই অভাৱ নেথাকক, আপুনি যদি মানুহক কয় যে 'আমাৰ অভাৱ আছে' তেতিয়াই আপোনাৰ অৱস্থান দুৰ্ব্বল হয়; গতিকে আপুনি বৰং কোৱা উচিত ইয়াৰ বিপৰীত কথাটোহে, "এয়া এটা সুযোগ ওলাইছে, কিন্তু এই সুযোগ সেইসকল মানুহেহে



পাব, যেয়ে ইয়াক আগ্ৰহেৰে সৈতে কৰিব—আৰু সময়ৰ ব্যৱস্থা কৰি কাম কৰিব পাৰিব"। তেতিয়াই আপুনি ভৱিষ্যৎ স্বেচ্ছাসেৱকৰ মনত এটা বেলেগ মনোভাৱৰ সৃষ্টি কৰিব পাৰিব।

যদি আপুনি কোনো মানুহক অনুৰোধ কৰি থাকে, তেওঁৰ মনলৈ তেওঁৰ নিজৰ মূল্য আৰু শক্তি সম্বন্ধে এটি ভাৱ আহে। তেওঁ নিজকে নিজে কয়, "মই মাজে মাজে আহি মোৰ সুবিধামতে তেওঁলোকক সহায় কৰিমহি।" কিন্তু যদি আপুনি স্বেচ্ছাসেৱকসকলক এইটো বুজিবলৈ দিয়ে, যে যদি তেওঁলোকৰ বিশেষ কেইটিমান গুণ থাকে, সময় মতে কাম কৰা, কামত লাগি থকা আদি, তেতিয়াহে তেওঁলোকক কাম কৰাৰ সুযোগ দিয়া হব, তেতিয়া তেওঁলোকৰ ধাৰণা বেলেগ ধৰণৰ হয়। তেওঁলোকে নিজকে নিজে কব, "যদি মোৰ গুণ আছে, আৰু মোক কাম কৰাৰ কাৰণে গ্ৰহণ কৰা হয়, তেন্তে এই কামটো কৰিব পাৰিলে মই গৰ্ব্বিত অনুভৱ কৰিম।"

বিভিন্ন স্তৰে স্তৰে শিক্ষা দিব পাৰি। ইয়াৰ দ্বাৰা মানুহে ভাবে যে তেওঁলোকে ক্ৰমে আগুৱাই গৈ আছে। এজনী তিৰোতাই সমিতিৰ সভ্যই হওক বা লেফাফাৰ ওপৰত ঠিকনাই লিখক, বা যি ভূমিকাই গ্ৰহণ নকৰক, প্ৰত্যেককে যদি প্ৰাথমিক স্তৰতে এটি শিক্ষা দিয়া হয়, তাৰ দ্বাৰা তেওঁলোকে সেই সংঘ বা সমিতিৰ কামৰ দৰ্শন আৰু তাৰ মূল উদ্দেশ্যবোৰৰ সম্পৰ্কে জানিব পাৰিব, আৰু এইটো কৰা আৱশ্যকীয়। ইয়াৰ ফলত প্ৰত্যেক মানুহেই সমগ্ৰ কামৰ পৰিপ্ৰেক্ষিতত নিজৰ কামৰ মূল্য আৰু আৱশ্যকতা সম্বন্ধে বুজি পাব। কাকোই এই শিক্ষা দিয়াৰ পৰা বাদ দিয়া উচিত নহয়।

তাৰ পিছত বিশেষ বিশেষ পদৰ কাৰণে যোগ্যতা অৰ্জাৰ কাৰণে দ্বিতীয় বাৰ শিক্ষা দিয়া যাব পাৰে, এই শিক্ষাৰ কালও দীৰ্ঘ হব, আৰু বেছি বিশদ ধৰণৰ হব। এই শিক্ষাৰ অঙ্গ হিচাবে, স্বেচ্ছাসেৱকে কেৎনটামানকৈ কাম কৰিব লাগিব।

এই ধৰণৰ ব্যৱস্থা কৰিলে আপুনি সৃষ্টি কৰিব পাৰিব এইবোৰ—কাম কৰাত গৰ্ব্ব;

এটি সংঘৰ অংশস্বৰূপ কাম কৰাৰ ধাৰণা;

ব্যক্তিগত উন্নতিৰ শলাগ;

নিজকে ক্ৰমে বেছি দক্ষ কৰি তোলাৰ আগ্ৰহ;

অলাগতীয়াল বোজা সকলক বহিস্কৃত কৰাৰ উপায়; যিসকল অনাৱশ্যকীয় মানুহে সদায়েই কোনোৰকম শিক্ষা গ্ৰহণ কৰিবলৈ অনিচ্ছুক, তেওঁলোকক বাদ দিয়াৰ উপায়।

আমেৰিকাৰ ৰেড ক্ৰচ সমিতিয়ে দেখুৱাইছে, যে গুণৰ দ্বাৰা মানুহ বাছি ললে মানুহে সেই ব্যৱস্থাৰ প্ৰতি শ্ৰদ্ধা ৰাখে। তিৰোতা সকলে 'গ্ৰেলেদীজ' ৰূপে পৰিগণিত হবলৈ আৰু হচপিটালত সহায় কৰাৰ যোগ্যতা অৰ্জন কৰাৰ কাৰণে এশ ঘণ্টা দৈৰ্ঘ্যৰ শিক্ষা গ্ৰহণ কৰিবলগীয়া হয়; আৰু শুশ্ৰূষাকাৰীৰ সাহায্যকাৰী বা পানীত পৰা মানুহৰ জীৱন ৰক্ষাৰ উপায়ৰ শিক্ষাদাতা আদি কাম শিকাৰ কাৰণে বহুত দিন ধৰি শিক্ষা লবলগীয়া হয়। মানুহে এই শিক্ষা আগ্ৰহেৰে গ্ৰহণ কৰে, কাৰণ তেওঁলোকে জানে যে এই শিক্ষা গ্ৰহণ নকৰিলে, মিঠা কথাৰে চেষ্টা কৰিলে বা আন যিমান ধৰণেই চেষ্টা কৰা নহওক কিয় এই সকল কামৰ কাৰণে ৰেডক্ৰচৰ স্বেচ্ছাসেৱকৰ পদ কোনোৱে পাব নোৱাৰে।

আমেৰিকাৰ 'জুনিয়ৰ লীগ' সংঘও এইসকল কঠোৰ নিয়মৰ আৱশ্যকতা সম্বন্ধে সচেতন। যদিও দেশৰ সকলোতকৈ ঐশ্বৰ্য্যশালী আৰু সামাজিক প্ৰতি-পত্তি থকা পৰিয়ালৰ ছোৱালীবোৰ ইয়াৰ সভ্য, তথাপি প্ৰত্যেকে যথেষ্ট সময় ধৰি শিক্ষা গ্ৰহণ কৰিব লাগে, আৰু প্ৰত্যেকে, প্ৰত্যেক মাহতে এটি নিৰ্দিষ্ট সময় স্বেচ্ছাসেৱিকাৰূপে কাম কৰিব লাগে; তাক নকৰিলে তেওঁক লীগত ৰখা নহয়। তেওঁৰ দেউতাক যিমানেই বিশিষ্ট মানুহ নহওক কিয়, বা তেওঁ যি অসুবিধাই নেদেখুৱাওক কিয় তাক গ্ৰাহ্য কৰা নহয়। তেওঁ প্ৰথমৰে পৰা জানে যে তেওঁ যি অংশ কৰিবলৈ গাত লৈছে সেইখিনি কৰাত অকৃতকাৰ্য্য হলে কৰ্তৃপক্ষকও অসুবিধাত পেলাব আৰু আনৰ ওচৰতও অকৃতকাৰ্য্য হব। গতিকে তেওঁ নিজৰ দায়িত্ব সম্বন্ধে সজাগ থাকে।

যিমান দিনলৈকে বিভিন্ন সমিতিয়ে স্বেচ্ছাসেৱক সকলক তেওঁলোকৰ ইচ্ছামতে আহিবলৈ বা যাবলৈ দিব, আৰু তেওঁলোকৰ পৰা একো দাবী নকৰে, বৰং অলপ সময় খৰচ কৰিলে, বা সামান্য কাম কৰি দিলে কৃতজ্ঞ হব, তিমান দিনলৈকে স্বেচ্ছাসেৱকসকল যথাৰ্থতে উৎসাহী আৰু দায়িত্বশীল নহয়, আজিকালিও যিটো বহুত সময়তে দেখা যায়। মানুহে মূলতঃ অনুভৱ কৰিব লাগিব যে তেওঁলোকৰ আৱশ্যকতা আছে। তাৰ ওপৰতে ভেটি কৰি কাম কৰিব পাৰি, কিন্তু সেই আৱশ্যকতা বাস্তৱ হব লাগিব।

**শিক্ষা সম্পৰ্কে উপদেশ :**

শিক্ষালাভ কৰাৰ অৰ্থই হল অসুবিধা বোধ কৰা। অৰ্থাৎ পুৰণি সুবিধা-জনক ধৰণ, বা যি ধৰণটোত আমি অভ্যস্ত তাৰ পৰিবৰ্ত্তন হোৱা। ইয়াৰ কাৰণে



ইচ্ছাশক্তি আৰু উদ্দেশ্য দুয়োটাৰে আৱশ্যকতা আছে, আৰু ইপ্সিত লক্ষ্য পোৱাৰ কাৰণে এটি উপায়ও লাগে।

সাধাৰণতে, আপুনি আপোনাৰ স্বেচ্ছাসেৱকক সমিতিৰ উদ্দেশ্য আৰু কামৰ ধৰণৰ লগত পৰিচিত কৰি দিলে; আৰু তেওঁৰ আত্মবিশ্বাস, বোধশক্তি, আৰু বিশ্বাস জগাই তুলিব পাৰিলে তেওঁৰ পৰা কাম পাব। শিক্ষা যিহৰ মাধ্যমেৰেই দিয়া নহওক কিয় সুসংবদ্ধ শ্ৰেণী, দেখাসাক্ষাৎ, কামটো কৰি থাকোঁতেই শিক্ষা-লাভ,—তাৰ কাৰণে কেইটামান পৰামৰ্শ দিয়া হল—

**গুৰিৰে পৰা আৰম্ভ কৰক :** আপোনাৰ বিষয়টো আপোনাৰ ওচৰত পৰিচিত, আপুনি হয়তো ধৰি লব পাৰে যে আপোনাৰ শ্ৰোতা সকলৰ ওচৰতো ই পৰিচিত। বিশেষজ্ঞৰ ওচৰত যি বিষয়টো সৰল আৰু প্ৰাথমিক ধাৰণা যেন লাগে, শিক্ষাৰ্থীৰ সমুখত হয়তো তাক যত্নেৰে সৈতে কেবাবাৰো বুজাবলগীয়া হব পাৰে।

**নতুন বিষয়ক পুৰণিৰ লগত যুক্ত কৰক :**

যি বিষয় সম্বন্ধে আগৰে পৰা জ্ঞান আছে, তেনে বিষয়ৰ লগত নতুন ধাৰণাক যুক্ত কৰিলে, নতুন ধাৰণা অনুযায়ী কাম কৰা সহজ হয়। প্ৰায়ে এনেকুৱা ধৰণৰ উদাহৰণ উল্লেখ কৰিবলৈ চেষ্টা কৰিব, যাৰ দ্বাৰা পৰিচিত বস্তুৰ লগত যোগা-যোগ স্থাপন কৰা যাব পাৰে।

**সামান্য পৰিবৰ্ত্তনৰ দ্বাৰাই সন্তুষ্ট থাকক :**

প্ৰগতিৰ অৰ্থ হল অলপ অলপকৈ আগবঢ়া, এটা দীঘল জাপ নহয়। আমি যিফালে আগবাঢ়িব ধৰিছো সেই দিশটো যদি সঠিক হয়, তেন্তে লাহে লাহে আগুৱাই থকা উচিত।

**ব্যক্তিগত সম্পৰ্ক স্থাপন কৰক :**

অধিকাংশ মানুহেই ভাৱমূলক চিন্তাতকৈ মানুহৰ প্ৰতি বেছি প্ৰতিবেদন দেখুৱায়। যদি আপুনি তেনেকুৱা কোনো ধাৰণাও তেওঁলোকক বুজাব খোজে তেন্তে সেই সম্পৰ্কে পুৰণি অভিজ্ঞতাৰ কথা কৈ বা কাহিনীৰ কথা উল্লেখ কৰি সেই আলোচনাত ব্যক্তিগত সম্পৰ্কৰ উত্তাপ আনক।

**অতি সোনকালে বহুত বেছি আশা নকৰিব :**

আপোনাৰ স্বেচ্ছাসেৱকসকলক কামত বুৰ যোৱাৰ কাৰণে সময় দিয়ক, যি শিকোৱা হৈছে তাক কামত খটুৱাবলৈ সময় দিয়ক। সফলতা লাহে লাহে আহিলেও ধৈৰ্য্যশীল হওক।

**মানুহে যোগ্যতা দেখুৱালে তেওঁক আগবাঢ়িবলৈ সুযোগ দিয়ক ঃ**

কোনো এজন ভাল স্বেচ্ছাসেৱকে যদি ৰেডিওৰ কাৰণে বাতৰি বা আন বিষয় লিখাৰ যোগ্যতা অৰ্জন কৰে, তেন্তে তেওঁৰ হতুৱাই লেফাফাত চিঠি ভৰোৱাই থাকিলে তেওঁ অতি সোনকালে গুচি যাব। আপোনাৰ স্বেচ্ছাসেৱকসকলক তেওঁলোকৰ যোগ্যতাৰ উচ্চতম সীমাত কাম কৰিবলৈ দিয়ক ; তেওঁলোকে আৰু বেছি যত্নেৰে সৈতে কাম কৰিব।

---

## *কি দৰে আগবাঢ়িব লাগিব ঃ সংঘ বা সমিতিয়ে*

### এখন ভাল সভা কাক বুলিব ?

এখন সভাৰ উদ্দেশ্য পূৰণ হয়, যদি মানুহে দেখে যে ঃ

কামত আগবঢ়া দেখা গৈছে ;

ভৱিষ্যতৰ কাৰণে পৰিকল্পনা কৰা হৈছে ; লক্ষ্যত উপস্থিত হবৰ কাৰণে সংঘৰ সকলো সদস্যৰ চিন্তা আৰু চেষ্টাক প্ৰাধান্য দিয়া হৈছে। তলত কিছুমান পৰামৰ্শ দিয়া হল, যিবোৰ সকলো ক্ষেত্ৰতে প্ৰযোজ্য ঃ

### সভাখনৰ উদ্দেশ্য কি ?

প্ৰধান উদ্দেশ্যটো মনত ৰাখিব। কিছুমান নিয়মিতভাৱে পতা সভাত সাধাৰণ বিষয়বোৰ আৰু বিবৰণবোৰ ইমান বিশদভাৱে আলোচিত হয় যে আচল উদ্দেশ্য হেৰাই যায়। কিছুদিনৰ পিছে পিছে এই উদ্দেশ্যবোৰ সম্পৰ্কে আলোচনা কৰিলে সুবিধা হয়। কেমাহমানৰ পিছে পিছে এই বিষয়ে আলোচনা কৰাৰ কাৰণে সমিতিখনক সৰু সৰু ভাগত ভগাই লব পাৰে। দেখি আচৰিত হব লাগে, যে বহুত সময়তে মানুহে একেটা উদ্দেশ্যৰ পিনে আগ নাবাঢ়ে, যদিও তেওঁলোকে এই বিষয়ে সচেতন নেথাকে। ইয়াৰ ফলত সংঘৰ্ষ উপস্থিত হয়। যদি এনেকুৱা ঘটে, তেন্তে সি প্ৰথমতে আবিষ্কৃত হোৱাই ভাল। যদি সদস্যসকলে এই কথা উপলব্ধি নকৰে, যে তেওঁলোকে বেলেগ বেলেগ লক্ষ্যত উপস্থিত হব খুজিলে কামত আগবাঢ়িব নোৱাৰে, তেন্তে তেওঁলোকৰ অতিৰিক্ত সদিচ্ছা থকা সত্বেও তেওঁলোকে আগবাঢ়িব নোৱাৰি বৈ যাব লাগিব।

এইবোৰ কৰিবলৈ চেষ্টা কৰক ঃ

লক্ষ্য সম্বন্ধে একমত হওক ;



লক্ষ্যবোৰ লাভ কৰাৰ উদ্দেশ্যে কামটোৰ কাৰণে সময়সূচী প্ৰস্তুত কৰি লওক ;

মানুহৰ আগ্ৰহ আৰু ক্ষমতালৈ চাই কাম ভগাই দিয়ক ;

কাৰোবাৰ অসন্তুষ্টিৰ কাৰণ থাকিলে আপুনি সেই বিষয়ে ভালকৈ শুনক ; বুজি পোৱালৈকে, তাৰ পিছত কাৰণবোৰ আঁতৰাওক।

### সজীৱতাপূৰ্ণ কৰি তোলক ঃ

দলবদ্ধ আলোচনা, বিতৰ্ক, প্ৰদৰ্শনী, ফিল্ম ইত্যাদিয়ে সাধাৰণতে বক্তৃতাতকৈ বেছি পৰিমাণে শ্ৰোতাসকলক আকৰ্ষণ কৰে। সদস্যসকলে প্ৰত্যক্ষভাৱে অংশ গ্ৰহণ কৰিলে তেওঁলোকে টোপনিয়াবলৈ উদ্গানি নাপায়, বৰং চিন্তা কৰাৰ কাৰণে উদ্গানি পোৱাৰ উপযুক্ত পাৰিপাৰ্শ্বিক অৱস্থা গঢ়ি উঠে।

### সভ্যসকলৰ বহাৰ ব্যৱস্থা যত্নসহকাৰে কৰিব ঃ

এই বিষয়টোক আপুনি যিমান তুচ্ছ বুলি ভাবিছে, তাতকৈ ই মূল্যবান। এখন আলোচনা-চক্ৰত চকীবোৰক চক্ৰাকাৰে বা ইংৰাজী Y বা V আখৰৰ নিচিনাকৈ সজাব। প্ৰত্যেকে যাতে প্ৰত্যেকৰে মুখ দেখা পায় তালৈ লক্ষ্য ৰাখিব। মানুহৰ মূৰৰ পিছফালটোৱে মানুহক প্ৰেৰণা নোযোগায়, কিন্তু মুখমণ্ডলে যোগায়।

### পৰস্পৰৰ মাজত জনাশুনা হোৱাৰ কাৰণে সহায় কৰক ঃ

মানুহৰ আকৰ্ষণীয় অভিজ্ঞতা বা অন্যান্য বিবৰণ সম্বন্ধে বিশেষভাৱে উল্লেখ কৰি নকলে সেইবোৰ প্ৰায়ে অজ্ঞাত হৈ যায়। যদি মিলিত হোৱা দলটো বৰ বেছি ডাঙৰ নহয় তেন্তে কেৱল নাম উল্লেখ নকৰি তাৰ লগতে আন আন বিষয়েও কৈ পৰস্পৰৰ লগত পৰিচিত কৰি দিয়া আৱশ্যক, এই ধৰণৰ তথ্যযোগ কৰি, যেনে, "তেওঁ হাৰ্প বজায়" ; "তেওঁৰ এঘাৰটি সন্তান আছে" ; "তেওঁ অঙ্ক কৰি আনন্দ পায়" ; ইত্যাদি। মানুহে নিজকে নিজে পৰিচিত কৰাতকৈ তেওঁৰ প্ৰতিবেশীক পৰিচিত কৰা সহজ পায়—তেতিয়া আত্ম-সচেতনতা নেথাকে। এই পৰিচয় জ্ঞাপনৰ দ্বাৰা আনন্দ পোৱা যায়। দলৰ প্ৰত্যেককে এটি বিশেষ দায়িত্ব দিয়ক ঃ

এটি আৱশ্যকীয় বিষয় সম্বন্ধে গৱেষণা ;

কামৰ বিভিন্ন স্তৰ সম্বন্ধে কিমানখিনি আগবঢ়া হৈছে, তাৰ বিবৰণ প্ৰস্তুত ;

নতুন সদস্যসকলক সম্ভাষণ জনোৱা আৰু পৰস্পৰৰ লগত পৰিচিত কৰি দিয়া ;

পঠনীয় বিবৰণ প্ৰস্তুত কৰা ;
যানবাহনৰ ব্যৱস্থা কৰা আৰু শিশুৰ দায়িত্ব লোৱা ;
স্বেচ্ছাসেৱক ভৰ্ত্তি কৰা, আৰু শিক্ষা দিয়া।
অৰ্থ সংগ্ৰহ ;
জনসাধাৰণৰ ওচৰত প্ৰচাৰ কৰা।

**বোকাত পোত খাই নেযাব ঃ**

সভাৰ আৰম্ভৰ পৰাই কাৰ্য্যসূচীমতে কাম কৰি আগুৱাই যোৱাৰ লগে লগে লক্ষ্য ৰাখি যাব লাগিব, যে আঁচনিমতে কাম কৰা হৈছে। যিসকল বিষয় সম্পৰ্কে আলোচনা কৰা হৈছে তাত সকলোৱে ভাগ লৈছে নে? ধাৰণাবোৰ মানুহৰ মনত সোমাইছে নে?

নিউ ইয়ৰ্কৰ Y. W. C. A.ৰ এগৰাকী অভিজ্ঞ নেতা ডৰোথি হাইটে এই প্ৰশ্নবোৰ উল্লেখ কৰিছে, যিবোৰ প্ৰশ্ন প্ৰত্যেক নেতাই নিজকে সুধিব পাৰে—

সভাত উপস্থিত থকা প্ৰত্যেকে যাতে বিষয়টোৰ ভিতৰত প্ৰৱেশ কৰিব পাৰে আৰু তাৰপৰা লাভবান হব পাৰে, তাৰ কাৰণে তেওঁলোকক সহায় কৰা যাব পাৰে?

আমি সকলোৱে মিলিতভাৱে কি বিচাৰিছো? তেওঁলোকৰ সমুখত আমি কি উপস্থিত কৰিছোঁ? আমি সঠিক বিষয়ৰ ওপৰত জোৰ দিছোঁ নে? আমি সঠিক প্ৰশ্নবোৰ সম্বন্ধে আলোচনা কৰিছোঁ নে? অৰ্থাৎ যিসকল প্ৰশ্ন আমাৰ সমিতিৰ ওচৰত গুৰুত্বপূৰ্ণ?

আমাৰ প্ৰত্যেকে সভাৰ পৰা উলটি গৈ কি কৰিব পাৰিব? এই সভাৰ প্ৰভাৱ মানুহৰ মনোভাৱ, ব্যৱহাৰ আৰু কামৰ প্ৰতি আগ্ৰহৰ ওপৰত পৰিছে নে?

প্ৰত্যেকজন মানুহেই আৰু বেছি জানিবলৈ আগ্ৰহান্বিত হৈ পৰিব লাগিব। যেতিয়া তেওঁ নিজকে নিজে প্ৰশ্ন কৰে যে তেওঁ কি শিকিছে (শিক্ষকে প্ৰশ্ন কৰাতকৈ) তেতিয়া বুজা যাব যে উন্নতি সঁচাকৈয়ে হৈছে।

যদি, সভাৰ অন্তত, সমিতিৰ প্ৰত্যেক সভ্যই ঘৰলৈ যোৱাৰ সময়ত, তেওঁৰ মনত ইয়াৰ পৰবৰ্ত্তী খোজ সম্বন্ধে স্পষ্ট ধাৰণা লৈ যাব পাৰে, আৰু তাক কৰি উলিওৱাৰ সম্বন্ধে তেওঁৰ ব্যক্তিগত দায়িত্বৰ কথা মনত ৰাখে,—তেন্তে সভাৰ উদ্দেশ্য ভালকৈ সফল হৈছে।



**তেওঁলোকে কি ভাৱে?**

আপোনাৰ সংঘৰ সভ্যসকল সন্তুষ্ট নে অসন্তুষ্ট সেইটো কেনেকৈ বুজি পাব?

পৰিবেশত কিছু স্বাধীনতা থকা আৱশ্যক, যাতে মানুহে তেওঁলোকৰ মতামত প্ৰকাশ কৰিব পাৰে ; কেৱল আপোনাৰ বন্ধুসকলৰ কাৰণেই নহয়, বা যিসকলে সহজেই মতামত প্ৰকাশ কৰে তেওঁলোকও নহয়, বা যিসকলৰ সামাজিক প্ৰতিপত্তি আছে, তেওঁলোকও নহয়, সকলোৱে যেন মতামত প্ৰকাশ কৰিব পাৰে। লাজকুৰীয়া বা কম বয়সীয়া আৰু নতুন সভ্য সকলে যেন অস্বস্তি নেপায়, সকলোৱে যেন খোলাখুলিকৈ নিজৰ মতামত জনায়। তেওঁক যেন জনায়, যে তেওঁৰ বক্তব্য শুনা হব, তেওঁৰ ধাৰণাবোৰ সম্পৰ্কে চিন্তা কৰি চোৱা হব, সেই-বোৰক কামত লগাব পৰা যাওক বা নেযাওক। মানুহে সমুখত স্পষ্টকৈ নকৈ, পিচত ফুচফুচালে বুজা যায় যে তেওঁলোকে স্পষ্টকৈ কবলৈ ইচ্ছুক নহয় বা সাহস নাই। নেতাই বুজি পোৱা উচিত যে ই এটা বিপদৰ চিন।

**স্পষ্টকৈ কথা কোৱাৰ স্বাধীনতা মানুহে কেনেকৈ বোধ কৰিব?**

তেওঁলোকৰ মনত কি আছে তাক জানিবলৈ আচল আগ্ৰহ দেখুৱালে। আন্তৰিকতা প্ৰকাশ পাব লাগিব। যদি আপুনি আগ্ৰহেৰে শুনে, তেন্তে দেখিব যে অতি যত্নেৰে সৈতে প্ৰস্তুত কৰা আঁচনিও পৰিবৰ্ত্তিত কৰিব লাগিব, কাৰণ তাৰ দ্বাৰা সমিতিৰ সভ্যসকলৰ অভাৱ পূৰণ নহয়। আপুনি আপোনাৰ অন্তৰেৰে সৈতে তেওঁলোকৰ বক্তব্য শুনিব লাগিব, প্ৰত্যেকটো কথা ওজন কৰি চাব লাগিব।

যদি নেতাজনে এই কাম ভালকৈ কৰে, তেন্তে প্ৰত্যেক অংশগ্ৰহণকাৰীয়ে সভা ত্যাগ কৰা সময়ত তেওঁৰ মনত উদ্দেশ্য সম্পৰ্কে এটি ধাৰণা লৈ যাব ; প্ৰত্যেকে অনুভৱ কৰিব যে তেওঁ নিজে জড়িত আছে। যদি তেওঁলোকে এই কথা নাভাবে, তেন্তে নেতাই নিজকে বিশ্লেষণ কৰি চাব লাগিব, আৰু সমিতি বা দলক দোষাৰোপ কৰিব নোৱাৰে।

**খোজ পৰিবৰ্ত্তন কৰক ঃ মানুহে যেন বিৰক্ত হৈ এৰি নাযায় ঃ**

বহুত দেশতে শ্ৰোতাসকলে অস্থিৰতা দেখুৱায়। এটি বক্তৃতা চলি থাকোঁতে তেওঁলোকে বহুতবাৰ লৰচৰ কৰা দেখিয়েই বুজি পাব। শ্ৰোতাসমাজ অস্থিৰ হোৱা অৰ্থে ই বন্দী হোৱা।

কিয়?

আগৰ দিনত তেওঁলোকে বিশেষজ্ঞসকলৰ প্ৰভাৱ যিমানখিনি মানি লৈছিল, আজিকালি তেওঁলোকে তিমানখিনি মানি লবলৈ সাজু নহয়।

ইয়াৰ উত্তৰ :

আপোনালোকৰ নিজৰ দলৰ মানুহৰ যি অভিজ্ঞতা আৰু দক্ষতা আছে তাৰ পূৰ্ণ ব্যৱহাৰ কৰক। মানুহৰ চিন্তা আৰু কাৰ্য্য আপুনি ভবাতকৈ বেছি দূৰলৈ আগবাঢ়িব পাৰে। সেইবিলাক কাৰ্য্যকৰী হবলৈ দিয়ক।

কেনেকৈ ?

তাৰ কাৰণে কেবাটাও উপায় আছে :

## পেনেল বা বিশেষজ্ঞসকলৰ আলোচনা :

বিষয়টো সম্বন্ধে যিসকল সদস্যৰ জ্ঞান আছে তেওঁলোকৰ মাজৰ পৰা ইয়াৰ কাৰণে সভ্য বাছি লব লাগিব ; তিনিজন সদস্যই যথেষ্ট ; ছজনতকৈ বেছি যেন কোনোমতে লোৱা নহয়। তেওঁলোকে সহজভাৱে আৰু স্পষ্টভাবে মত প্ৰকাশ কৰিব পৰা মানুহ হয় যেন।

মধ্যস্থজনে আলোচনা আৰম্ভ কৰি সমিতিৰ কাম আৰম্ভ কৰিব আৰু বিষয়টোৰ এটি বিতৰ্কমূলক প্ৰশ্ন শাখা-সমিতিত আলোচনা কৰাৰ কাৰণে এৰি দিব।

শাখা সমিতিয়ে বিষয়টো সম্পৰ্কে আলোচনা কৰিব, পৰস্পৰক প্ৰশ্ন সুধিব, বিশদভাবে আলোচনা কৰিব বা কোনো প্ৰশ্ন সম্বন্ধে বিতৰ্ক হব, পৰস্পৰৰ দ্বাৰা বিশ্লেষণ কৰা হব ; আলোচনা মুক্ত, আগতে তাৰ কাৰণে কোনো ভণিতা কৰা নহয় আৰু অলিখিত হৈ থাকিব।

এওঁলোকৰ কাম ভালকৈ হোৱাৰ কাৰণে সভ্যসকলে এটা কাম আগধৰি কৰিব পাৰে। সাধাৰণভাৱে তেওঁলোকে আগতে স্থিৰ কৰি লব পাৰে কোনে কোন্ অংশ সম্পৰ্কে কব, বিশদভাবে নহয়। ইয়াৰ ফলত আলোচনা এটা সিদ্ধান্তলৈ আহিব, উদ্দেশ্যহীন নহয়। কিন্তু কোনে কি কব সেই বিষয়ে বিশদভাবে পৰিকল্পনা নকৰিব। এনেকুৱা শাখা-সভাৰ উদ্দেশ্য হল এটা বিষয়ৰ বিশদ বিশ্লেষণ, বক্তৃতা দিয়া নহয়।

উচিত মুহূৰ্তত সভানেত্ৰীয়ে প্ৰশ্ন সোধাৰ কাৰণে আহ্বান জনাব, যাতে যাৰে মন যায় তেৱেঁ প্ৰশ্ন সুধিব পাৰে।



## আলোচনা-চক্ৰ বা চিম্পোচিয়াম :

এই ধৰণৰ সভাৰ প্ৰকৃতি বেলেগ ; ইয়াত চুটি বক্তৃতা দিয়া হয় যিবোৰৰ দৈৰ্ঘ্য পাঁচৰ পৰা সাত মিনিটলৈকে হয়। প্ৰত্যেক বক্তাই একেটা বিষয়ৰ বিভিন্ন ফাল সম্বন্ধে কয়, এজনে কেইটিমান উল্লেখযোগ্য কথা স্পষ্টভাবে কৈ নিজৰ আসন গ্ৰহণ কৰে, আৰু পৰবৰ্তী বক্তাই বিষয়টোৰ আন এটা ফাল সম্বন্ধে কয়।



এজন বক্তাই এটা বিষয় সম্পৰ্কে দীঘল বক্তৃতা দিলে যিমানখিনি মনোযোগ আকৰ্ষণ কৰা যায়, ব্যক্তিৰ আৰু মাতৰ পৰিবৰ্ত্তনৰ দ্বাৰা তাতকৈ ভাল মনোযোগ পোৱা যায়, ইয়াৰ দ্বাৰা নানা প্ৰশ্ন উথাপিত হয়—বহুত সময়ত বিপৰীত মতামত প্ৰকাশ পায়। ইয়াৰ ফল ভালেই হয়, কাৰণ, মানুহে চিন্তা কৰি চায়।

আমি এটা উদাহৰণ দিওঁ। ধৰক বিষয়টো হল—কিশোৰ কাল।

১ম বক্তা ঃ কিশোৰ-কিশোৰীসকলৰ শাৰীৰিক বৃদ্ধি ;

২য় বক্তা ঃ কিশোৰ-কিশোৰীসকলৰ মানসিক বৃদ্ধি ;

৩য় বক্তা ঃ তেওঁলোকৰ সামাজিক সমস্যা ;

৪র্থ বক্তা ঃ বৃত্তিগত শিক্ষাত পথ প্ৰদৰ্শনৰ আৱশ্যকতা ।

সমগ্ৰ বিষয়টো উপস্থিত কৰাৰ পিছত, শ্ৰোতাসকলক যি কোনো বক্তাক প্ৰশ্ন সুধিবলৈ কোৱা যাব পাৰে। 'চিম্পোচিয়াম' বা আলোচনা-চক্ৰত প্ৰচলিত ধৰণে বক্তৃতা দিয়া নহয়, কিন্তু 'পেনেল, বা বিশেষজ্ঞৰ আলোচনাতকৈ ইয়াত সামান্য ধৰা-বন্ধা পন্থাৰে আলোচনা কৰা হয় ।

**ফোৰাম বা সাধাৰণ সভা ঃ**

পুৰণি ৰোমান সাম্ৰাজ্যৰ দিনৰে পৰা 'ফোৰাম'ৰ অৰ্থ এখন সাধাৰণ সভা, যত সকলো শ্ৰোতাই নিজৰ মতামত ব্যক্ত কৰিব পাৰে। সাধাৰণতে বক্তৃতা হৈ যোৱাৰ পিছত মানুহে মত ব্যক্ত কৰে ।

এই কথাবোৰ মনত ৰাখিব লাগিব ঃ

সভানেত্ৰীয়ে বা সভাপতিয়ে প্ৰশ্নটো দুই তিনিবাৰ সুধিব লাগিব যাতে প্ৰত্যেকে শুনিবলৈ পায়। তেওঁ মাজে মাজে প্ৰত্যেক বক্তৃতাৰ সাৰাংশ কৈ দিব লাগিব যাতে আলোচনাৰ সূত্ৰটো নেহেৰায়। শ্ৰোতা সকলে যেন দীঘল বক্তৃতা নিদিয়ে তাৰ কাৰণে লক্ষ্য ৰাখিব লাগিব, তেওঁলোকে যেন কেইটামান বাক্যহে কয় বা এটা মাথোন প্ৰশ্ন সোধে ।

এনেকুৱা সভাত কেতিয়াবা এই সমস্যা হয়, যে মাত্ৰ কেজনমান বক্তাই প্ৰাধান্য গ্ৰহণ কৰে। এই অৱস্থা নোহোৱাৰ কাৰণে, আৰু প্ৰত্যেকে যেন এটা সুযোগ পায় তাৰ কাৰণে এনেকুৱা ব্যৱস্থা হাতত লোৱাৰ চেষ্টা কৰা যাব পাৰে ঃ

"আলোচনা—৬৬"

ইয়াৰ দ্বাৰা বুজোৱা যায় যে য'ত শ্ৰোতা সংখ্যা বেছি অৰ্থাৎ পঞ্চাশৰ পৰা দুশৰ ভিতৰত, তেওঁলোকক সৰু সৰু দলত ভগাই লব পাৰি যাতে প্ৰত্যেকে অংশ গ্ৰহণ কৰিব পাৰে ।

একে শাৰিত বহি থকা তিনিজন শ্ৰোতাক সভানেত্ৰীয়ে ঘুৰি বহিবলৈ কব, আৰু তেওঁলোকৰ ঠিক পিছফালেই বহা তিনিজনৰ পিনে মুখ কৰিবলৈ কব। এই ছ জনে এগৰাকী সভানেত্ৰী বাছি লব, যাৰ কাম হব লক্ষ্য ৰখা, যাতে



এই ছ জনৰ ভিতৰত প্ৰত্যেকে কোৱাৰ সুযোগ পায় ; আন এজনক তেওঁলোকে মুখপাত্ৰৰূপে বাছি লব, যেয়ে আলোচনাৰ শেষত মুঠ সভাৰ ওচৰত বিৱৰণ জনাব। এনেকুৱাকৈ কোঠাটোৰ ভিতৰত কেবাটাও ছ-জনীয়া দল হৈ পৰিব।

এনেকৈ দল ভাঙি ললে বহুত ডাঙৰ সভাতও প্ৰত্যেক শ্ৰোতাই চিন্তা কৰিবলৈ আৰু অংশ গ্ৰহণ কৰিবলৈ বাধ্য হব। সম্ভৱতঃ তেওঁলোকে আলোচনা কৰিব যে "আজিৰ সন্ধিয়াৰ বক্তাক কি প্ৰশ্ন সোধা যায় ?"

ছ মিনিট সময়ৰ পিছতে আপুনি বহুতবোৰ প্ৰশ্ন পাব, যিবোৰক মিলিত চিন্তাৰ দ্বাৰা মাৰ্জিত কৰা হৈছে। প্ৰত্যেকে মনোযোগেৰে সৈতে শুনিব, আৰু উত্তৰ শুনাৰ প্ৰতিও তৎপৰ হৈ থাকিব, কাৰণ তাত প্ৰত্যেকে ভাগ লৈছে ; প্ৰত্যেক মুখপাত্ৰই নিজৰ দলৰ হৈ প্ৰশ্ন সুধিব।

এই 'আলোচনা—৬৬' ক আপুনি নানা ধৰণে পৰিবৰ্ত্তন কৰি যথাযোগ্য কৰিলৈ ব্যৱহাৰ কৰিব পাৰে। উদাহৰণ স্বৰূপে, আপুনি সভ্য সকলক সুধিব পাৰে, "অহা বছৰৰ আঁচনিৰ কাৰণে আপুনি কি পৰামৰ্শ দিয়ে ?" বা আপুনি এটা বৃহত্তৰ সমস্যা তেওঁলোকৰ সমুখত দাঙি ধৰিব পাৰে, যেনে, "আমাৰ নগৰলৈ যি সংখ্যালঘু সম্প্ৰদায় আহিব ধৰিছে তেওঁলোকক নগৰৰ জীৱনত স্থিতি দিয়াৰ কাৰণে আমি আমাৰ ক্ষমতানুসাৰে কিমানখিনি কৰিব পাৰোঁ ?"

**চক্ৰাকাৰ আলোচনা সভা ঃ**

যদি আপোনাৰ কাৰ্য্যবাহক সমিতি বা মনোনয়ন সমিতি আদি, কোনো বিতৰ্কমূলক বিষয় আলোচনা কৰিব লগীয়া হয়, আৰু সমিতিত বাৰৰ পৰা পোন্ধৰৰ ভিতৰত সভ্য সংখ্যা হয় ( কুৰিৰ ওপৰ যেন নহয় ) তেন্তে এই কৌশলটো অবলম্বন কৰিলে উগ্ৰ সমালোচনা বা উৎকট তৰ্কবিতৰ্ক নোহোৱাকৈয়ে এটি সিদ্ধান্তলৈ আহিব পাৰিব।

সভ্যসকলক চক্ৰাকাৰে বহুৱাওক। সভানেত্ৰীয়ে আলোচ্য প্ৰশ্নটো উত্থাপন কৰিলে তেওঁৰ সোঁহাতে বহা সভ্য বা সভ্যাই তেওঁৰ মতামত প্ৰকাশ কৰিব। তাৰ পিছত তেওঁৰ সোঁহাতে বহাজনে মত জনাব। এইদৰে প্ৰত্যেক জন সভ্যই নিজৰ মত জনাবলৈ সুযোগ পাব, কিন্তু মাজতে কোনো সভ্যই একো কব নোৱাৰে।

আপুনি যদি ৪ৰ্থ বক্তা হয় ; তেন্তে আপুনি সভানেত্ৰী বা সভাপতি, আৰু প্ৰথম, দ্বিতীয় আৰু তৃতীয় বক্তাৰ বক্তব্য সম্বন্ধে মতামত জনাব পাৰিব, কিন্তু ৫ম সভ্যই যদি এনেকুৱা কিবা কিয়, যাৰ ফলত আপুনি বিৰক্ত হয়, তেন্তে আপুনি অপেক্ষা কৰিব লাগিব, যেতিয়ালৈকে আপোনাৰ পাল নাহে তেতিয়ালৈকে।

**সুবিধাসমূহ ঃ**

এজন শান্ত স্বভাবৰ মানুহেও নিজৰ মতামত স্বাধীনভাবে জনাব, কাৰণ তেওঁৰ মত প্ৰকাশৰ স্বাধীনতা প্ৰকট হৈ আছে।

এজন বক্তাই সুযোগ গ্ৰহণ কৰি আনক বাধা দিয়াৰ বা মুখ বন্ধ কৰাৰ সম্ভাৱনা নেথাকে। চৰমপন্থী বক্তাইও এই ধৰণৰ ব্যৱস্থাৰ ফলত তেওঁৰ 'ধুকুং দেহি' ভাবক শান্ত কৰি ৰাখিব লগীয়া হয়। বক্তা সকলে মত প্ৰকাশ কৰাৰ আগতে চিন্তা কৰাৰ বাবে সময় পায়।

ডেকা সদস্য সকলে বা নতুনকৈ যোগ দিয়া সভ্য সকলে নিজকে আন সকলোৰে সমকক্ষ বুলি অনুভৱ কৰিব পাৰে।

আৰু অন্যান্য পদ্ধতিৰ দ্বাৰাও আপোনালোকে কামৰ পন্থা পৰিবৰ্ত্তিত কৰিব পাৰে ; অন্যান্য উপায়ৰ দ্বাৰাইও সভ্যসকলৰ চিন্তা শক্তি আৰু সৃজনী শক্তিৰ পৰা ওপজা পৰামৰ্শ আদি পাব পাৰি। ইমান দিনলৈকে যি বক্তৃতা দিয়াৰ ধৰা বন্ধা নিয়ম চলি আহিছে, তাৰ পৰা আঁতৰি আহে আৰু নতুন নতুন পন্থা অৱলম্বন কৰে, আপোনালোকে নিজেই ন ন উপায় বা প্ৰণালী বিচাৰি উলিয়াব পাৰিব।

---

## আপোনাৰ কামৰ প্ৰতি মানুহৰ মনোযোগ কেনেকৈ আকৰ্ষণ কৰিব ?

**কিয় আৱশ্যক ?**

১। আপুনি যাতে স্বেচ্ছাসেৱকসকলক আকৰ্ষণ কৰিব পাৰে।

২। যাতে আপোনাৰ কাম দেখি আৰু বহুতে সমাজৰ এই ধৰণৰ কাম কৰিবলৈ আগবাঢ়ি আহে।

৩। আপুনি যাতে সহজে অৰ্থ সংগ্ৰহ কৰিব পাৰে।

৪। যাতে নগৰ-শাসনযন্ত্ৰ বা আন সংঘ ইত্যাদিয়ে আপোনাৰ কাম সম্বন্ধে জানিব পাৰে আৰু তেওঁলোকেও এই ধৰণৰ কাম হাতত লব পাৰে, বা প্ৰসাৰিত কৰিব পাৰে।

আপুনি অৱশ্যে আপোনাৰ উদ্দেশ্য অনুসৰি, বেলেগ বেলেগ পদ্ধতি গ্ৰহণ কৰিব।

**প্ৰণালী**

যি সকল মাধ্যমৰ সহায়েৰে আপুনি সমাজক আপোনাৰ কাম সম্বন্ধে নিয়মিত ভাবে মাহে মাহে জনাই থাকিব পাৰে সেইবোৰৰ ভিতৰত এইবোৰও আছে ঃ

বাতৰি-কাকত ;

ৰেডিও ;

অন্যান্য সংঘৰ জনসভাত বক্তৃতা দিয়াই ;

প্ৰদৰ্শনীৰ দ্বাৰা, বিজ্ঞপ্তিৰ দ্বাৰা ;

চুটি বাতৰি, ডাকযোগে বাতৰি পঠিয়াই ;

মানুহৰ আগত প্ৰকাশ কৰি ( মানুহৰ উৎসাহ সম্পৰ্কে )।

আপুনি আপোনাৰ সমাজৰ সকলো দল উপদলৰ মানুহৰ লগত সকলো সময়তে সংস্পৰ্শ ৰখা আৱশ্যক, কেৱল যেতিয়া আপোনাৰ বিশেষ আৱশ্যক হয় তেতিয়া নহয় ; আপুনি যিমানেই পৰস্পৰৰ কাম সম্পৰ্কে জানিব পাৰিব, তিমানেই আপোনালোকে একেলগে লগ হৈ কাম কৰিব পাৰিব।

**বাতৰি-কাকত সম্পৰ্কে পৰামৰ্শ :**

নাম প্ৰকাশৰ দ্বাৰা বাতৰিৰ প্ৰচাৰ বেছি হব পাৰে, কিন্তু সংঘ বা সমিতিৰ কামৰ কথা নেথাকিলে ব্যক্তিগত সম্মান বৃদ্ধিৰ কাৰণে নাম প্ৰকাশৰ আৱশ্যকতা নাই। পিছত বেমেজালি নলগাৰ কাৰণে এজন বিশেষ মানুহৰ হাতত সমিতিৰ বাতৰি কাকত, ৰেডিও ইত্যাদি সম্পৰ্কীয় কামৰ দায়িত্ব দিয়া ভাল। তেওঁ এইবোৰ কাম কৰিব পাৰিব লাগিব :

প্ৰধান বিষয়টো স্পষ্টকৈ আঙুলিয়াব পাৰিব লাগিব। তথ্যবোৰ সঠিকভাবে আৰু সংক্ষিপ্তভাবে দিব পাৰিব লাগিব।

নীতি আৰু পন্থা সম্পৰ্কীয় প্ৰশ্নৰ উত্তৰ দিব পাৰিব লাগিব। কিবা লিখিব লাগিলে, এইবোৰ কৰিব লাগিব :

ভাল 'ৰিবন' ফিতা ব্যৱহাৰ কৰি দুশাৰি কথাৰ মাজত সাধাৰণতে ৰখাতকৈ দুগুন ঠাই ৰাখি টাইপ কৰিব লাগিব। কাগজৰ এপিঠিত কেৱল টাইপ কৰিব; আৰু সকলো বিষয়েৰে দ্বিতীয় নকল ৰাখিব।

বাতৰি কাকতখনৰ ক্ষমতাৰ সীমা সম্বন্ধে আগতে জানি লব, প্ৰথমতে কাগজৰ এটা সংখ্যা লৈ লব।

প্ৰত্যেকটো ক্ষেত্ৰতে প্ৰথম অনুচ্ছেদত এইবোৰ বিষয় জনাব :

**কোন্**—কোন্ সমিতিৰ কথা কোৱা হৈছে; কোনে সভাপতি আছিল, কোনে বক্তৃতা দিলে, কোনে কাকতত প্ৰকাশ কৰিব লগীয়া প্ৰস্তাববোৰ ডাঙি ধৰিলে।

**কি**—সভাৰ বিষয় কি আছিল?

**ক'ত**—সঠিক বাতৰি দিব, সম্পূৰ্ণ ঠিকনা জনাব।

**কেতিয়া**—সঠিক সময় আৰু তাৰিখ।

**কিয়** (বা কেনেকৈ)—ইয়াৰ পিছত কি আছিল? কিয় এনেকুৱা হল? ইয়াৰ অৰ্থ কি হব পাৰে? মানুহে ইয়াৰ প্ৰতি কিয় মনোযোগ দিব?

**ফটোগ্ৰাফাৰক সহায় কৰা সম্পৰ্কে :**

সভাৰ আগদিনাই তেওঁলোকক মনত পেলাই দিব। যি সকল ফটো সাধাৰণ ফটোতকৈ অলপ বেলেগ ধৰণৰ হব, সেইবোৰ সম্পৰ্কে ভাবি লব।

বিশিষ্ট মানুহকেজনক উপস্থিত ৰাখিব, আৰু সাজু ৰাখিব (দুই বা তিনি-জনতকৈ বেছি যেন নহয়)। ফটোৰ শিৰোনামাত যি লিখিব, তাৰ কাৰণে নাম, ঠিকনা আৰু উপাধি আদি সাজু কৰি ৰাখিব।



**বিশিষ্ট বাতৰি কাকতৰ প্ৰতি পক্ষপাতিত্ব নকৰিব :**

সামাজিক বাতৰি কাকত, ভাষা বিষয়ক কাকত, বিক্ৰী সংক্ৰান্ত কাকত, ইত্যাদি বস্তুও মানুহে পঢ়ে। আপোনাৰ বাতৰি কেৱল বিশিষ্ট সংবাদপত্ৰৰ কাৰণে নাৰাখিব।

**সংবাদ পৰিবেশনৰ দায়িত্বত থকা সভ্য :**

তেওঁ যিসকল মানুহৰ লগত কাম কৰিব, তেওঁলোকৰ লগত তেওঁৰ পৰিচয় থকা আৱশ্যক। তেওঁ এই সকল মানুহক লগ ধৰা উচিত—

মেনেজিং এডিটৰ বা প্ৰধান সম্পাদক;

নগৰৰ বাতৰি সম্পাদক;

নাৰী-সংক্ৰান্ত বাতৰিৰ সম্পাদক;

ৰেডিওৰ বাতৰি বিভাগৰ দায়িত্ব থকা;

ৰেডিওৰ মহিলা-অনুষ্ঠান পৰিচালিকা।

এই সকল মানুহৰ লগত ব্যক্তিগত পৰিচয়ৰ ফলত তেওঁ জানিব পাৰে যে কাকতে কি ধৰণৰ বাতৰি ছপায়, কেনেকৈ প্ৰকাশ কৰা হয়, ফটো সম্বন্ধীয় নীতি ইত্যাদি। যি সকল মানুহৰ লগত তেওঁ পিছত কাম কৰিব লাগিব, তেওঁলোকৰ লগত আগধৰি পৰিচয় হৈ থাকিব। সম্পাদকসকলক দেখুৱাব পাৰে যে তেওঁ দায়িত্বশীল মানুহ, আৰু তেওঁলোকে তেওঁৰ লগত কাম কৰিব পাৰে।

**সমাজৰ শুভেচ্ছা কেনেকৈ পাব :**

মানুহে প্ৰশংসা পাবলগীয়া কাম কৰিলে প্ৰশংসা কৰিব। সাধাৰণভাবে মানুহক ধন্যবাদ জনোৱাত আৰু শলাগ লোৱাত কাৰ্পণ্য নকৰিব।

ধৈৰ্য্যেৰে সৈতে আপোনাৰ সমিতিৰ কাম আৰু কাৰ্য্য পদ্ধতি সম্বন্ধে বুজাই দিব।

সমাজৰ আন কোনো দল বা সমিতিৰ লগত যি কোনো ভাবে সহযোগিতা কৰি কাম কৰিবলৈ সাজু থাকিব। ইয়াৰ দ্বাৰা আপোনাৰ মৰ্য্যাদা বা সম্মান হানি হব বুলি নাভাবিব; হানি নহয়, বৰং বাঢ়িবহে।

**ৰেডিও লগত সাক্ষাৎকাৰ :**

যদি আপুনি ৰেডিও বা টেলিভিছনৰ মাধ্যমেৰে মানুহৰ লগত সাক্ষাৎ কৰে :

আপুনি কি কব খোজে জানি লব। এটি চুটি সাক্ষাৎকাৰত আপুনি এটা বা দুটা মূল ধাৰণা সম্পৰ্কেহে কব পাৰিব। কি বিষয় সম্বন্ধে আপুনি কব খোজে?

আপোনাৰ বক্তব্যৰ উদাহৰণ স্বৰূপে বৰ্ণনা কৰাৰ কাৰণে আৰু তাক মনোগ্ৰাহী আৰু সহজ কৰি কোৱাৰ কাৰণে এটা (বা দুটা) উপযুক্ত সাধু বা কাহিনীৰে সৈতে সাজু হৈ থাকিব। আপোনাৰও ভাল লাগিব, আৰু বক্তৃতাৰ দ্বাৰা কোৱাতকৈ সাধুৰ সহায়েৰে কলে আপোনাৰ বক্তব্যও ভালকৈ প্ৰকাশিত হব। বিষয়টো জানিলেও আপুনি প্ৰশ্নৰ কাৰণে অপেক্ষা কৰক; ভয় নাখাব; একেবাহে বেছি সময় কথা নকব। ভাবি লব যে আপুনি যি কব খোজে তাক কেৱল এজন মানুহকহে কৈছে। হয়তো এনেকুৱাও হব পাৰে, যে মাথোন এজন মানুহে হে শুনিছে, কিন্তু তেওঁৰ কথা মনত ৰাখিব লাগিব। সেই এজনকে কৈ যাওক।

**যিসকল বিপদৰ পৰা সাৱধান হব লাগিব :**

প্ৰত্যেক সংঘ বা সমিতিয়ে কিছুমান বিপদৰ সম্মুখীন হয়। বহুত সময়তে এই সমস্যাবোৰৰ উদয় হয় কিছুমান মানুহৰ পৰা। আমি সকলোৱে শ্ৰীমতী বিশিষ্টা, শ্ৰীমতী স্পৰ্শকাতৰ আৰু শ্ৰীমতী আপত্তিকাৰীৰ কথা জানোঁ। যিসকল আভ্যন্তৰীণ গোলযোগৰ দ্বাৰা সকলো উদ্দেশ্যৰ মূল্য কম হৈ যাব পাৰে সেইবোৰ পৰিত্যাগ কৰি, সভ্যসকলৰ দ্বাৰা এটি বিশেষ উদ্দেশ্যেৰে কাম কৰোৱাৰ কাৰণে দক্ষ নেতৃত্বৰ আৱশ্যকতা হয়।

কোৰিয়াৰ এদল তিৰোতাই তেওঁলোকৰ সমিতিৰ ভিতৰৰ গোলযোগৰ কাৰণবোৰ বিশ্লেষণ কৰিছিল। তেওঁলোকে ইয়াকে কৈছিল—

**গঠন :**

সমিতিৰ শীৰ্ষৰ ভৰ বেছি হোৱা এটা ডাঙৰ ত্ৰুটি; অধিকাংশ সভ্যৰ ইচ্ছানুসাৰে কাম কৰাৰ পৰিবৰ্তে সকলো নিৰ্দ্দেশ ওপৰৰ পৰা আহে; কেজনমান উচ্চপদস্থ মানুহেই পৰিচালনা কৰে। এনেকুৱা অৱস্থাত সমিতিৰ স্বাধীনতা, স্বকীয়তা আৰু তাৰ সভ্যসকলৰ সমৰ্থনৰ অভাৱ হয়।

বহুত সংঘই ভাবে যে এখন সৰু সমিতিতকৈ এখন ডাঙৰ সমিতি দেখা-দেখিকৈ ভাল। আন কিছুমানে ভাবে যে এজন বিশিষ্ট মানুহক গুৰি ধৰোঁতা-ৰূপে ৰাখিলে তাঁৰ দ্বাৰা সফলতা আহে। তেওঁলোকে সেই মহিলাৰ বা সভ্যা-



সকলৰ কামৰ প্ৰতি আসক্তি সম্পৰ্কে কোনো প্ৰশ্ন নোতোলে। বহুত সময়ত নামৰ মোহত ভোল গৈ তেওঁলোকে বাহিৰৰ পৰা এনে এজনক নেত্ৰীস্বৰূপে বাছি লয়, যেয়ে সেই সংঘ বা সমিতি সম্বন্ধে একোকে নেজানে (বা জানিবলৈ চেষ্টাও কৰা নাই)। তেওঁলোকৰ নিজৰ সমিতিৰ সভ্যসকলৰ মাজৰ পৰা এজনক নিৰ্ব্বাচিত কৰি লোৱাই ভাল। বাহিৰৰ পৰা পতা নাম থকা নেত্ৰীসকলে সন্মুখত থকা সমস্যাবোৰ সম্বন্ধে ভালকৈ জানিবলৈ সময় সামান্যই পায়; গতিকে তেওঁ-লোকৰ নেত্ৰীত্ব তেনেই ওপৰুৱা হয়। এই কাৰণতে সমিতি বা সংঘটোও এটি সৃষ্টিশীল আৱশ্যকীয় সংঘৰ পৰিবৰ্ত্তে এটি বাহ্যিক, আৰু গতানুগতিক সামাজিক বস্তু হৈ পৰে। যেতিয়া নেতা বা নেত্ৰীসকলে ভাবে যে সংঘটো তেওঁলোকৰ 'নিজৰ' আৰু তেওঁলোকৰ আদেশমতে চলিব, আৰু নেভাবে যে সংঘবোৰ আচলতে সভ্যসকলৰ হে, তেতিয়া তেওঁলোকে সভ্যসকলৰ প্ৰাণশক্তি আৰু মূল্য নোহোৱা কৰি পেলায়।

দুৰ্বল হৈ গলে সংঘবোৰ এনেকুৱা সংগঠনত পৰিবৰ্ত্তিত হয় যিবোৰে কৰ্ত্তৃপক্ষৰ আদেশ অন্ধভাবে মানে, আৰু আমোলাতান্ত্ৰিকতা বৃদ্ধি পায়। সভ্যসকলে আৱশ্যকীয় কামত অংশ গ্ৰহণ কৰাৰ পৰিবৰ্ত্তে বন্ধুসকলৰ লগত দেখা কৰি গল্প কৰাৰ কাৰণে মিলিত হয়। সভ্যসকলৰ যেতিয়া নিজস্ব চিন্তা বা ধাৰণা নেথাকে তেতিয়া ৰাজনৈতিক উদ্দেশ্য থকা লোকসকলে সহজতে তেওঁলোকৰ ধাৰণাবোৰ সুমুৱাই দিব পাৰে।

**নেতৃত্ব :**

যদি নেতাসকল ইমান জেদী হয় যে তেওঁলোকৰ অনুগামীসকলৰ ভাল উপদেশৰ প্ৰতি কৰ্ণ-পাত নকৰে, তেন্তে, তেওঁলোকে বহুত সময়তে তেওঁলোকৰ আটাইতকৈ ভাল সভ্যবোৰ হেৰুৱায়, যি সকল সভ্য সমালোচক হলেও সক্ষম আছিল। বৰমূৰীয়াসকলৰ সময় নাথাকে সমস্যাবোৰৰ অসম্পূৰ্ণ সমাধান সমাপ্ত কৰাৰ কাৰণে, গতিকে তেওঁলোকৰ সমিতি অৰ্থহীন হৈ পৰে।

যি সকল দেশত নাৰীসকলে বহুত যুগ ধৰি পুৰুষসকলৰ ওপৰত নিৰ্ভৰ কৰাত অভ্যস্ত হৈ আহিছে, তাত তেওঁলোকক আলোচনাত যোগ দি নিজৰ কথা প্ৰকাশ কৰিবলৈ আহ্বান জনালেও সৃষ্টিশীলতাৰ দক্ষতা দেখুৱাব নোৱাৰে। তেওঁলোকে তেওঁলোকৰ উচ্চ পদস্থ ব্যক্তি সকলৰ আদেশ পালন কৰাৰ নিমিত্তে সাজু হৈ থাকে। তেওঁলোক অভ্যাসৰ দাস হয়।

তিৰোতাসকলে বহুত সময়তে মতামতৰ আচল পাৰ্থক্য নেথাকিলেও কেবল মানসিক আৱেগগত কাৰণতো পৰস্পৰৰ বিৰোধিতা কৰে। যদি তেওঁলোকে বিৰোধিতা কৰে, তেতিয়া তেওঁলোকে নিজৰ সংঘ পৰিত্যাগ কৰি অন্য সংঘ গঠন কৰাতো ইতস্ততঃ নকৰে। কিন্তু এইবোৰ কেৱল ঈৰ্ষাৰ ফলতে গঠিত হোৱাৰ কাৰণে, আৰু উদ্দেশ্য নথকাৰ কাৰণে ইয়াৰ ভিতৰখন শূন্য।

এই আটাইবোৰ সমস্যাৰ উদ্ভৱ হয় যেতিয়া নেতাসকলে, মনত নাৰাখে যে সংঘবোৰৰ কৰ্তৃত্ব সকলো সভ্যৰ মাজত ভগাই লব লাগিব, বৰং ভাবে যে সংঘবোৰ তেওঁলোকৰ নিজৰ। সকলো সংঘই সমৃদ্ধিলাভ কৰিব খুজিলে বাস্তৱ পৰিকল্পনা কৰিব লাগিব, তেওঁলোকৰ নিজৰ কামৰ প্ৰতি সমালোচকৰ মনোভাৱ ৰাখিব লাগিব। তেনে নহলে তেওঁলোকে কোনো আৱশ্যকীয় কাম কৰিব নোৱাৰে।

**কি কৰা আৱশ্যক ?**

পৰিচালক সকলক শিক্ষা দিব লাগিব। সভ্যসকলে নীৰৱে বহি থাকিলে নহব, অংশ-গ্ৰহণ কৰাত গৰ্ব অনুভৱ কৰিব লাগিব। আলোচনাৰ দ্বাৰাহে সক্ষম নেতা গঢ়ি উঠে।

কমবয়সীয়া তিৰোতাসকলৰ নিজৰ ইচ্ছা বা আগ্ৰহ অনুসাৰে কাম কৰাৰও সুযোগ ৰাখিব লাগিব, তেতিয়াহে তেওঁলোকে যোগ দিব।

নতুন সভ্য অনাৰ কাৰণে পুৰণি সভ্যসকলক প্ৰায় জোৰ কৰাৰ প্ৰথাৰ পৰিবৰ্ত্তে, মানুহৰ নিজৰ আকৰ্ষণ, ইচ্ছা আৰু ৰাজহুৱা কামৰ প্ৰতি স্পৃহা ইত্যাদিৰ দ্বাৰা নতুন সভ্য ভৰ্ত্তি কৰিব লাগিব। যিসকল উপায় ভাল বুলি ধৰি লোৱা হয়, সেইবোৰক আচলতে কামত লগাব লাগিব, আৰম্ভণিতে সেইবোৰক যিমানে সামান্য বুলি ভবা নহওক কিয়।

জনসাধাৰণে যদি যি গৰাকী তিৰোতাৰ নানা শূন্য বা অৰ্থহীন উপাধি আছে তেওঁক শ্ৰদ্ধা নকৰি, ভাল কাম কৰা তিৰোতাক শ্ৰদ্ধা কৰিলেহেঁতেন, তেন্তে জনমতৰ হেঁচাৰ দ্বাৰা এটা আৱশ্যকীয় পৰিবৰ্ত্তন হলহেঁতেন। নেতাসকলে মাত্ৰ এটা বা দুটা ডাঙৰ পদ গ্ৰহণ কৰি উপযুক্তভাৱে কাম কৰা উচিত।

---

## আয়ব্যয়ৰ পৰিকল্পনা কেনেকৈ কৰিব ........আৰু অৰ্থ-সংগ্ৰহৰ উপায়

**আয়ব্যয়ৰ পৰিকল্পনা কৰাৰ নিয়ম[১] ঃ**

অৰ্থ সংগ্ৰহ কৰিবলৈ ওলোৱাৰ আগতেই যত্নেৰে সৈতে আয়ব্যয়ৰ এখন পৰিকল্পনা কৰিব লাগিব। মানুহৰ ওচৰত অনুৰোধ জনোৱাৰ কাৰণে এইখনেই আপোনাৰ 'উদ্দেশ্য' হব।

আয়ব্যয়ৰ পৰিকল্পনাত এইবোৰ হিচাব থাকিব লাগিব—

**কাম কৰাৰ খৰচ ঃ**

বেতনভুক্ কেৰাণীৰ পাৰিশ্ৰমিক ( যদি থাকে )।

অন্যান্য খৰচ—

ঘৰৰ ভাড়া, বিজুলী চাকি, তাপযন্ত্ৰ, দৈনন্দিন চালনা,

টেলিফোন, কাগজপত্ৰ ইত্যাদি ;

সৰঞ্জাম ( চকী মেজ আদি, টাইপ-ৰাইটাৰ )

ডাক-খৰচ ;

বীমা, হিচাব পৰীক্ষা।

**আঁচনিৰ খৰচ ঃ**

ই কমও হব পাৰে, বেছিও হব পাৰে, ইয়াৰ অন্তৰ্গত হব—পুস্তিকা, সাময়িক বিৱৰণী, আৱশ্যকীয় ভ্ৰমণ, সভাৰ কাৰণে খৰচ ইত্যাদি।

**ক'ৰ পৰা আৰম্ভ কৰিব ?**

আপুনি আয় স্বৰূপে যি অৰ্থ আশা কৰে তাৰ পৰা আৰম্ভ কৰিব পাৰে, আৰু আপোনাৰ আঁচনি তাৰ লগত খাপ খোৱাকৈ যুগুত কৰিব পাৰে বা আপুনি যি কামটো কৰা আৱশ্যক বুলি ভাবে তাক পৰীক্ষা কৰি চাব পাৰে, আপোনাৰ সংঘৰ ক্ষমতা, আৰু কৰিব খোজা কামটোৰ আনুমানিক খৰচ এই সকলো হিচাব কৰি চাই তাৰ কাৰণে অৰ্থ-সংগ্ৰহ কৰাৰ কাৰণে আগবাঢ়িব পাৰে।

বেছি ভাগ সংঘই তেওঁলোকৰ আকাঙ্ক্ষা লৈ আগবাঢ়ে আৰু তাৰ কাৰণে অৰ্থ-সংগ্ৰহ কৰে।

**কোনে স্থিৰ কৰিব ?**

এখন বিশেষ সমিতিয়ে এখন 'সাময়িক হিচাব' প্ৰস্তুত কৰে, এইখনক সম্পূৰ্ণ পৰিচালক সভাৰ আগত উপস্থিত কৰি এই সম্বন্ধে আলোচনা কৰা হয় আৰু গ্ৰহণ কৰা হয়,—তাৰ পিছত সকলো সভ্যৰ সন্মুখত উপস্থিত কৰা হয়।

ইয়াত তিনিটা স্তম্ভত দেখুৱা উচিত—

১। আগৰ বছৰৰ আয়ব্যয়ৰ বিষয়বোৰ।

২। প্ৰতিটো ক্ষেত্ৰত আচলতে কিমান খৰচ হৈছিল।

৩। পৰবৰ্তী বছৰৰ কাৰণে কি স্থিৰ কৰা হৈছে,—নতুন বিষয়বোৰও অন্তৰ্গত কৰি দেখুৱাই।

সকলো সভ্যৰ দ্বাৰা সাধাৰণ সভাত গৃহীত হলেই পৰবৰ্তী বছৰৰ খৰচৰ ভেটি হয়; কিবা ডাঙৰ পৰিবৰ্তন কৰিব খুজিলে তাক আকৌ সাধাৰণ সভাৰ আগত উপস্থিত কৰিব লাগিব, যদিও আয়ব্যয়ৰ পৰিকল্পনাত আগতে দেখুৱা খৰচবোৰৰ কাৰণে পৰিচালক মণ্ডলীৰ পৰা দ্বিতীয়বাৰ অনুমতি লব নালাগে।

**অৰ্থ কেনেকৈ সংগ্ৰহ কৰিব :**

চাৰিটা প্ৰধান উপায় আছে—

(১) জনসাধাৰণৰ প্ৰতি অনুৰোধৰ দ্বাৰা—ৰেডিও, বাতৰি কাকত, বিজ্ঞাপন আদিক আজিকালি মানুহৰ মাজত সৃষ্টি কৰাৰ কাৰণে, আৱশ্যকতা সম্বন্ধে সচেতন কৰি তোলাৰ কাৰণে, আৰু সমাজৰ পৰা অৰ্থসংগ্ৰহ কৰাৰ কাৰণে উপযুক্ত বাতাবৰণ সৃষ্টি কৰাৰ উদ্দেশ্যে মাধ্যম স্বৰূপে ব্যৱহাৰ কৰা হয়।

এইবোৰ জনস্বাস্থ্যসংক্ৰান্ত অভিযানও হব পাৰে—পলিও, অন্ধত্ব, শিশুমৃত্যুৰ হাৰ হ্ৰাস ইত্যাদি, বা বিধৱা, অনাথ শিশু, বা আশ্ৰয়প্ৰাৰ্থীৰ কাৰণে সাহায্য ভিক্ষাও হব পাৰে; বা হচপিটাল খোলা, বা স্কুলৰ লৰাছোৱালীৰ কাৰণে কিতাপ সংগ্ৰহৰ অভিযানও হব পাৰে।

(২) **মানুহৰ লগত সাক্ষাৎ কৰি ব্যক্তিগতভাৱে অনুৰোধৰ দ্বাৰা** :—এইবোৰ নানাভাবে হব পাৰে, বাটত থিয় হৈ হাতত লোৱা টিন জোকাৰি, সৰু মুদ্ৰা খুজি; বা আগতে শিক্ষা লাভ কৰা কৰ্মীৰ দ্বাৰা যত্ন সহকাৰে তালিকা প্ৰস্তুত কৰি মানুহক লগ ধৰি। এই উপায়ৰ গতি ধীৰ, আৰু কষ্টকৰ হলেও দেখা যায় যে ই এটা সাফল্যজনক উপায়—যাৰ দ্বাৰা নাগৰিকতাৰ দায়িত্ব সম্পন্ন মানুহৰ পৰা সমৰ্থন পোৱা যায়, আৰু সি বাঢ়ি আছে। এবাৰ যদি মানুহৰ



আপোনাৰ কামটোৰ প্ৰতি আগ্ৰহ জন্মে তেন্তে তেওঁলোকে তাৰ প্ৰতি চিন্তা, শক্তি, সময় আৰু অৰ্থও বহুত দিন ধৰি দি থাকিব।

এই ধৰণে অৰ্থ সংগ্ৰহ কৰাক টকা তোলাৰ লগতে জনশিক্ষাৰ অভিযান বুলিও ভাবি লব পৰা যাব পাৰে।

(৩) **টকা তোলাৰ অন্যান্য উপায়**—বজাৰ বহুৱা, বা অন্যান্য অনুষ্ঠান আদিৰ জৰিয়তে আপোনাৰ আঁচনি সম্পৰ্কে জনসাধাৰণক কোনো শিক্ষা দিয়া যাবও পাৰে, বা নাযাবও পাৰে। জনসাধাৰণক আপোনাৰ উদ্দেশ্য বা লক্ষ্য সম্বন্ধে জানিবলৈ দি তেওঁলোকৰ মাজত সামাজিক চেতনা বা দায়িত্বজ্ঞান গঢ়ি তুলিবলৈ সুযোগ গ্ৰহণ কৰা উচিত, যতেই সম্ভৱপৰ হয়।

(৪) **বৃহৎ অৱদানৰ কাৰণে অনুৰোধ** :—কিছুমান অৰ্থ সংগ্ৰাহকে ডাঙৰ ব্যৱসায় প্ৰতিষ্ঠান, শিল্প প্ৰতিষ্ঠান, কৰ্মীসংঘ, প্ৰধান নাগৰিক সংঘ, বৃত্তি বা অৰ্থসাহায্য দানৰ প্ৰতিষ্ঠান আদিৰ পৰা অৰ্থ সংগ্ৰহ কৰে। (আমি ইয়াত চৰকাৰী সাহায্য সম্বন্ধে আলোচনা কৰা নাই)।

আমাৰ অধিকাংশ পাঠকে স্থানীয় আৰু জাতীয় সংঘবোৰৰ মাজেদি কাম কৰি আছে, সেই কাৰণে আমি এই দুটা বিষয়ত মনযোগ দিম :

ব্যক্তিগত অনুৰোধ;

স্থানীয় অৰ্থসংগ্ৰহৰ উপায়।

**ব্যক্তিগত অনুৰোধ :**

যুক্তৰাষ্ট্ৰৰ 'দি লীগ অব উইমেন ভোটাৰচ' (নাৰী ভোটাৰ সকলৰ সংঘ) নামৰ প্ৰতিষ্ঠানে এই উপায়টোকে প্ৰধানৰূপে ব্যৱহাৰ কৰি অৰ্থসংগ্ৰহ কৰিছে, আৰু এই উপায় সম্বন্ধে যথেষ্ট পৰীক্ষা কৰি চাইছে। আমাৰ এই অধ্যায়ৰ কাৰণে আমি তেওঁলোকৰ ওচৰত ঋণী। তেওঁলোকে কয় যে তেওঁলোকৰ অভিজ্ঞতা মতে, এটা বিশেষ চুটি সময়ৰ ভিতৰত কিছুমান বাছি লোৱা মানুহক ব্যক্তিগতভাবে লগ ধৰি অৰ্থসংগ্ৰহ কৰাটোকে তেওঁলোকে "এতিয়ালৈকে দেখা সৰ্ব্বোত্তম উপায়" বুলি ভাবে, যেতিয়া বছৰৰ আয়ব্যয়ৰ কাৰণে টকা তুলিব লগীয়া হয়। তেওঁলোকে কয়, যে যেতিয়া কোনো প্ৰতিষ্ঠানে বা সংঘই জাতিৰ বা সমাজৰ কোনো আৱশ্যকীয় অভাৱ পূৰণ কৰে, আৰু যদি তেওঁলোকে বুদ্ধিৰে সৈতে, আৰু কামত লগাকৈ নিজৰ অভাৱ মানুহৰ আগত উপস্থিত কৰিব পাৰে, তেন্তে তেওঁলোকে মানুহৰ আৰ্থিক সহায় পাব।

যত্নসহকাৰে, ভৱিষ্যৎ দাতাসকলৰ এখন তালিকা প্ৰস্তুত কৰাৰ কাৰণে কিছুমান স্বেচ্ছাসেৱকক শিক্ষা দিয়া যাব পাৰে আৰু সময়ৰ মূৰে মূৰে তেওঁলোকে তাত নতুন নাম যোগ কৰি যাব পাৰে। দাতাৰ সংখ্যা ক্ৰমে নতুন নতুন বন্ধু বান্ধৱৰ মাজৰ পৰা বঢ়াই থাকিব লাগে, যিসকলৰ শুভেচ্ছা আৰু উৎসাহৰ দ্বাৰা কামৰ প্ৰতি সহায়ও বেছি পোৱা বুলি ধৰিব লাগিব।

এই লীগৰ অভিজ্ঞতাৰ পৰা কব পাৰি যে "চিঠিৰে আবেদন জনোৱাতকৈ ব্যক্তিগত সাক্ষাৎকাৰৰ দ্বাৰা বেছি ফল হয়; চিঠিবোৰ যিমানেই ভালকৈ লিখা নহওক কিয়, যিসকলে চিঠিৰ উত্তৰত সাহায্য আগবঢ়ায়, তেওঁলোকতকৈ বন্ধুত্বপূৰ্ণ সাক্ষাৎকাৰৰ ফলত যিসকলৰ সহানুভূতি পোৱা যায় তেওঁলোকৰ সংখ্যা বহুত বেছি।"

সংগ্ৰাহকসকলক সযত্নে শিক্ষা দিব লাগিব; এইটো বৰ আৱশ্যকীয়। বিশেষ শিক্ষাৰ দ্বাৰা আত্মবিশ্বাস আহিব; ই স্বেচ্ছাসেৱকসকলক যুক্তিসহকাৰে আৰু স্পষ্টকৈ বক্তব্য প্ৰকাশ কৰিবলৈ সহায় কৰিব। তেওঁলোকে নতুন পৰিকল্পনা, আয়ব্যয়ৰ আঁচনি, পুৰণি বছৰৰ ব্যয়, আৰু অন্যান্য বিষয়ে বিশদভাবে জানিব লাগিব, যাতে অনুসন্ধিৎসু প্ৰশ্ন আহিলে যথাযথভাৱে উত্তৰ দিব পাৰে।

তেওঁলোকৰ এই শিক্ষাই তেওঁলোকৰ মনত এটি গৰ্বৰ ভাব আনি দিয়া আৱশ্যক? তেওঁলোকে ভিক্ষা কৰা বুলি অনুভৱ কৰা উচিত নহয়, বৰং তেওঁলোকে মানুহক এটি মূল্যৱান কামৰ কাৰণে সহায় আগবঢ়াবলৈ সুযোগ দিছে।

স্বেচ্ছাসেৱকসকলক মানুহৰ লগত বন্ধুত্বপূৰ্ণ সম্পৰ্ক স্থাপন কৰাৰ আৰু সমিতি বা প্ৰতিষ্ঠানৰ কামকাজ আদি সঠিকভাবে আৰু স্পষ্টকৈ বুজোৱাৰ ক্ষমতা অনুসাৰে এই সংগ্ৰাহকৰ কামৰ কাৰণে বাছি লোৱা উচিত। প্ৰত্যেকৰে লগত একোখন মোনা থকা উচিত, যত প্ৰতিষ্ঠানৰ বিশেষ খা-খবৰ আৰু আয়ব্যয়ৰ পৰিকল্পনা এখন থাকিব।

**টকা তোলাৰ উপায়ঃ**

খাদ্য-সামগ্ৰী বিক্ৰী, নৃত্যাদি, বিভিন্ন সাজসজ্জা আৰু পোছাক-পৰিচ্ছদৰ প্ৰদৰ্শনী ( Fashion show ), বজাৰ, আনন্দোৎসৱ, আদিৰ সহায়েৰেও সকলো ঠাইতে টকা তোলা হয়। কিন্তু সময়ে সময়ে এইবোৰ পুৰণি হৈ যায়, তেতিয়া এটা নতুন পন্থা বাচি ললে উপকাৰ হয়।



'কমিটি অব কৰেচ্‌পণ্ডেন্স' নামৰ প্ৰতিষ্ঠানে পৃথিৱীৰ নানা দেশৰ পৰা এই উপদেশ পৰামৰ্শবোৰ গোটাইছে:

**বিক্ৰীঃ**

আমেৰিকাৰ এখন ছোৱালী কলেজে বসন্তকালৰ ফুল বাকচতলৈ বেচে যাতে ঋতুৰ আৰম্ভণিতে কব পাৰি, আৰু সেই অৰ্থেৰে এটি বৃত্তি দিয়া হয় (সম্পূৰ্ণখৰচ)।

'বিনিময়-বিক্ৰী'ৰ ব্যৱস্থা এই ধৰণে কৰিব পাৰি: সেই স্থানত প্ৰৱেশৰ অনুমতি পোৱাৰ কাৰণে আপুনি সামান্য মূল্য দিব, আৰু বিনিময় কৰাৰ কাৰণে এটি বস্তু লৈ আহিব। ব্যৱসায় কৰাৰ 'অনুমতি পত্ৰ' পোৱাৰ কাৰণে সামান্য মূল্য দিব। ভাল ভাল বস্তুবোৰে কেবাবাৰো হাত সলায়, আৰু কামটোৰ কাৰণেও সৰু সৰু মুদ্ৰা আহি থাকে; অংশগ্ৰহণকাৰী সকলে সামান্য পইচাৰ পৰিবৰ্ত্তে বহুত সময়ত ভাল ভাল বস্তু পায়; প্ৰত্যেকে আনন্দও পায়।

**বেলুন বিক্ৰীঃ** চুইজাৰলেণ্ডৰ পৰা এজনে লিখিছে যে বেলুন বিক্ৰীৰ পৰা ডাঙৰ সাফল্য আহিছে। বেলুনটো যিজনে কিনে, তেওঁৰ নাম ঠিকনা এখন কাগজত লিখি বেলুনৰ সূতাৰ লগত বান্ধি দি ক্ৰেতাই বেলুনটো শূন্যত উঠি উৰি যাবলৈ দিয়ে। যাৰ বেলুনটো আটাইতকৈ বেছি দূৰত পৰেগৈ তেওঁক এটা ভাল পুৰস্কাৰ দিয়া হয়।

**অন্যান্য ধৰণৰ বিক্ৰীঃ**

নতুনতকৈ সামান্য পুৰণি বস্তু বিক্ৰী;
সৰু হৈ যোৱা বস্তু বিক্ৰি ( খেলনা, পোছাক );
আনি বিক্ৰী কৰা ( পিঠা-পনা আদি );
কিতাপ বিনিময়।

**সাজসজ্জা প্ৰদৰ্শনীত বৈচিত্ৰ্যঃ**

মাতৃ-কন্যা প্ৰদৰ্শনী;
জোতা প্ৰদৰ্শনী:
কেশ-বিন্যাসৰ প্ৰদৰ্শনী।

**নীলামঃ**

**পুৰণিক নতুনকৈ ঘঁহিমাজি বিক্ৰীঃ** কেনাডাৰ এজন উদ্যোগী কৰ্মীয়ে আশ্ৰয়প্ৰাৰ্থীৰ সাহায্যাৰ্থে অৰ্থ-সংগ্ৰহ কৰিব খুজিলে। প্ৰথমতে তেওঁ কেজনমান ডেকাক তেওঁলোকৰ ট্ৰাকবোৰেদি এদিন সহায় কৰি দিব কলে। তাৰ পিছত

তেওঁ ৰেডিও আৰু বাতৰি কাকতৰ যোগেৰে শ শ গৃহস্থক একোখনকৈ পুৰণি চকী, মেজ, বা পালেঙ ইত্যাদি গৃহস্থালীৰ কোনো সৰঞ্জাম নীলাম কৰাৰ উদ্দেশ্যে দিবলৈ অনুৰোধ জনালে ; আৰু কলে যে তেওঁলোকক লাভৰ এটা অংশ দিয়া হব। অন্যান্য স্বেচ্ছাসেৱকসকলে সেই বস্তুবোৰ চিলাই কৰিলে, মেৰামত কৰিলে, ৰঙ দিলে ; আৰু এজন নীলামৰ ব্যৱসায় কৰা মানুহে সহায় কৰিবলৈ গাত ললে। নীলাম ইমান সাফল্যজনক হৈছিল, যে এতিয়া প্ৰত্যেক বছৰেই এই নীলাম হয়।

**গুণৰ নীলাম ঃ** সকলো মানুহৰেই দান কৰাৰ কাৰণে বস্তু নেথাকে ; কিন্তু গুণ বা দক্ষতা সকলোৰে থাকে। এইবোৰও নীলাম কৰিব পাৰি ঃ

মই কোনো অসুস্থ বা বুঢ়া মানুহক চাৰিঘণ্টা কিতাপ পঢ়ি শুনাম ;
মই তিনি একৰ মাটি চহ কৰি দিম ;
মই এটি শিশুৰ ফটো এখন ডাঙৰ কৰি দিম ;
মই এখন 'উইল' কৰিম ( কিছুমান বস্তু দিম )।

প্ৰত্যেকে নিজৰ নিজৰ ইচ্ছা একোখন কাগজত লিখে, তাৰ লগতে নিজৰ নাম আৰু ঠিকনাও লিখি দিয়ে। এই কামবোৰৰ নীলাম কৰা হয় ; প্ৰায়ে কোনোৱে অলপও পইচা খৰচ নকৰাকৈ ভালকৈ কিছু টকা তোলা হয়। বহুত সময়ত এই ধৰণৰ নীলামৰ দ্বাৰা সভ্যসংখ্যাও বাঢ়ে, কাৰণ যিসকলে আপোনাৰ লগত কাম কৰে তেওঁলোকে আপোনালোকৰ কামত আগ্ৰহান্বিত হয়।

**এসাঁজ লঘোণ দিয়া ঃ** অষ্ট্ৰিয়াত 'পৰিয়ালৰ লঘোণৰ দিন', ইংলণ্ডত 'কৃচ্ছ্ৰতাসাধন দিন', কেনাডাত "আশ্ৰয়প্ৰাৰ্থী উপবাস দিবস"—এই আটাইবোৰ হল মানুহে লঘোণে থাকি যি পইচা বচাব পাৰে সেইখিনি দান কৰাৰ উদাহৰণ। যি প্ৰতিষ্ঠানৰ দ্বাৰা এই অভিযান আৰম্ভ কৰোৱা হয়, তেওঁলোকে প্ৰত্যেক সাঁজ আহাৰৰ এটা মূল্য ধৰি দিয়ে। সেই মূল্যৰ আহাৰৰ পৰিবৰ্তে কম মূল্যৰ আহাৰ খোৱা হয় আৰু পাৰ্থক্যখিনি দান কৰা হয়।

**আনন্দৰ মাজেদি অৰ্থসংগ্ৰহ ঃ** নৰৱেত মাছ মৰা প্ৰতিযোগিতাৰ দ্বাৰাও পইচা তোলা হয় ; প্ৰতিযোগী সকলে যোগদান কৰাৰ কাৰণে এটা মূল্য দিয়ে ; আটাইতকৈ ডাঙৰ মাছপোৱা জনক, আৰু আটাইতকৈ বেছি মাছ পোৱাজনক পুৰস্কাৰ দিয়া হয়।

ইতালীত মহিলা সংঘই কৃষি-প্ৰদৰ্শনীৰ সপ্তাহত বহুত মানুহ গোট খোৱাত



এটা সুবিধা ললে। নিজৰা (fountain) পুখুৰীৰ তলখিনিত তেওঁলোকে ৰঙেৰে লক্ষ্যস্থান আঁকি দিলে, আৰু যিসকলে তেওঁলোকৰ মুদ্ৰা সেই লক্ষ্যস্থানত পেলাব পাৰিছিল, তেওঁলোকক পুৰস্কাৰ দিয়া হল। এই খেমালিটো বৰ আকৰ্ষণীয় হৈছিল, আৰু বহুত মুদ্ৰাও গোটোৱা হৈছিল।

নৰৱেত, দেশৰ সকলো ঠাইতে পোষ্টকাৰ্ড বিক্ৰী কৰা হল। প্ৰত্যেক ক্ৰেতাই তেওঁৰ নাম আৰু ঠিকনা কাৰ্ডত লিখি 'নৰৱেজিয়ান ব্ৰডকাষ্টিং কম্পেনীলৈ ( নৰৱেৰ বেতাৰ প্ৰচাৰ ) পঠিয়াই দিলে। সদায় এখনকৈ কাৰ্ডক 'ভাগ্যৱান' বুলি ধৰা হৈছিল, সেই কাৰ্ড যাৰ নামত আছিল তেওঁৰ নাম বেতাৰ যোগে প্ৰচাৰ কৰা হৈছিল—আৰু তেওঁক পুৰস্কাৰ দিয়া হৈছিল। যদি আপোনাৰ কামটো গোটেই দেশৰ কাৰণে হয়, আৰু বেতাৰ বিভাগে আপোনাৰ লগত সহযোগিতা কৰে তেন্তে ই এটা সাফল্যজনক উপায় হয়।

**অন্যান্য ধৰণৰ উপায় ঃ**

গীত প্ৰতিযোগিতা, মুষ্টিযুদ্ধ, অন্যান্য প্ৰতিদ্বন্দ্বিতা, জনসাধাৰণৰ মাজত পিঠা-পনা বিক্ৰী, স্থানীয়ভাৱে অৰ্থসংগ্ৰহ বা প্ৰৱেশ-মূল্য লোৱা।

লোক-নৃত্য প্ৰতিযোগিতা ;
খেৰৰ দমত উঠা খেল ;
শাৰীৰিক প্ৰতিযোগিতা।

দুটা প্ৰতিষ্ঠানৰ মাজত, বা ওচৰাওচৰি গাৱঁৰ মাজত খেলধেমালি বা আনন্দোৎসৱ পাতিলে তাৰ দ্বাৰা আনন্দও পোৱা যায়, বন্ধুত্বও হয় আৰু আৱশ্যকীয় কামকাজ কৰাৰ কাৰণে অৰ্থও সংগ্ৰহ কৰা যায়।

**লৰাছোৱালীবোৰে সহায় কৰিব পাৰে ঃ**

যদি লৰাছোৱালীবোৰৰ মনত আনৰ সম্পৰ্কে দায়িত্বজ্ঞান গঢ়ি উঠিব লাগে, তেন্তে এনে কিছুমান উপায় থাকিব লাগিব, যাৰ দ্বাৰা তেওঁলোকে কোমল বয়সৰ পৰাই তেওঁলোকৰ চাৰিওপিনে থকা জীৱনত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ শিকে। তেওঁলোকে সমাজৰ কাৰণে অৰ্থ সংগ্ৰহৰ অভিযানবোৰ যথেষ্ট পৰিমাণে সহায় কৰিব পাৰে, ৰাষ্ট্ৰসংঘৰ শিশুমঙ্গল শাখা, আশ্ৰয়প্ৰাৰ্থী আৰু অন্যান্য নানা কামৰ ক্ষেত্ৰতে ; এই কামৰ দ্বাৰা তেওঁলোকে আনন্দও পাব পাৰে।

**অন্যান্য কাম ঃ** গাইড, স্কাউট আৰু ব্ৰাউনিজে বহুত বছৰ ধৰি জগতৰ নানা ঠাইতে এই ধৰণৰ কামবোৰ কৰিছে—বাগিছাৰ হাবি চাফা কৰা, পাচলিৰ

বাকলি গুচোৱা, ঘাঁহ কটা ইত্যাদি। এদিন বা এসপ্তাহ এই কাম কৰি পোৱা পাৰিশ্ৰমিকখিনি দান কৰা হয়। কোদালেৰে বৰফ কটা, মটৰগাৰী ধোৱা, সৰা পাত চাফা কৰা, স্কুললৈ খোজ কাঢ়ি গৈ বাচৰ ভাড়াদান ইত্যাদিৰে লৰা-ছোৱালী-বোৰে প্ৰায়ে দান কৰে।

**পেনি বা সৰুমুদ্ৰা সংগ্ৰহ ঃ** চুইজাৰলেণ্ডৰ জেনেভাত প্ৰত্যেক বছৰতে এটি প্ৰতিষ্ঠানে বাটৰ কাষৰ খোজকঢ়াৰ বাবে বেলেগে ৰখা অংশৰ শিলবোৰৰ কাষে কাষে সৰু মুদ্ৰা শাৰী পাতি থৈ দিয়ে। আকৰ্ষণীয় ইস্তাহাৰত অৰ্থ সংগ্ৰহৰ উদ্দেশ্য লিখি পথিকসকলৰ চকুত পৰাকৈ থোৱা হয়; লৰাছোৱালীবোৰে পাল পাতি তেওঁলোকক মাতি মাতি কয় "অনুগ্ৰহ কৰি শাৰীটোক দীঘল কৰক।" স্কুলবোৰে কেতিয়াবা এই ধৰণৰ মুদ্ৰাৰে তেওঁলোকৰ খেলৰ পথাৰৰ চাৰিওকাষ বেঢ়ি পেলাবলৈ চেষ্টা কৰে।

**দোকানখোলা দিবস ঃ**

নিউজিলেণ্ডৰ এখন স্কুলত তেওঁলোকে বহুত বস্তু বেচিলে। প্ৰত্যেক শিশুৱে বিক্ৰী কৰাৰ কাৰণে এটাকৈ বস্তু আনিছিল, আৰু বস্তুবোৰৰ মূল্য আধা ক্ৰাউনতকৈ বা ২৫ চেণ্টতকৈ কম হব লাগিছিল। যিবোৰ বস্তু বিক্ৰী কৰা হৈছিল তাৰ ভিতৰত আছিল—

দুটা ৰঙা লাও—মূল্য ৬ পেনিকৈ;

আধা গেলন লেমনেড—এগিলাচৰ মূল্য ৩ পেনি;

পুৰনি কোঁচ খাই যোৱা গৰম কাপোৰ—পুতলাৰ কাৰণে আদৰ্শ।

**ৰেলগাৰী ঃ** মানুহ শিশু হৈয়ে থাকে। যুক্তৰাষ্ট্ৰৰ এটি প্ৰতিষ্ঠানক এখন দোকানে কেইখন সৰু বৈদ্যুতিক ৰেলগাৰী ধাৰলৈ বুলি দিলে, আৰু সেইবোৰক ৰেলৰ লাইন্ন পাৰি তাৰ ওপৰত বহুৱা হল।

স্বেচ্ছাসেৱকসকলে দুঘণ্টাকৈ কাম কৰিছিল। সামান্য মূল্য লৈ তেওঁলোকে প্ৰত্যেকজন গ্ৰাহকৰ কাৰণে দুই মিনিট সময়ৰ কাৰণে বিজুলী-সোঁত বৰলৈ দিছিল, তেতিয়া ৰেলগাৰীবোৰ লাইনৰ ওপৰেদি দৌৰি যাব ধৰিলে—তাৰ চাকি জ্বলি উঠিছিল, আৰু ঘণ্টাও বাজি আছিল।

লৰাছোৱালীবোৰেই কেৱল বৈ যোৱা নাছিল, লগতে ব্যস্ত ডাঙৰবোৰও থমকি ৰৈছিল—মুগ্ধ হৈ চাই আছিল। গোটেই দিনটো ধৰি বহুতে মুদ্ৰা দান কৰি থাকিল ট্ৰেনবোৰক দৌৰাবৰ কাৰণে।

---

## নেতা কোন্?

"নেতা হল এনে এজন মানুহ যেয়ে আনৰ হতুৱাই কাম কৰাব পাৰে—যেয়ে নিজে কৰে তেওঁ নহয়।"

নেতাই কেনেকৈ মানুহৰ হতুৱাই কাম কৰায়? দুটা প্ৰধান উপায় আছে ঃ

(১) শক্তি;

(২) ভয়;

(৩) কৰ্তৃত্ব ঃ "মই চাম যে মানুহে এই কামখিনি কৰে।"

(৪) অনুৰোধ ঃ "মই এনেকুৱা কৰিম, যাতে এই মানুহবোৰে এই কামটো কৰিবলৈ বিচাৰে।"

(৫) পুৰস্কাৰ;

(৬) সন্তুষ্টি;

পাঁচটা প্ৰধান কাৰণ আছে যাৰ দ্বাৰা মানুহে কাম কৰিবলৈ ইচ্ছুক হয়;

(১) নিৰাপত্তা;

(২) শলাগ আৰু সমৰ্থন;

(৩) প্ৰভাৱ;

(৪) সুযোগ;

(৫) নিজৰ বুলি ভাবি।

অধিকাংশ মানুহেই কিবা এটা কৰিব খোজে; বৰ্ত্তমানতকৈ ভৱিষ্যৎ যেন সুখৰ হয় তাকে বিচাৰে; তেওঁলোকে নিজতকৈ বৃহত্তৰ কিবা এটাৰ অঙ্গ বুলি অনুভৱ কৰিব খোজে।

যিসকল মানুহৰ দ্বাৰা নেতা এজন পৰিবেষ্টিত হৈ থাকে, তেওঁলোকৰ আত্মিক আৰু মানসিক উন্নতিৰ ওপৰত নেতাজনৰ নিজৰ ব্যৱহাৰ বা চাল-চলনৰ প্ৰভূত প্ৰভাৱ পৰে।

এজন নেতাই স্বেচ্ছাচাৰীৰ নিচিনা তেওঁৰ তলতীয়া কৰ্মী এজনক "তুমি ঠিকেই কৰিছা," বা "তোমাৰ ভুল হৈছে," বুলিয়ে শেষ কথা কব পাৰে, আন কাৰো কোনো মতামত প্ৰকাশৰ ঠাই নাথাকে বা একে পৰিস্থিতিত তেওঁ প্ৰশ্ন সুধিব

পাৰে, উত্তৰবোৰ সম্বন্ধে আলোচনা কৰিব পাৰে, আৰু তাৰ পিছতো মতামত লব পাৰে। যদি তেওঁ পৰবৰ্ত্তী পন্থাটো অনুসৰণ কৰে, তেন্তে এজন কম অভিজ্ঞ মানুহেও পিছত গৈ উন্নতি কৰিব পাৰে ; তেওঁৰ বৃদ্ধিৰ বা উন্নতিৰ সুযোগ পোৱাৰ ফলত তেওঁৰ আত্মসম্মানও বৃদ্ধি পায়, তেওঁ উপলব্ধি কৰে যে তেওঁৰ ধাৰণাবোৰও ভাবি চোৱাৰ যোগ্য, নেতাই তেওঁক তেওঁৰ মনৰ বিস্তাৰ লাভ আৰু আত্ম-বিশ্বাস বৃদ্ধি দুয়োটাৰ কাৰণেই সহায় কৰে।

এজন ভাল নেতাই ঃ

মন দি শুনে।

ঐক্যসাধন কৰাৰ কাৰণে তেওঁ প্ৰায়ে তেওঁৰ দলৰ বা সমিতিৰ মানুহবোৰক লগ ধৰে। তেওঁৰ কৰ্মীসকলে চিন্তাপূৰ্ণ সিদ্ধান্তলৈ আহিব পৰাৰ কাৰণে সহায় কৰে।

আলোচনা আৰু মুক্ত সমালোচনাৰ সুযোগ দিয়ে সকলো স্তৰতে, সকলো সভ্যই যাতে পূৰ্ণভাবে অংশ গ্ৰহণ কৰে, তাৰ কাৰণে চেষ্টা কৰে।

এজন ভাল নেতা সদায় এই বিষয়ে সচেতন যে তেওঁৰ সভ্যসকলৰ মাজৰ পৰা নতুন নেতা গঢ়ি তুলিব লাগিব ; তেওঁ দায়িত্ববোৰ আন সকলোৰে লগত ভগাই লয়, যাতে দলৰ নানা মানুহৰে কামটোৰ নানা ফাল সম্বন্ধে জ্ঞান বাঢ়ি থাকে ; আৰু তাৰ ফলত কৰ্মশক্তিও বাঢ়ি থাকে।

যদি দলটোৰ ভিতৰত কেৱল নেতাই নিজেহে দায়িত্ব লবলৈ সক্ষম হয় তেন্তে তেওঁ এজন ভাল নেতা নহয়। ভাল নেতৃত্বৰ লক্ষণ হল ঃ

দায়িত্ব আনৰ হাতত দিবলৈ ইচ্ছা ; এটা নিৰ্দ্দিষ্ট সময় কোনো পদ অধিকাৰ কৰি থকাৰ পিছত সেই পদ এৰি দিয়াৰ ইচ্ছা ; যাতে নতুন মানুহ আৰু নতুন চিন্তা বা ধাৰণাই কাৰ্য্যকৰী হবৰ সুযোগ পায়।

---

## উপযুক্ত স্বেচ্ছাসেৱকৰ আৱশ্যকীয় গুণাগুণ

পাকিস্তানৰ বেগম লিয়াকত আলি খাঁৰ মতে—

(১) **মানুহৰ প্ৰতি আন্তৰিক প্ৰেম,**—আৰু কৰুণাৰ পৰাহে সহনশীলতাৰ জন্ম হয়, ঔদাসীন্যৰ পৰা নহয় ; আৰু ই প্ৰত্যক্ষ হব লাগিব, পৰোক্ষ হলে নহব।

(২) **শিকাৰ প্ৰতি আগ্ৰহান্বিত মন,**—আনকি যদি তেওঁ ভাবে যে তেওঁৰ জ্ঞানৰ ভঁৰাল শূন্য নহয়। এই কথা মনত ৰখা ভাল যে আমাৰ ভিতৰত বহুতে যিবোৰ কথা নাজানে, সেইবোৰ বহুতৰে কামত লগা হব পাৰে।

(৩) যিসকল মানুহৰ লগত কামটোৰ সম্পৰ্ক আৰু কামটো, এই দুয়োটাৰে ওপৰত **যথেষ্ট পৰিমাণে ব্যক্তিগত আস্থা।** বহুত মানুহে ভাবে যে এটা বিষয়ৰ ওপৰত নিজৰ ব্যক্তিগত আস্থা নাথাকিলেও আনৰ দ্বাৰা তেওঁলোকে সেই বিষয়ৰ ওপৰত আস্থা স্থাপন কৰাব পাৰে। তেওঁলোকে মুঠেই নোৱাৰে।

(৪) **নিজে আনৰ লগত সহযোগিতা কৰাৰ আৰু আনৰ পৰা সহযোগিতা পোৱাৰ আগ্ৰহ।** অকলশৰীয়া ভ্ৰমণকাৰী মনোভাৱ, ছায়াচিত্ৰৰ বিষয়বস্তু স্বৰূপে উপযুক্ত হব পাৰে, কিন্তু সমাজ সেৱাৰ স্বেচ্ছাসেৱকৰ কাৰণে উপযুক্ত নহয়। এই কথা মনত ৰখা বেছি ভাল, যে সদায়েই বহুত নাৰী আৰু পুৰুষ পোৱা যাব, যিসকলে আপোনাক সহায় কৰিবলৈ সাজু আছে আৰু তেওঁলোকক এইদৰে সহায় কৰাৰ সুযোগ দিয়ক।

(৫) **যি মনোবৃত্তি আৰু সাহৰ দ্বাৰা পৰীক্ষা কৰি চাবৰ কাৰণে আগবাঢ়িব পাৰি ;**—আপুনি জাপ মৰাৰ আগতে নিশ্চয় চাই লব, কিন্তু যদি আপুনি জাপ মাৰিবই লাগিব, তেন্তে বহুত সময় ধৰি চাই নেথাকিব।

(৬) **ভৱিষ্যতৰ কথা ভাবিব পৰাৰ আৰু আগৰে পৰা পৰিকল্পনা কৰাৰ শক্তি, কোনো এটা কাম কৰোঁতে নিজৰ উত্তম খটোৱাৰ শক্তি।** আৱশ্যকতা হলে কামটোত হাত দিবলৈ বহি নেথাকিব ; সময় আহি পোৱাৰ আগতে আপুনি নিজে কি কৰিব পাৰে চাওক।

(৭) **আনৰ ভিতৰত উৎসাহ সঞ্চাৰিত কৰাৰ শক্তি।** কেৱল নিজৰ দৃঢ় বিশ্বাস আৰু উৎসাহ থাকিলেই নহব, আনৰ ভিতৰতো তাক সঞ্চাৰিত কৰিব

পাৰিব লাগিব। ঔদাসীন্যৰ দ্বাৰা জগতৰ বহুত ক্ষতি হয়। সমাজ-সেৱকৰ কাম হল মানুহৰ মাজত **'পৱিত্ৰ অসন্তুষ্টি'**ৰ সৃষ্টি কৰা।

(৮) **আৱশ্যকতা হলেই যেন ধাৰণা আৰু পৰিকল্পনা পৰিবৰ্ত্তন কৰাৰ কাৰণে সাজু থাকে।** গছৰ শুকান ডালবোৰ কাটি পেলোৱাৰ কাৰণে আৰু নতুন 'চকু' লগোৱাৰ কাৰণে সাজু থাকিব লাগিব। আমি আমাৰ ধাৰণা, পৰিকল্পনা আৰু কামৰ আঁচনিৰ লগত শাৰীৰিক, মানসিক, সকলো ফালেদি এনেকৈ জড়িত বোধ কৰোঁ, যে আমি তাক দূৰৰ পৰা নিৰপেক্ষভাবে সমালোচনা কৰি চাবলৈ পাহৰোঁ বা নতুন ধাৰণা বা নতুন জ্ঞানৰ আগমনৰ কথা মনলৈ নানোঁ। কোনো কৰ্মীয়ে "ইমান ব্যস্ত" থকা উচিত নহয় যে কোনো সময়তে বহি চিন্তা কৰিবলৈ সময় নাপায়।

(৯) **কামৰ পৰিমাণ কমোৱাৰ দক্ষতা, আৰু সহজ আৰু সাধাৰণ কাম, কথাবতৰা আৰু পদ্ধতিৰ দ্বাৰা কামটো কৰাৰ ক্ষমতা।** এই কথা থিনি কোৱা যিমান সহজ, কামটো কৰা তিমান সহজ নহয়; কিন্তু ফল পোৱাৰ কাৰণে ইয়ে সৰ্ব্বোত্তম উপায়। সকলো কামকে দুটা উপায়েৰে কৰিব পাৰি। এটা জটিল; আনটো সহজ। স্বেচ্ছাসেৱক সকল, আৰু যিসকলৰ কাৰণে কামটো কৰা হব ধৰিছে, দুয়ো পক্ষই ভয় খাব, যদি অনাবশ্যক ভাবে ডাঙৰ কথা কোৱা হয়, বা যদি অতিমাত্ৰাত কৌশলপূৰ্ণ, জটিল, আৰু সাংঘাতিক ধৰণৰ পৰিকল্পনা আদিৰ কথা কোৱা হয়।

(১০) **উদ্দেশ্যপূৰণৰ কাৰণে লাগি থকাৰ ক্ষমতা**—যেয়ে কামটোত লাগি থাকিব পাৰে, সেয়ে সফল হয়। স্বেচ্ছাসেৱক বা সমাজ সেৱক এই কামটো কৰিবলৈ শিকিবই লাগিব। ব্যৰ্থতা বা পৰাজয় আহিলেও কামটোত লাগি থাকিবই লাগিব—তাৰ মাজেদিয়ে সফলতা আহিব।

---

## প্ৰৱাদ বাক্য

যেতিয়া কেৱল মৌখিক বক্তৃতা দিয়া হয়, বা লিখিত বক্তৃতা সভাত পঢ়া হয়, তেতিয়া বহুত সময়তে প্ৰৱাদ উল্লেখ কৰি নিজৰ ধাৰণাবোৰ আনৰ আগত বেছি স্পষ্টকৈ ডাঙি ধৰিব পাৰি। কিছুমান প্ৰৱাদ এনেদৰে ব্যৱহাৰ কৰা যাব পাৰে, এই আশাতে তলত দিয়া হল—

**প্ৰৱাদ ঃ**

( আশান্তি, ঘানা )

জোন যদিও লাহে লাহে আগবাঢ়ে, ই গোটেই নগৰখন পাৰ হৈ যায়।

মানুহজনে নিজেই যেতিয়া তোমাৰ কাষলৈ আহি থাকে, তেতিয়া আৰু তুমি কোৱাৰ আৱশ্যকতা নাই, "ইয়ালৈ আহা" বুলি।

নৈৰ পানী কিমান দ তাক জুখিবলৈ কোনোৱে দুয়োখন ভৰিকে পানীত নমাই নিদিয়ে। যিজনে দুটা এন্দুৰ একেলগে ধৰিব খোজে, তেওঁ এটাও ধৰিব নোৱাৰে।

( কঙ্গো )

নৈ এখন যিমানে ভৰা নহওক, ই আৰু বাঢ়িবই খোজে।

মৰম হল কেচুৱাৰ নিচিনা, তাৰ প্ৰতি ব্যৱহাৰ কোমল হব লাগে।

বহুত শক্তিতকৈ সামান্য চাতুৰী বেছি ভাল। ( ইথিওপিয়া )

কেক্টাচৰ সোৱাদ যে তিতা, খাই চোৱা মানুহজনেহে তাক জানে।

মেকুৰী এজনীয়ে ধৰ্মাশ্ৰমলৈ যাব পাৰে, তথাপি তাই মেকুৰীয়ে হৈ থাকে।

মানুহৰ যি বস্তু আগৰ পৰা আছে, তাতকৈ আশা কৰা বস্তুটো সদায় ভাল।

( গিনি )

জ্ঞান হল বাগিচাৰ নিচিনা, যত্ন কৰি খেতি নকৰিলে ফলও নোপোৱা।

( ৰুৱাণ্ডা )

তুমি ঘৰ এটা সাজোঁতে যদি গজাল এটা ভাগে, তেন্তে তুমি ঘৰ সজা বন্ধ কৰি দিয়া নে গজালটো সলোৱা ?

( চেনেগাল )

কাণৰ স্বাস্থ্য ভাল হলে সি বেয়া কথা শুনিও সহ্য কৰিব পাৰে।

যেয়ে শুই থাকে, তাক ভগৱানে দিয়া সুযোগেও জগাব নোৱাৰে।

( চিয়াৰা লিওন )

চেষ্টা কৰি অকৃতকাৰ্য্য হলে তাক অলসতা বোলা নহয়।

বঠাখনেৰে ইয়াত এচাৰ তাত এচাৰ মাৰিলে নাওখন বৈয়ে থাকে।

( উগাণ্ডা )

যি সিংহই গৰ্জে সি চিকাৰ ধৰিব নোৱাৰে ( ৰাছিয়া )

আমি যদি আগধৰি জানিলোঁহেঁতেন যে আমি ক'ত পৰিম, সেই ঠাইখিনিত আগতেই কাৰ্পেট পাৰি থব পাৰিলোঁহেঁতেন।

বাদামটোৰ বাকলি নেভাঙিলে, বাদাম খাব নোপোৱা। ঠিকমতে চলাই নিলে এটা কণা ঘোৰাইও গাৰী টানিব পাৰে।

এ চামুচ আলকাতৰাই এপিপা মৌকো নষ্ট কৰিব পাৰে।

---